




# চাহ বাগিচাৰ জীৱন আৰু সংস্কৃতি

# চাহ বাগিচাৰ জীৱন আৰু সংস্কৃতি

শ্ৰীসুশীল কুৰ্মী




অসম সাহিত্য সভা

CHAH BAGICHAR JIVAN ARU SANSKRITI : A book on life-style and culture of the Tea Garden Community of Assam. Written by Sri Sushil Kurmi and Published by Sri Satish Chandra Choudhury, General Secretary, Assam Sahitya Sabha, Chandra Kanta Handique Bhawan, Jorhat-785001. First edn. 1991. Price Rs. thirty only.

চাহ বাগিচাৰ জীৱন আৰু সংস্কৃতি

লেখক ঃ
শ্ৰীসুশীল কুৰ্মী



প্ৰকাশক ঃ
শ্ৰীসতীশ চন্দ্ৰ চৌধুৰী
প্ৰধান সম্পাদক,
অসম সাহিত্য সভা।

চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট-৭৮৫০০১
মেকলাওড ৰাছেল (ইণ্ডিয়া) লিমিটেডৰ
অৰ্থ সাহায্যত মুদ্ৰিত।

মূল্য ঃ ত্ৰিশ টকা।

প্ৰচ্ছদ ঃ
শ্ৰীত্ৰৈলোক্য দত্ত

প্ৰকাশ ঃ
০২ ফেব্ৰুৱাৰী '৯১

মুদ্ৰণ ঃ
জনতা প্ৰেছ, তেজপুৰ
শোণিতপুৰ (অসম)।



## ॥ উছৰ্গা ॥

মোৰ পিতৃ, পিতামহ, প্ৰপিতামহ আৰু
অসমৰ সমূহ চাহ জনজাতি
জনসাধাৰণলৈ পৰম শ্ৰদ্ধাৰে—

গ্ৰন্থকাৰ।

# প্ৰধান সম্পাদকৰ এষাৰ

অসম সাহিত্য সভাই ১৯৮৯-৯০ বৰ্ষত "চাহবাগিচাৰ জীৱন আৰু সংস্কৃতি" আৰু 'চৰ-চাপৰিৰ জীৱন আৰু সংস্কৃতি' নামৰ দুখন বৃহৎ গ্ৰন্থ প্ৰণয়নৰ আঁচনি গ্ৰহণ কৰিছে। সভাৰ সেই বৰ্ষৰ সভাপতি শ্ৰীযুত মহিম বৰাদেৱে উক্ত আঁচনি ৰূপায়ণত অধিক গুৰুত্ব দিয়ে আৰু একে বছৰৰে প্ৰকাশন সমিতি তথা কাৰ্যনিৰ্বাহকত ই গৃহীত হয়। সভাৰ প্ৰস্তাৱ অনুসৰি বিশিষ্ট লেখক, কবি শ্ৰীসুশীল কুৰ্মীদেৱক 'চাহবাগিচাৰ জীৱন আৰু সংস্কৃতি' আৰু বিশিষ্ট কবি-সাহিত্যিক অধ্যাপক ইদ্ৰিছ আলিদেৱক 'চৰ-চাপৰিৰ জীৱন আৰু সংস্কৃতি' নামৰ গ্ৰন্থ প্ৰণয়নৰ বাবে অনুৰোধ জনোৱা হয়। শ্ৰীকুৰ্মীদেৱে গ্ৰন্থখন প্ৰণয়ন কৰি সভালৈ সহযোগ আগবঢ়ায়। অধ্যাপক আলিদেৱেও তেওঁৰ গ্ৰন্থখন প্ৰায় সম্পূৰ্ণ কৰা বুলি সভাক জনাইছে। সভাৰ ওপৰোক্ত দুয়োখন গ্ৰন্থৰ মাধ্যমেৰে অসমৰ সহৃদয় পাঠক সমাজে চাহবাগিচা আৰু চৰ-চাপৰি অঞ্চলৰ অসমৰ জন-জীৱন সম্পৰ্কে বিস্তৰকৈ জনাৰ লগতে উক্ত দিশৰ অধ্যয়ন আৰু গৱেষণাত ই সহায়ক হ'ব বুলি আমি আশা কৰোঁ। গ্ৰন্থ দুখনিয়ে অসমৰ পৰম্পৰাগত সমন্বয়ৰ ভেঁটি আৰু অধিক সুদৃঢ় কৰাত আংশিক ইন্ধন যোগালেও সভাৰ সংকল্প সাৰ্থক হ'ব।

সভাৰ উক্ত গ্ৰন্থ প্ৰণয়ন আঁচনিত মাননীয় সভাপতি শ্ৰীনৱকান্ত বৰুৱাদেৱৰ সক্ৰিয় পৰামৰ্শৰ বাবে আমি কৃতজ্ঞ। প্ৰকাশযোগ্য যে গ্ৰন্থখন প্ৰকাশৰ ব্যয় বহন কৰাৰ বাবে মাননীয় সভাপতি মহোদয়ে মেকলাওড ৰাছেল (ইণ্ডিয়া) লিমিটেডৰ শ্ৰীযুত গৌতমপ্ৰসাদ বৰুৱাযোগে পৰামৰ্শ আগবঢ়ায়। উক্ত পৰামৰ্শ গ্ৰহণ কৰি গ্ৰন্থখন প্ৰকাশৰ সমুদায় ব্যয় তেওঁ-লোকৰ প্ৰতিষ্ঠানে বহন কৰে। এই দিশত সহযোগ আগবঢ়োৱা বাবে শ্ৰীগৌতমপ্ৰসাদ বৰুৱা, মমতাজ আহমেদ আৰু শ্ৰীপৰিমল বৰকাকতিক সভাৰ হকে ধন্যবাদ জনালোঁ।

গ্ৰন্থখন নিৰ্দিষ্ট সময়ত প্ৰস্তুত কৰি সভালৈ সক্ৰিয় সহযোগ আগ-বঢ়োৱা বাবে বিশিষ্ট লেখক তথা কবি শ্ৰীসুশীল কুৰ্মীদেৱলৈ সভাৰ হকে গভীৰ কৃতজ্ঞতা জনালোঁ। প্ৰকাশৰ দিশত বিভিন্ন উপায়ে সহযোগ আগ-

বড়োৱা বাবে সভাৰ তিনিওটা কাৰ্যালয়ৰ তিনিওগৰাকী সহকাৰী সম্পাদক (সৰ্বশ্ৰী) মুকুল হাজৰিকা, প্ৰমোদ কাকতি আৰু শৈলেন দাস আৰু আঁৰত থাকি সহায় কৰা সভাৰ প্ৰকাশন সমিতিৰ সমূহ সদস্য তথা অন্যান্যসকলৰ শলাগ ৰ'ল। বেটুপাতৰ শিল্পী আৰু গ্ৰন্থখন মুদ্ৰণৰ দায়িত্ব লৈ সহযোগ আগবঢ়োৱা বাবে তেজপুৰৰ জনতা প্ৰেছৰ স্বত্বাধিকাৰ প্ৰমুখ্যে কৰ্মীবৃন্দলৈ কৃতজ্ঞতা থাকিল। সভাৰ অন্যান্য প্ৰকাশনৰ দৰে 'চাহ বাগিচাৰ জীৱন আৰু সংস্কৃতি' নামৰ গ্ৰন্থখনেও সহৃদয় পঢ়ুৱৈ সমাজৰ পৰা সমাদৰ লাভ কৰক, ইয়াকে কামনা কৰোঁ।

"চিৰ চেনেহী মোৰ ভাষা জননী"

০২ ফেব্ৰুৱাৰী ১৯৯১
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট—৭৮৫ ০০১

শ্ৰীসতীশ চন্দ্ৰ চৌধুৰী
প্ৰধান সম্পাদক
অসম সাহিত্য সভা।

# একাষাৰ

শ্ৰীসুশীল কুৰ্মীৰ "চাহ বাগিচাৰ জীৱন আৰু সংস্কৃতি" নামৰ কিতাপখন ছপাশাললৈ পঠোৱাৰ আগে আগে হাতে লিখা অৱস্থাতে এবাৰ পঢ়িবলৈ পাওঁ। কিতাপখন পঢ়ি বেছ ভাল লাগিল। চাহ জনজাতিসকলৰ অসম আগমনৰপৰা আৰম্ভ কৰি তেওঁলোকৰ অতীত-বৰ্তমানৰ সকলো কথা খৰছি মাৰি কিতাপখনত কৈছে। তেওঁলোকৰ আৰ্থ-সামাজিক জীৱনৰ কথা সকলোখিনি সামৰিছে। তেওঁলোকৰ কলা-কৃষ্টি-সংস্কৃতিৰো সকলোবোৰ কথা আতি-গুৰি মাৰি কিতাপখনত আলোচনা কৰিছে। এই কিতাপখনৰ জৰিয়তে ৰাইজে এতিয়া চাহ বাগিচাৰ জীৱন কেনেকুৱা আৰু তাৰ সংস্কৃতি কেনেকুৱা সেই বিষয়ে ভালদৰে জনাৰ সুবিধা পাব। চাহ জনজাতি সমাজত এই কিতাপখনৰ যোগেদি বহুত উপকাৰ হ'ব। কিতাপখনত থকা তথ্য-পাতিবোৰ বৰ কষ্ট কৰি সংগ্ৰহ কৰা বাবে শ্ৰীকুৰ্মী ধন্যবাদৰ পাত্ৰ। হেৰাই যাব ধৰা চাহ বাগিচাৰ লাগতিয়াল জানিবলগীয়া কথাবোৰ কিতাপখনত ধৰি ৰখাৰ উপৰিও সাম্প্ৰতিক কালৰ চাহ বাগিচাৰ এখন পূৰ্ণাংগ চিত্ৰ দাঙি ধৰাত শ্ৰীকুৰ্মী সফল হৈছে। গৱেষণাৰ দিশত কিতাপখনে বহুত সহায় কৰিব।

আমাৰ সকলোৰে পৰিচিত লেখক শ্ৰীকুৰ্মীৰপৰা ভৱিষ্যতেও এইদৰে আৰু বহুত লিখনি পাই থাকিম বুলি আশা কৰিলোঁ।

ড° বিমল নাগ
তেজপুৰ

# পাতনি

মানুহ জাতি গঢ়ি উঠাৰ ইতিহাস সংমিশ্ৰণৰ কাহিনীৰে সমৃদ্ধ। ইতিহাসে চুকি নোপোৱা যুগতে অঘৰী মানুহে বহুকাল দেশ-দেশান্তৰ পৰিভ্ৰমণ কৰিলে আৰু তেতিয়া সংমিশ্ৰণ ঘটিল। সময়ত, কৃষিৰ প্ৰণালী আৰু যন্ত্ৰ আৱিষ্কাৰ হোৱাত, অঘৰী মানুহ সংসাৰী হ'ল। কালক্ৰমে ভৌগোলিক স্থিতি আৰু জীৱন সংগ্ৰামৰ প্ৰয়োজন অনুসৰি বিভিন্ন জাতি গঢ়ি উঠিল।

জাতি, গোষ্ঠী-বৰ্ণ, ধৰ্মবিশ্বাস আৰু অৰ্থনীতিক তথা ৰাজনীতিক স্বাৰ্থৰ সংঘাত হৈ থাকিলেও মূলতেই পৃথিৱীখন সৰ্বমানৱৰ মিলনভূমি। দেশ হিচাপে ভাৰতত, বিভিন্ন জাতি সত্তাৰ মিলন এটা ঐতিহাসিক সত্য। ৰাজতন্ত্ৰৰ যুগত আৰু সামন্তযুগীয় ব্যৱস্থাত, ভাৰতবৰ্ষৰ বহুতো খণ্ডত সুকীয়া ৰাজত্ব আছিল যদিও, মূলগতভাৱে একেটা সৰ্বভাৰতীয় সংস্কৃতিৰে সকলো অঞ্চলতে প্ৰভাৱ পৰিছিল। ভাৰতবৰ্ষ সাংস্কৃতিক ক্ষেত্ৰত সদায়েই এক হৈ আছে। বিভিন্ন প্ৰদেশত, অসমতো সিয়েই এক বিশেষ অৱস্থাত স্বকীয় ভাৱে প্ৰকাশমান হৈ আছে।

অতীতত উত্তৰ পশ্চিম দুৱাৰেদি যেনেকৈ পৃথিৱীৰ অন্য দেশৰ মানুহৰ ভাৰতলৈ প্ৰব্ৰজন হৈছিল, তেনেকৈ উত্তৰ-পূৰপিনৰ পৰাও হৈছিল। উত্তৰ-পূৰপিনৰপৰা অহা বেছিভাগ অসমতে থিতাপি লৈছিল। উত্তৰ-পশ্চিমপিনৰ পৰা অহা মানুহৰো কিছু অংশ অসমলৈ আহিছিল। এনেকৈ বহুত মানুহৰ অহা-যোৱা হ'ল আৰু সময়ত অসম এখন জনবহুল সমৃদ্ধিশালী প্ৰদেশ হিচাপে গঢ়ি উঠিল। আহোম ৰাজত্বৰ কালৰ এটা লোকপিয়লৰ মতে, আহোমৰ ৰাজত্বত থকা জিলা কেইখনৰ অধিবাসীৰ সংখ্যা আছিল ৪০ লাখৰো ওপৰ। কিন্তু দুৰ্ভাগ্যক্ৰমে ইংৰাজ ভাৰতলৈ অহাৰ কিছু আগতে অসম বহুবিধ বিপৰ্যয়ৰ সন্মুখীন হ'ল। প্ৰথমতে, অসমত আহোমৰ কেন্দ্ৰীয় শাসন তেতিয়া দুৰ্বল হৈ পৰিছিল আৰু সি ৰাজ্যখনৰ আভ্যন্তৰীণ ক্ষেত্ৰত বহুতো সমস্যা সৃষ্টি কৰিছিল। সেই কালতে মানৰ আক্ৰমণ হ'ল। সেই আক্ৰমণ প্ৰতিহত কৰিব নোৱাৰাত, অসমত ডাঙৰ সংকটে দেখা দিলে। বিজয়ী মান সৈন্যসকলে, অসমৰ মানুহৰ ওপৰত এনে নৃশংসভাৱে অত্যাচাৰ কৰিলে যে, পিছৰ কালতো সেই কথা শুনিয়েই মানুহে ভয় খাইছিল। ইয়াৰ উপৰিও কোনো এক সময়ত, ৰজাই হিন্দু ধৰ্মৰ এটা পদ্ধতিৰ পৃষ্ঠপোষকতা কৰি, বৈষ্ণৱ আদি আন পদ্ধতিৰ লোকৰ ধৰ্ম বিশ্বাসত আঘাত কৰাৰ কাৰণে, তাৰে প্ৰতিক্ৰিয়া হিচাপে মোৱামৰীয়া বিদ্ৰোহ শক্তিশালী হৈ



উঠে। এই সকলো মিলি ৰাজ্যখনত তেতিয়া সুস্থিৰতা নষ্ট হৈছিল। এই সকলোৰে উপৰি, হাইজা, বসন্ত আদি দুৰাৰোগ্য বেমাৰত অসংখ্য মানুহ মৃত্যুমুখত পৰিল। তাৰ ফলত, কিছুমান গাঁও জনশূন্য হৈ পৰিল। ভাল ভাল জুপুৰি আছে, আম-কঠাল, তামোল-পাণৰ বাৰীবিলাক আছে কিন্তু মানুহ নাই--- এনে অৱস্থা হ'ল। সেই অৱস্থাত, ইংৰাজ অসমলৈ আহিল। ইষ্ট ইণ্ডিয়া কোম্পানীৰপৰা কৰা প্ৰথম লোকপিয়লত, অসমৰ আগৰ ৪০ লাখ মানুহৰ ঠাইত ৯ লাখৰহে হিচাপ পোৱা গ'ল।

ইষ্ট-ইণ্ডিয়া কোম্পানীয়ে ভাৰতত ৰাজত্ব স্থাপন কৰিছিল যদিও, তেওঁলোক আচলতে বেপাৰ কৰিবলৈহে আহিছিল। অসমলৈ আহিয়েই, অসমত সুকীয়াভাৱে কি শিল্প বা বেপাৰ লাভজনকভাৱে কৰিব পাৰি, তেওঁলোকে তাৰ খা-খবৰ ল'বলৈ ধৰিলে। এনে অনুসন্ধানৰ ফলত, তেওঁলোকে চাহৰ সন্ধেদ পালে। অসমত চাহ খেতি আৰম্ভ কৰিবলৈ লোৱা হ'ল। অসমত জনবসতি সেই সময়ত কম আছিল আৰু সেই কাৰণে অসমৰ তেতিয়াৰ অধিবাসীসকলৰ মাটি-বাৰীৰ অভাৱ নাছিল। কৃষি সভ্যতাৰ সেই যুগত, মাটি থাকিলেই মানুহ চলিব পাৰিছিল। কাজেই, অসমত চাহ শিল্পত কাম কৰিবলৈ তেতিয়া মানুহ পোৱা টান আছিল। নগাঁও জিলাৰ পুৰণি ডিষ্ট্ৰিক গেজেটিয়াৰৰপৰা জনা গৈছিল যে কিছু মিকিৰ মানুহ চালনা বাগিচাত কাম কৰিবলৈ আহিছিল যদিও, তেওঁলোকে বিচৰামতে হাজিৰা দিব নোৱাৰাত তেওঁলোকে কাম এৰি গুচি গৈছিল। এনে অৱস্থাত, অসমত চাহ খেতি কৰিবলৈ লোৱা ইংৰাজ চাহ খেতিয়কসকলে ভাৰতৰ অন্য প্ৰদেশৰপৰা শ্ৰমিক সংগ্ৰহ কৰাত মন দিলে। ভাৰতৰ অন্য প্ৰদেশতো শ্ৰমিকৰ কাম কৰিবলৈ মানুহ পোৱা সেই দিনত সহজ নাছিল। কিয়নো, কৃষি আৰু কৃষিৰ লগত খাপ খোৱা কুটীৰ শিল্প, সেই দিনত ভাৰতত সকলোতে একে ৰকমে চলিছিল। নতুন ধৰণৰ কোনো শিল্পত ধৰা-বন্ধা হিচাপে কাম কৰা আধুনিক ধৰণৰ নিৰ্দিষ্ট শ্ৰমিক শ্ৰেণী এটা ভাৰতৰ ক'তো তেতিয়াৰ দিনত নাছিল। সেই কাৰণে, ইংৰাজ শিল্পপতিসকলে খেতিত কাম কৰা দুখীয়া শ্ৰেণীৰপৰাই শ্ৰমিক সংগ্ৰহ কৰাৰ পৰিকল্পনা কৰিলে। আমেৰিকাত কৃষি আৰু শিল্পতো শ্ৰমিকৰ কাম কৰিবলৈ, বগা চামৰাৰ মালিকসকলে আফ্ৰিকাৰ ক'লা মানুহক নানা প্ৰলোভন দেখুৱাই আনকি বল প্ৰয়োগ কৰি, ধৰি-বান্ধি জাহাজত বোজাই দি নিয়া কাহিনী মানৱতাৰ বিৰুদ্ধে তেওঁলোকৰ এটা অপৰাধৰ কাহিনী। এখন মহাদেশৰপৰা আন এখন মহাদেশলৈ সন্তাত কাম কৰিবলৈ ধৰি-বান্ধি লৈ গৈ ক্ৰীতদাস হিচাপে তেওঁলোকক ব্যৱহাৰ কৰিবলৈ লোৱা এনে ব্যৱস্থা, মানুহৰ ইতিহাসত এটা দুৰ্ভাগ্যজনক

আৰু লাজলগা অধ্যায়।

ভাৰততো ইংৰাজসকলে তেওঁলোকৰ ব্যৱসায়ৰ স্বাৰ্থৰ কাৰণে নানাভাবে প্ৰলোভন দেখুৱাই ভাৰতৰ বিভিন্ন প্ৰদেশৰপৰা শ্ৰমিক সংগ্ৰহ কৰি, অসমৰ চাহ বাগিচাৰ কামত লগাইছিলহি। ইও মানৱতাৰ অধিকাৰ ভঙ্গ কৰা বহুতো দুখজনক কাহিনীৰে পৰিপূৰ্ণ। কিন্তু সেই মানুহখিনি অসমলৈ আহি, সম্পূৰ্ণভাবে অচিনাকি পৰিবেশত, যেনেকৈ অসম চাহ শিল্প গঢ়ি তোলাত তেওঁলোকৰ কঠোৰ শ্ৰমেৰে অৱদান দিলে, সি অসমত শিল্প প্ৰতিষ্ঠাৰ ইতিহাসত উজ্বল হৈ থাকিব। অসমত চাহ শিল্পত কাম কৰিবলৈ অহা লোকসকল আছিল বিভিন্ন প্ৰদেশৰ লোক। তেওঁলোকৰ প্ৰত্যেকটো গোটৰে সুকীয়া সুকীয়া নৃত্য-গীত, ধৰণ-ধাৰণ আছিল। কিন্তু এনে সকলো পাৰ্থক্য সত্বেও, চাহ বাগিচাৰ ভিতৰতে আবদ্ধ হৈ থাকি, তেওঁলোকে এখন নতুন সমাজ গঢ়ি তুলিছিল। অসমৰ চাহ বাগিচাৰ শ্ৰমিকখিনিয়ে বাহিৰলৈ গৈ আন মানুহৰ লগত মিলিবলৈ সুযোগ নেপাইছিল। বাগিচাৰ বাট-পথ বাহিৰৰ মানুহৰ কাৰণে খোলা নহৈছিল। এনে অবৰুদ্ধ অৱস্থাত, কাম কৰা মানুহৰ শ্ৰমিকৰ স্বাভাৱিক শক্তিৰ বলত, মূলত পৃথক পৃথক ঠাইৰপৰা আহিলেও চাহ বাগিচাত কাম কৰা সকলোৰেই মিলি এখন সুকীয়া সমাজ গঢ়ি তুলিলে। সমগ্ৰত, চাহ শ্ৰমিকৰ এই সমাজখনৰ লগত, বাহিৰৰ গাঁৱৰ সমাজৰো সংযোগ স্থাপন হ'বলৈ ধৰিলে। অসমৰ জলবায়ু, সাংস্কৃতিক পৰিবেশ, অসমৰ মানুহৰ স্বাভাৱিক ধৰণ-ধাৰণৰ লগত যে কোনো মূলগত পাৰ্থক্য নাই, এই কথা চাহ শ্ৰমিকসকলে তেওঁলোকৰ স্বাভাৱিক অনুভূতিৰেই বুজিব পাৰিছে। চাহ শ্ৰমিকসকলক লৈ, এনেকৈ অসমৰ এখন শক্তিশালী আৰু মঙ্গলকামী সমাজৰো আজি গঢ়ি উঠাৰ কাম স্বাভাৱিকভাবেই আগবাঢ়িছে বুলি ভাবিবৰ কাৰণ আছে।

এইখিনিতে এটা কথা মনত ৰাখিবলগীয়া যে চাহ শ্ৰমিকৰ ঘৰৰ ল'ৰা-ছোৱালী হ'লেই চাহ শ্ৰমিকৰ সঙ্গত নপৰে। আগতে চাহ শ্ৰমিকৰ সৰু সৰু ল'ৰা-ছোৱালীকো শ্ৰমিক হিচাপে খটুৱা হৈছিল। ই এতিয়া আইন মতেই নিষিদ্ধ। কিন্তু তথাপিও ই কিছুদূৰ এতিয়াও চলি আছে। অদূৰ ভৱিষ্যতত ই নিশ্চয় নোহোৱা হ'ব লাগিব। চাহ বাগিচাত চাহ শ্ৰমিকৰ ল'ৰা-ছোৱালীৰ বহুতে নিশ্চয় চাহ শিল্পতে শ্ৰমিকৰ কাম নকৰি, অন্য কাম ল'ব। শিক্ষা-দীক্ষাত আগবাঢ়ি, তেওঁলোক বহল ক্ষেত্ৰত, নানাধৰণৰ কামলৈ যাব। চহৰ বা গাঁৱত এখন ঘৰৰে এজনে খেতিত, আনজন চাকৰিত বা ব্যৱসায়ত বা শ্ৰমিক হিচাপে কাম কৰিব পাৰে আৰু সি উন্নতিৰে পৰিচায়ক। চাহ শিল্পত অতদিন অকল চাহ মজদুৰ হিচাপে কাম কৰা পৰি-



য়ালৰ ভিতৰতো সেই কথাই খাটিব। সেই হিচাপে চাহ শ্ৰমিকৰ সমাজখন ইতিমধ্যে বিস্তাৰিত হৈছেই। প্ৰাক্তন চাহ মজদুৰৰ গাঁওবিলাকেই সেই কথা সূচায়। আনন্দৰ কথা বৃহত্তৰ অসমীয়া সমাজৰ লগতো ইয়াৰ অঙ্গাঙ্গি সম্পৰ্ক ক্ৰমে বেছি স্পষ্ট আৰু ফলপ্ৰসূ হৈ উঠিবলৈ ধৰিছে।

চাহ মজদুৰ হিচাপে চাহ বাগিচাৰ লোকসকলৰ সম্পৰ্ক দেশৰ শ্ৰমিক বৰ্গৰ লগত। শ্ৰমিক এটা সুকীয়া শ্ৰেণী। শ্ৰমিক কোনো এটা সম্প্ৰদায় নহয়। শ্ৰমিক হিচাপে চাহ মজদুৰৰ বেলেগ সমস্যা আছে। তেওঁলোকে পৃথক ভূমিকা ল'বলগা আছে। আন কাৰো পৰিশ্ৰমৰ উপাৰ্জনৰপৰা শ্ৰমিকে কণাকড়িও নলয়। নিজে হাড়ক মাটি, তেজক পানী কৰি ঘটা ধনখিনি লৈয়ে তেওঁলোক সন্তুষ্ট। যুগ যুগান্তৰ এওঁলোক মানুহ জাতিৰ উন্নতিৰ সৌধ নিৰ্মাণ কৰোতা। সৰল-সহজ, শুভ্ৰ-নিৰ্মল তেওঁলোকৰ জীৱন। আন কাৰো শ্ৰমৰ উপাৰ্জন চলে বলে কৌশলে হস্তগত কৰিবলৈ নেচাই নিজৰ শৰীৰ আৰু বুদ্ধিৰে কাম কৰি খোৱা শ্ৰমিকসকল সদায় সৰ্বজনৰ নমস্য।

সম্প্ৰতি 'চাহ বাগিচাৰ জীৱন আৰু সংস্কৃতি' নামেৰে শ্ৰীসুশীল কুৰ্মীয়ে অসমীয়াত এখন মূল্যবান কিতাপ লিখিছে। তেওঁ কেইদিনমান আগতে তেওঁৰ এই কিতাপখন মোক পঢ়ি, তাৰ ওপৰত দুষাৰমান লিখিবলৈ ক'লে। বিষয়টোৰ লগত মোৰ অন্তৰৰ সংযোগ আছে। কিতাপখনৰ বিষয়টোৱেই মোক আকৰ্ষণ কৰিছে। এনে এটা বিষয়ৰ ওপৰত বিভিন্ন দিশৰপৰা বাহুল্য ভাবে আলোচনা হোৱাৰ বিশেষ যে প্ৰয়োজন আছে তাক নকলেও হ'ব। সাম্প্ৰতিক অসম সাহিত্য সভাই এই বিষয়ে বিশেষ মনোযোগ দিয়া বুলি জানি আনন্দ পাইছোঁ। পলম হৈছে যদিও বিষয়টোৰ প্ৰতি মনোযোগ আকৰ্ষণ হোৱাটো আনন্দৰ কথা।

চাহ বাগিচাৰ জীৱন আৰু সংস্কৃতিৰ ওপৰত এখন কিতাপ যুগুত কৰি শ্ৰীসুশীল কুৰ্মীয়ে অসমীয়া সাহিত্যলৈ এটা লেখত ল'বলগীয়া বৰঙণি দিছে। কিতাপখনত সন্নিৱিষ্ট কৰা তথ্য-পাতি আৰু খা-খবৰবিলাক সংগ্ৰহ কৰোতে শ্ৰীমান কুৰ্মীয়ে যে অশেষ কষ্ট কৰিবলগা হৈছে, কিতাপখনেই সেই কথাৰ সাক্ষী দিব। লিখকৰ দৃষ্টিভংগী, বিচাৰ পদ্ধতি, লিখন শৈলী আৰু ভাষা শলাগিবলগীয়া। শ্ৰীকুৰ্মীয়ে তেওঁৰ এই কিতাপখনৰ মাধ্যমেৰে বিষয়টো সামগ্ৰিকভাবে আৰু যুক্তিযুক্তভাবে প্ৰমাণিত কৰি পাঠকৰ আগত দাঙি ধৰিছে। মোৰ বিবেচনাৰে তেওঁৰ চেষ্টা সৰ্বতোভাবে কৃতকাৰ্য হৈছে। শ্ৰীকুৰ্মীক তেওঁৰ এই কিতাপখনৰ কাৰণে মই অভিনন্দন জনাওঁ।

অসমৰ চাহ শিল্পত কাম কৰিবলৈ বাহিৰৰপৰা মানুহ সংগ্ৰহ কৰি আনোতে কেনেবিলাক ব্যৱস্থা লোৱা হৈছিল আৰু মানুহখিনিৰ কিমান যে

দুখ-দুৰ্দশা হৈছিল, সেই বিষয়ে কুৰ্মীয়ে ভালকৈ আলোচনা কৰিছে। কুৰ্মীয়ে লিখিছে, "কোনো শ্ৰমিক বাগিচাৰ পৰা যাতে পলাব নোৱাৰে, তাক পহৰা দিবৰ কাৰণে চাহাবে বাগিচাত ছৰ্দাৰ-চকিদাৰ ৰাখিছিল। সিহঁতে শ্ৰমিকক দিনে ৰাতিয়ে পহৰা দি ৰাখিছিল। পলৰীয়া শ্ৰমিকক গ্ৰেপ্তাৰ কৰিবলৈ চাহ বাগিচাৰ মালিকক ক্ষমতা দিয়া হৈছিল।"

'শ্ৰমিকৰ ওপৰত যিকোনো বিচাৰ বাগিচাৰ মালিকে, চাহাবে নিজৰ ইচ্ছা মতে কৰিছিল। তাত কোনো নিয়ম নীতি নাছিল। চাহাবৰ কথাই সকলো আইন কানুন—শ্ৰমিকসকল হৈ পৰিছিল কোম্পানীৰ একপ্ৰকাৰ ক্ৰীতদাস।'

চাহ শ্ৰমিক নিজৰ মতে বাগিচাৰ বাহিৰলৈ যাব নোৱাৰিছিল। বাহিৰৰ মানুহো বাগিচালৈ বিনা অনুমতিত সোমাৱা নিষেধ আছিল। ১৯৩৮ চনতো তেনে অৱস্থা আছিল কাৰণে, লোকনায়ক অমিয়কুমাৰ দাসে সেই সময়ত অসম এছেম্বলীত "The Assam Tea Garden Labourers' Freedom of Movement Bill" দাঙি ধৰিবলগা হৈছিল।

কিন্তু মন কৰিবলগীয়া কথা যে সকলো প্ৰকাৰে প্ৰতিকূল অৱস্থাতো চাহ শ্ৰমিকসকল জাগ্ৰত হৈছিল। বৃটিছ পাৰ্লেয়ামেন্টৰ মেম্বাৰ, ইংলেণ্ডৰ শ্ৰমিক নেতা পাশ্বেলে, অসমলৈ আহি চাহ বাগিচা পৰিভ্ৰমণ কৰি ১৯২৭ চনৰ ২২ ডিচেম্বৰত গুৱাহাটীত এখন ৰাজহুৱা সভাত ভাষণ দি কৈছিল — "Men in the Tea plantations are revolting. That is a good sign." চাহ বাগিচাৰ শ্ৰমিকসকল বিদ্ৰোহী হৈ উঠিছে। ই এটা ভাল চিন।" কুৰ্মীয়ে লিখিছে— "দমনমূলক নীতি চলি থকা সত্বেও অৱশেষত এদিন শ্ৰমিকসকল একগোট হৈ থিয় দিবলৈ যত্ন কৰিলে। মানৱ অধিকাৰৰ বিষয়ে সবিশেষ নুবুজিলেও, তুঁহজুইৰ দৰে অন্তৰত জ্বলি থকা বেদনাৰাশিয়ে সংগ্ৰামৰ পথ আৰু প্ৰতিবাদৰ ধ্বনি বুজি পোৱাত সহায় কৰিলে। প্ৰতিবাদৰ সুৰ বাজি উঠে শ্ৰমিকৰ মাজত।"

স্বাধীনতাৰ আগতেও অসমৰ চাহ শ্ৰমিকসকল সংঘবদ্ধ হ'বলৈ চেষ্টা নকৰাকৈ থকা নাছিল। কোনো কোনো ঠাইত চাহ শ্ৰমিকৰ ট্ৰেড ইউনিয়ন হৈছিল। মহাত্মা গান্ধীৰ নেতৃত্বত পৰিচালিত ভাৰতৰ স্বাধীনতা আন্দোলনে চাহ বাগিচাৰ শ্ৰমিকসকলকো নতুন প্ৰেৰণা দিছিল। ই তেওঁলোকৰ প্ৰাণতো আশা আকাংক্ষা সৃষ্টি কৰিছিল। চাহ মজদুৰও প্ৰবল বাধা সত্বেও স্বাধীনতা আন্দোলনৰ সমৰ্থক আছিল। কোনো কোনো বাগিচাৰ চাহাব-মেনেজাৰৰ সকলো বাধা অতিক্ৰম কৰিও আন্দোলনত যোগ দি জেল খাটিছিল আৰু নানাভাবে ত্যাগ স্বীকাৰ কৰি লৈছিল।



স্বাধীনতাৰ পিছত, অসমৰ চাহ শ্ৰমিক বিশেষভাবে সংগঠিত হৈছে। কুৰ্মীয়ে এই বিষয়ে ভালভাবে আলোচনা কৰিছে। ট্ৰেড ইউনিয়ন হিচাপে সংগঠিত চাহ শ্ৰমিকৰ অনুষ্ঠান অসম চাহ মজদুৰ সংঘ ভাৰততে এখন সৰ্ববৃহৎ আৰু সৰ্বপ্ৰধান ইউনিয়ন। এতিয়াও চাহ মজদুৰসকলৰ বহুতো সমস্যাৰ সমাধান হ'বলৈ বাকী আছে। বাসস্থান, চিকিৎসা আৰু শিক্ষাৰ বিষয়ত অসমৰ চাহ মজদুৰসকলৰ অৱস্থা উন্নত কৰিবলৈ ক্ষিপ্ৰতাৰে বহুতো ব্যৱস্থা ল'বলগা হৈ আছে।

সৰ্বোপৰি, অসমত স্থায়ীভাবে বসবাস কৰা আৰু অসমৰ সৰ্বপ্ৰধান আৰু সৰ্ববৃহৎ চাহ শিল্পৰ মজদুৰ সমাজখনৰ লগত বৃহত্তৰ অসমীয়া সমাজ খনৰ আবেগিক ঐক্য স্থাপনৰ কাৰণে কাম কৰিবলগা আছে। অসমত চাহ শিল্প গঢ়ি তোলাত আৰু ইয়াক ক্ৰমে উন্নত অৱস্থালৈ তোলাত, সেই শিল্পত শাৰীৰিক আৰু মানসিক শ্ৰমৰে বৰঙণি দিয়া লোকসকলৰ অৱদান বিশেষভাবে স্বীকৃতি পাব লাগে। সামাজিক, সাংস্কৃতিক আৰু ৰাষ্ট্ৰীয় ভাৱনাৰ ফালৰ পৰাই নহয়, অসমৰ অৰ্থনৈতিক দৃষ্টিকোণৰ পৰাও চাহ শিল্পৰ কৰ্মচাৰী আৰু মজদুৰৰ কথা সততে মনত ৰখা প্ৰয়োজন। শ্ৰীকুৰ্মীয়ে সকলো দিশৰ পৰা তেওঁৰ কিতাপত আলোচনা কৰিছে। সাংস্কৃতিক দিশৰ ওপৰত আলোচনা কৰি তেওঁ লিখিছে: "অসমৰ হাৱা পানীৰ মাজত থকা চাহ বাগিচাৰ উমৈহতীয়া সংমিশ্ৰণ সংস্কৃতিত অসমীয়া সংস্কৃতিৰ প্ৰভাৱ পৰিছে; যাৰ ফলত দুয়োটা সংস্কৃতি অজানিতভাবে দুয়ো দুয়োৰে ওচৰ চাপি যোৱা দেখা গৈছে। বহাগ বিহুত গৌ-সেৱা কৰা আৰু হুচৰি গোৱা যিদৰে অসমীয়া সংস্কৃতি, ঠিক সেইদৰে সঁহৰাই পৰৱত গৌ-সেৱা কৰা আৰু জাহলী (হুচৰি স্বৰূপ) গোৱাটো চাহ বাগিচাৰ সংস্কৃতি।"

সুখৰ কথা যে চাহ মজদুৰ সমাজৰ পৰাঁই সংমিশ্ৰণৰ মিলনৰ বাণী কঢ়িয়াই অনা প্ৰতিভাশালী লিখক ওলাইছে। কাৰো ওপৰত আন কাৰো সংস্কৃতি জাপি দিয়াৰ ভাৱেৰে নহয়, সমন্বয়ৰ ভাৱেৰে এটাই আনটোৰ পৰিপূৰক হিচাপে কাম কৰাৰ ক্ৰান্তিকাৰী প্ৰচেষ্টাৰ প্ৰতি আদৰণি জনাব লগীয়া।

চাহ মজদুৰ সমাজখনৰ মানুহখিনিৰ প্ৰাণৰ কথা জানিবলৈ, বুজিবলৈ অসমৰ সাহিত্যিক আৰু নৃত্য-গীত বিশাৰদসকলেও বহুত গুণ বেছি মন দিবলগীয়া হৈ আছে।

মোৰ আশা যে শ্ৰীসুশীল কুৰ্মীৰ "চাহ বাগিচাৰ জীৱন আৰু সংস্কৃতি" কিতাপখনে এই বিষয়টোৰ ওপৰত সাধাৰণভাবে সকলোৰে মাজত এটা আগ্ৰহ জন্মাব। মোৰ বিশ্বাস যে কিতাপখনে পঢ়ুৱৈ সমাজৰ বিশেষ সমাদৰ লাভ কৰিব।

শ্ৰীবিজয় চন্দ্ৰ ভাগৱতী

# লেখকৰ একাষাৰ

অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক শ্ৰীযুত সতীশ চন্দ্ৰ চৌধুৰীদেৱৰ পৰা ১৯৮৯ চনৰ অক্টোবৰ মাহৰ ২৭ তাৰিখে হঠাতে এখন চিঠি পালো যে "চাহ বাগিচাৰ জীৱন আৰু সংস্কৃতি"ৰ ওপৰত এখন কিতাপ লিখিব লাগে। তাৰ পাছত বিহগুৰিত অনুষ্ঠিত স্বৰ্গীয় চন্দ্ৰনাথ শৰ্মাৰ শতবাৰ্ষিকী সভাত আৰু অসম সাহিত্য সভাৰ বিশ্বনাথ চাৰিআলি অধিবেশনৰ কবি সন্মিলনত যোগদান কৰাৰ পৰত শ্ৰীযুত চৌধুৰীয়ে দুয়ো ঠাইতে এই লেখকক ৰাইজৰ আগত পৰিচয় কৰাই দি উল্লেখিত কিতাপখন লিখিবলৈ দায়িত্ব অৰ্পণ কৰা হৈছে বুলি ঘোষণা কৰাৰ পাছত মনে মনে অলপ ভয়ো পালো যে ভালদৰে যদি লিখিব নোৱাৰো তেতিয়া বৰ বেয়া কথা হ'ব আৰু বৰ লাজ পাব লাগিব। সাহিত্য সভাৰ তদান্তীন সভাপতি শ্ৰীযুত মহিম বৰা দেৱে বিহগুৰিত পাই ব্যক্তিগতভাৱে জানিবলৈ দিলে যে প্ৰকাশ কৰিবলৈ যিমান খৰছ পৰে কথা নাই মুঠতে চাহ বাগিচাৰ জীৱন আৰু সংস্কৃতিৰ সকলো দিশ সামৰি বহলভাৱে লিখি কিতাপখন সোনকালে দিব লাগে। তাতে সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, সাহিত্য একাডেমীৰ সভাপতি ডঃ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যদেৱে কিতাপখন কেনেদৰে লিখিলে ভাল হ'ব সেই বিষয়ে দিহা-পৰামৰ্শ দি ক'লে যে— সংস্কৃতিৰ কথাবোৰ লিখাৰ লগে লগে তেওঁলোকৰ মাজত প্ৰচলিত 'খদনা' আদিৰ কথাবোৰো যাতে সন্নিবিষ্ট কৰা হয় তালৈ লক্ষ্য ৰাখিব লাগে। উক্ত শুভাকাঙ্ক্ষী শ্ৰদ্ধাভাজন ব্যক্তি-সকলৰ কথা মনত ৰাখি কিতাপখন লিখি যাব ধৰিলোঁ, চাহ বাগিচাৰ জীৱন আৰু সংস্কৃতিৰ অতীত বৰ্তমানৰ এখন প্ৰতিচ্ছবি ফুটাই তোলাৰ মানসেৰে।

'—ফাঁকি দিয়ে আনিল আসাম' বুলি ঝুমইৰ গীতৰ মাজেৰে মনৰ ক্ষোভ আজিও প্ৰকাশ কৰি থকা চাহ জনজাতিসকলক দালালীয়ে ফুচুলাই আড়কাঠিয়া আৰু গিৰ্মিটিয়া পদ্ধতিৰে অসমলৈ অনা প্ৰায় দুশ বছৰ পূৰ্ণ হোৱাৰ পথত। আশা কৰা অনুযায়ী সুখৰ মুখ দেখা নেপালেও অসমৰ ৰসাল মাটিত লহ্‌পহ্‌কৈ ঠন্ ধৰি উঠা এটি কলি দুটি পাতৰ লগত গঢ়ি তুলিলে জীৱন ধাৰণৰ সম্পৰ্ক আৰু চাহ বাগিচাৰ চাৰিসীমাৰ মাজত আবদ্ধ থাকি অৱতীৰ্ণ হ'ল জীৱন যুঁজৰ সংগ্ৰামথলীত। আহোতে দেশৰ পৰা



কঢ়িয়াই অনা ভাষা-কলা-কৃষ্টি-সংস্কৃতিৰ স্বকীয়তা আপোন ঘৰত বজাই ৰাখিলেও অসমৰ হাৱা-পানীৰ মাজত ডাঙৰ দীঘল হৈ সময়ৰ হাত-বুলনিত প্ৰায় সকলো ফালৰ পৰাই অসমীয়াত্ব গ্ৰহণ কৰি এখন বৃহত্তৰ অসমীয়া সমাজ গঢ়াত অৰিহণা যোগোৱাত সহায়ৰ হাত আগবঢ়াইছে বুলি ক'ব পাৰি। চাহ বাগিচাক বাদ দি অসমৰ অৰ্থনীতি যেনেদৰে পূৰ্ণাঙ্গ হ'ব নোৱাৰে চাহ জনজাতিক বাদ দি সেই দৰে অসমীয়া জাতি পূৰ্ণাঙ্গ হ'ব নোৱাৰে। দুয়োৰে দুয়ো পৰিপূৰক। এটাক বাদ দি আনটোৰ পূৰ্ণাঙ্গ ৰূপ দেখিবলৈ পোৱা নেযায়। বিভাজন নীতিয়ে এটা জাতি বা এখন সমাজক ধ্বংসৰ মুখলৈ ঠেলি নিয়ে। সমন্বয় সম্প্ৰীতিৰ মিলন সাঁকোৱেহে প্ৰগতিৰ সোপান ৰচনা কৰে। ঘৃণা-হিন্যতা, কপটতাপূৰ্ণ ঠেক মনোভাব পৰিহাৰ কৰি আন্তৰিকতা-পূৰ্ণ বহল মনোভাবক আকোৱালি ল'ব পৰাৰ ওপৰতহে সমন্বয় সম্প্ৰীতি নিৰ্ভৰ কৰে। অৱহেলাৰ ভাব পোষণ কৰি কাকো আপোন কৰিব নোৱাৰি। আনক মিলাব খুজিলে নিজেও মিলিব লাগিব। তেতিয়াহে মিলনৰ মিলনত্ব আছে।

শ্ৰম সংগ্ৰামী চাহ জনজাতিৰ জীৱন আৰু সংস্কৃতিৰ ওপৰত আলোক-পাত কৰাই এই গ্ৰন্থখনিৰ মূল উদ্দেশ্য। ইয়াৰ জৰিয়তে চাহ বাগিচাক কেন্দ্ৰ কৰি অহা এই লোকসকলৰ অসম আগমনৰ আদি কথাৰ পৰা আৰম্ভ কৰি সাম্প্ৰতিক কালৰ বিবিধ কথাবোৰ আৰু লগতে কলা-কৃষ্টি-সংস্কৃতিৰ পথাৰখনৰ কথাবোৰ দাঙি ধৰাৰ যত্ন কৰা হৈছে। এই ক্ষেত্ৰত কিমানখিনি কি কৰিব পাৰিছোঁ ক'ব পৰা নাই। মোৰ ক্ষুদ্ৰ মগজুৰে যিখিনি চুকি পাইছোঁ তাকে সন্নিবিষ্ট কৰিছোঁ মাথোন। ভাল-বেয়া বিচাৰৰ ভাৰ পাঠক সমাজৰ ওপৰতে এৰা হ'ল। এই লেখকৰ মনৰ পিছঁত গ্ৰন্থ লিখাত কলমৰ এইয়া ৫ম দৌৰ। ইয়াৰ আগত (১) চাহ মজদুৰ লোকগীত (২) টুসু গীতৰ মাজে মাজে (৩) চাহ বাগিচাৰ কথা আৰু (৪) চাহ বাগিচাৰ অসমীয়া সম্প্ৰদায় নামৰ চাৰিখন গ্ৰন্থ প্ৰকাশ পাইছে যদিও এশ এবুৰি আহুকালৰ মাজত গ্ৰন্থখনি লিখিবলগা হোৱাত মাজে মাজে কলমে উজুতি খাইছে। ভাব হয়— সেই উজুতিবোৰত লিখিবলগীয়া বহুত কথাই হয়তো থাকি গৈছে আৰু সন্নিবিষ্ট তথ্যপাতিবোৰতো তাৰ ধাক্কা পৰিছে। পাঠকসকলে কিবা আঁসোৱাহ পালে আঙুলিয়াই দিলে কৃতাৰ্থ হ'ম।

গ্ৰন্থখনি লিখা কালত বিভিন্ন দিশত দিহা-পৰামৰ্শ দি সহায় কৰা বাবে অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক শ্ৰীসতীশ চন্দ্ৰ চৌধুৰী আৰু বন্ধুবৰ শিল্পী সাহিত্যিক শ্ৰীকুলেন্দ্ৰমোহন দাসলৈ মোৰ হিয়াভৰা শলাগ যাচিছোঁ।

কিতাপখন হাতেলিখা অৱস্থাত চাই-চিতি আশীৰ্বাদ স্বৰূপে এটি পাতনি লিখি সহায় কৰি দিয়াৰ বাবে শ্ৰদ্ধাভাজন গান্ধীবাদী শ্ৰমিক নেতা শ্ৰীযুত বিজয় চন্দ্ৰ ভাগৱতীদেৱক শ্ৰদ্ধাৰে সুঁৱৰিছোঁ। দহোবন কাতি কৰি থৈ বিভিন্ন প্ৰকাৰে লিখাত সহায় আৰু উৎসাহ যোগোৱাৰ বাবে এইখিনিতে ডঃ বিমল নাগ আৰু শ্ৰীমতী কুসুম কুৰ্মীৰ শলাগ নল'লে বৰ কৃপণালী কৰা হ'ব। লগতে লিখনি কালত সঘনে আমনি কৰি থকা শ্ৰীমতী বিনীতা আৰু শ্ৰীমতী অনিতাৰো কথা মনত নপৰাকৈ নাথাকিল। দুয়োলৈকে ধন্যবাদ। অসম সাহিত্য সভাই কেৱল দায়িত্ব দি বহি নেথাকি তাগিদা দি থকাৰ বাবেই হয়তো ৰাইজৰ হাতত কিতাপখন যথা সম্ভৱ সোনকালে তুলি দিবপৰা গ'ল। অসম সাহিত্য সভালৈ মোৰ আন্তৰিক শুভেচ্ছা জ্ঞাপন কৰি, ৰাইজৰ আশীৰ্বাদ কামনাৰে।

তেজপুৰ — শ্ৰীসুশীল কুৰ্মী
পহিলা মে' ৯০

# চাহ বাগিচাৰ জীৱন আৰু সংস্কৃতি

অসমত প্ৰথম চাহ গছৰ সন্তেদ পোৱা যায় ১৮২৩ চনত। বেহা-বেপাৰৰ সন্ধানত গড়গাঁৱলৈ আহোতে মেজৰ ৰবাৰ্ট ব্ৰুচক এই সন্তেদ দিয়ে এজন চিংফৌ গামে। সেই সময়ত জয়পুৰ, কেহং, চাবুৱা, নাওশলীয়া, টিংৰাই আদি বহুতো ঠাইত চাহ গছৰ জংঘল আছিল। চাহ গছৰ সন্তেদ পোৱাৰ বহু দিনৰ পিছত গৰ্ডন চাহাবে চীন দেশৰ পৰা অনা চাহ গছৰ পুলি আৰু গুটিৰে ব্ৰহ্মপুত্ৰ আৰু কুণ্ডিল নৈৰ সঙ্গম স্থলত ১৮৩৫ চনত এখন পুলি বাগান পাতে। তাত বাগান ভাল নোহোৱাত ১৮৩৬ চনত জয়পুৰত অন্য এখন বাগান পাতে। তাৰ পাছত চাবুৱা, ছোট টিংৰাই আৰু শুকান-পুখুৰীত একোখন পুলি বাগান পাতে। চাহ পাত তৈয়াৰ কৰিবৰ কাৰণে ডিব্ৰুগড় আৰু টিংৰাইত দুটা কলঘৰ পাতে। তাত তৈয়াৰ হোৱা ১২ বাকচ চাহপাত ১৮৩৮ চনত লণ্ডনলৈ চালান দিয়ে আৰু তাৰ নীলাম বজাৰত প্ৰথম বিক্ৰী হয়। ১৮৫৩ চনত চিনামৰা আৰু চিংলৌ নামেৰে দুখন চাহ বাগান পতা মণিৰাম দেৱানেই প্ৰথম ভাৰতীয় চাহ খেতিয়ক। ১৮৬০ চনৰ পৰা সমতল অসমৰ প্ৰায় আটাই কেইখন জিলাতে চাহ খেতি আৰম্ভ কৰা হয়। দিনক দিনে চাহ বাগিচাৰ সংখ্যা বাঢ়িব ধৰে। চাহ বাগিচাৰ সংখ্যা বঢ়াৰ লগে লগে কাম কৰা শ্ৰমিকৰ নাটনি হয়। শ্ৰমিকৰ অভাৱত বহুতো বাগান আধা খোলাকৈ থাকে। চাহ বাগানত কাম কৰিবলৈ থলুৱা লোক নাহে। কাম কৰিবলৈ নহাৰ প্ৰধান কাৰণ হ'ল তিনিটা। প্ৰথম হ'ল, গাঁৱৰ থলুৱা লোকসকলৰ খেতি-বাতি যথেষ্ট থকাত কোনো অভাৱ নাছিল বাবে বাগানত কাম কৰিবলৈ মন কৰা নাছিল। দ্বিতীয়তে, তেওঁলোক আছিল স্বাধীনচিতীয়া। কাৰোবাৰ হুকুমৰ তলত কাম কৰিবলৈ ভাল নেপাইছিল। তৃতীয়তে কানি খাই খাই মানুহবোৰ বৰ এলেহুৱা হৈ পৰিছিল। এক তথ্য মতে ১৮৭৩-৭৪ চনত অসমত মুঠ ৫১৩১ খন কানিৰ মহল আছিল আৰু সেই মহলবোৰৰ পৰা সেই বছৰত মুঠ ১৭৩৮ মোন কানি বিক্ৰী হৈছিল। চাহ বাগানত কাম কৰিবলৈ অসমীয়া মানুহ নহা দেখি চিংফৌসকলক বাগানৰ কামত লগোৱা হয়। পিছে তেওঁলোকো বৰ এলেহুৱা আছিল। সংখ্যাতো আছিল তাকৰ। কছাৰী সম্প্ৰদায়ৰ লোকক কামত লগাই তেওঁ-

লোকৰ পৰা ভাল কাম পোৱা গৈছিল। কামত তেওঁলোক এলেহুৱা নাছিল আৰু কানি খোৱাৰ পৰা আঁতৰত আছিল। উত্তৰপাৰৰ কছাৰী শ্ৰমিক সকল কামত নিপুণ থকাৰ বাবে তেওঁলোকৰ বহুতো লোকক দক্ষিণ পাৰৰ চাহ বাগিচাবোৰত কাম কৰিবলৈ লৈ যোৱা হৈছিল। কোম্পানীয়ে কছাৰী শ্ৰমিক সংগ্ৰহ কৰিবৰ কাৰণে দৰং জিলালৈ দফাডাৰ পঠিয়াইছিল। দফাডাৰ হ'ল কোম্পানীৰ কমিচন খোৱা এক প্ৰকাৰৰ দালাল। তেওঁলোকে নানা প্ৰকাৰৰ মিছা প্ৰলোভন দেখুৱাই শ্ৰমিক সংগ্ৰহ কৰিছিল। সাধাৰণতে তেওঁলোক গাঁৱলৈ গৈ গাঁৱৰ মুখীয়ালজনক প্ৰথমতে হাত কৰিছিল। লগত লৈ যোৱা মণি-মুকুতা, কাঁহি-বাতি, আয়না, মদ আদি তেওঁক উপহাৰ দিছিল। গাঁৱৰ মানুহক ভোজ দিছিল। ভোজ খাওঁতে কোম্পানীৰ বাগানৰ কাম কৰিবৰ কাৰণে মুখীয়ালে সকলোকে বুজাই দিছিল। মুখীয়ালৰ কথা মতে গাঁৱৰ বহু কছাৰী মানুহ বাগানত কাম কৰিবলৈ গৈছিল। কিছুদিন কাম কৰাৰ পিছত হাজিৰা বৃদ্ধিৰ দাবীত ১৮৫৯ চনত তেওঁলোকে ধৰ্মঘট কৰে। চুক্তিৰ ম্যাদ শেষ নৌহওঁতেই কাম এৰি গুচি যাবলৈ ওলায়। লাহে লাহে ধৰ্মঘট জোৰদাৰ হোৱা দেখি কেপ্তেইন হলৰইদ চাহাবে তাৰ নেতা কেইজনক ধৰি আনি খুব শাস্তি দিয়াত ধৰ্মঘট সিমানতে ঠাণ্ডা হয়। ইয়াৰ আগতেও ১৮৪৮ চনত অসম কোম্পানীত কাম কৰা শ্ৰমিকসকলে ধৰ্মঘট কৰিছিল নিয়মীয়াকৈ হাজিৰা নোপোৱাৰ বাবে। তিনিমাহ ধৰি হাজিৰা নোপোৱাত অফিচ আৰু মেনেজাৰক ঘেৰাও কৰিছিল। ভাৰতৰ শ্ৰম বুৰঞ্জীত এইটোৱেই আছিল প্ৰথম ধৰ্মঘট আৰু প্ৰথম ঘেৰাও। প্ৰথম অৱস্থাত চাহ বাগানত কাম কৰিবলৈ বহুতো নগা মানুহকো লগাইছিল। কোম্পানীয়ে ঠিকমতে হাজিৰা দিব নোৱাৰাত খঙত সিহঁতে 'বাগানত আৰু কাম নকৰো' বুলি কৈ চাহ গছবোৰ কাটি থৈ গুচি যায়। কিছু দিনৰ পিছত কাটি থৈ যোৱা চাহ গছবোৰত ধুনীয়া আৰু সৰহকৈ ভাল পাত মেলিব ধৰিলে। তাকে দেখি তেতিয়াৰেপৰা বোলে চাহ গছত কলম দিবলৈ ধৰে। অসমৰ শ্ৰমিকে চাহপাত তৈয়াৰ কৰাৰ কৌশল নজনাৰ বাবে গৰ্ডন চাহাবে নিজে চীন দেশলৈ গৈ তাৰ পৰা কাৰিকৰী চীনা শ্ৰমিক অসমলৈ আনিছিল। চীনা শ্ৰমিকে অতিৰিক্ত হাজিৰা দাবী কৰিছিল। তেওঁলোকক আনোতেও বহুত খৰচ হৈছিল। আগধনো বহুত দিব লগা হৈছিল। বহুতে আগধন লৈ পিছত নহাত কোম্পানীৰ বহু টকা মৰা গৈছিল। চীনা কাৰিকৰসকলক অনা নিয়া কৰাৰ সকলো খৰচ কোম্পানীয়ে বহন কৰিছিল আৰু মাহে ৪০ টকাকৈ দৰমহা দিছিল। অসমৰ শ্ৰমিকে চাহপাত তৈয়াৰ কৰাৰ কৌশল



শিকিব পাৰিলে সিহঁতক ব্ৰুচ চাহাবে ৩০ টকাকৈ পুৰস্কাৰ দিছিল আৰু মাহত ১০ টকাকৈ দৰমহা দি টেকেলা কামত নিয়োগ কৰিছিল। কামত ভাল হ'লেও চীনা শ্ৰমিকসকলে কাৰো কথা নুশুনিছিল, চাহাবৰ হুকুম মানি নচলিছিল আৰু অলপ হিংসাকুৰীয়া আছিল। অসমৰ শ্ৰমিকসকল কিন্তু তেনে নাছিল। উজনি অসমৰ ফালে ভালেমান চীনা শ্ৰমিক অনা হৈছিল। কল ঘৰবোৰত চীনা মিস্ত্ৰীয়ে কাম কৰিছিল। চাহাবৰ দৰে দেখাত বগা হোৱা বাবে মানুহে সিহঁতক মিস্ত্ৰী চাহাব বুলিছিল। বাগানীয়া জীৱন পৰিত্যাগ কৰি নগৰ চহৰত বসতি স্থাপন কৰিছিল। মাকুমৰ চীনাপট্টী তাৰ জ্বলন্ত প্ৰমাণ। ইতিমধ্যে হাইজা বেমাৰত পৰি বহু চীনা শ্ৰমিকৰ মৃত্যু হয়। বেমাৰত কেইজনমান চাহাবো মৰিল; কেইজনমান কোম্পানীৰ ডাক্তৰো মৰিল। বাগানত কাম কৰা লোকৰ অভাৱ হ'ল। এই অভাৱ পূৰণ কৰিবৰ বাবে অসমৰ বাহিৰৰ ভাৰতৰ বিভিন্ন প্ৰান্তৰ পৰা শ্ৰমিক আনিবলৈ কোম্পানীয়ে মনস্থ কৰিলে। শ্ৰমিক সংগ্ৰহৰ বাবে কোম্পানীয়ে তেওঁলোকৰ এজেন্টবোৰক বাংলাদেশলৈ পঠালে। অসম কোম্পানীয়ে ৰংপুৰ জিলাত ১৮৫২ চনত শ্ৰমিক সংগ্ৰহৰ বাবে এজেন্সী অফিচ খুলিলে। আন আন কোম্পানীয়েও শ্ৰমিক সংগ্ৰহৰ উদ্দেশ্যেৰে তাত খুটি পুতিলে। প্ৰথমবাৰৰ বাবে ৩২৯ জন শ্ৰমিক কাছাৰ জিলাৰ বৌচাৰা আৰু মিৰ্‌ৱা বাগানলৈ অনা হয়। এইদৰে ১৮৫৯ চনত ছোটনাগপুৰ, ঘাজিপুৰ আৰু বেনাৰছৰ পৰা প্ৰায় ৪০০ জন শ্ৰমিক কাচাৰ জিলাৰ বিভিন্ন বাগিচালৈ অনা হয়। শ্ৰমিক সংগ্ৰহ কৰি অসমলৈ অনা হৈছিল দুটা প্ৰথাৰে। এটা হ'ল ঠিকাদাৰী প্ৰথা আৰু আনটো হ'ল ছৰ্দাৰী প্ৰথা। বঙ্গ দেশত শ্ৰমিক সংগ্ৰহৰ প্ৰথাক আৰ্কাটি আৰু দক্ষিণ ভাৰতত কাঙ্গানি বোলে।

ঠিকাদাৰী প্ৰথা অনুযায়ী কোম্পানীবোৰে শ্ৰমিক আনিব পৰা ঠাই বিলাকত একোজন এজেন্ট নিয়োগ কৰিছিল। এজেন্টবোৰে শ্ৰমিক সংগ্ৰহ কৰিবৰ কাৰণে ঠিকাদাৰ নিয়োগ কৰিছিল। ঠিকাদাৰবোৰে তাৰ বাবে কমিচন পাইছিল। কমিচন খোৱা এই ঠিকাদাৰবোৰে সিহঁতক সহায় কৰিবৰ বাবে নিজাববীয়াকৈ কিছুমান তলতীয়া ঠিকাদাৰ নিয়োগ কৰিছিল। সেই সময়ত আদিবাসী অধ্যুষিত ছোটনাগপুৰ, চিংভূম, ৰাচী, তেলেঙ্গনা আদিত দুৰ্ভিক্ষই দেখা দিছিল। খাদ্যৰ অভাৱত হাঁহাকাৰ ভূগি থকা তাৰ মানুহবোৰক অসমৰ বাগিচাত কাম কৰিবলৈ ঠিকাদাৰবোৰে গৈ ফুচুলাইছিল। নিৰক্ষৰ হোজা লোকসকলক নানা মিছা কথাৰে প্ৰলোভন দেখুৱাই চাহ বাগিচাত কাম কৰিবলৈ অসমলৈ আনিছিল। চাহ বাগিচাৰ চাৰিবেৰৰ

মাজত সোমাই অন্য সমাজৰপৰা সম্পূৰ্ণ ৰূপে তেওঁলোক বিচ্ছিন্ন হৈ পৰিছিল। কাৰো লগত মিলা-মিছা হ'বলৈ নিদিছিল। বাগিচাৰ পৰা তেওঁলোকক বাহিৰলৈ ওলাবলৈ দিয়া নহৈছিল। বাহিৰৰ গাঁৱৰ মানুহকো বাগিচাত সোমাবলৈ দিয়া নহৈছিল। গতিকে চাহ বাগিচাৰ ভিতৰ চ'ৰাৰ কথা বাহিৰৰ মানুহে খুব কমেইহে জানিছিল। চাহ শ্ৰমিকৰ বাবে চাহ বাগিচাখনেই তেওঁলোকৰ পৃথিৱী আৰু মালিক চাহাবেই আছিল তেওঁলোকৰ মা-বাপ। চাহ বাগিচাৰ মালিকসকল বৰ প্ৰভাৱশালী হৈ পৰিছিল। আনকি সেই সময়ৰ চৰকাৰখনো বাগিচাৰ মালিকৰ কথামতে চলিছিল। বাগিচাৰ মালিক চাহাবে চাহ শ্ৰমিকৰ ওপৰত কৰা কোনো অত্যাচাৰৰ বিৰুদ্ধে কোনো চৰকাৰী বিষয়াই মাত মাতিলে তেওঁক কামৰ পৰা বৰ্খাস্ত কৰিছিল। সেয়ে ডঃ অমলেন্দু গুহই তেওঁৰ "Planters Raj to swaraj" নামৰ কিতাপখনত সেই সময়ৰ চৰকাৰক প্লেন্টাৰ্চ ৰাজ অৰ্থাৎ বাগিচা মালিকৰ ৰাজত্ব বুলি অভিহিত কৰিছে। চৰকাৰী নথি-পত্ৰৰপৰা চাহ শ্ৰমিকৰ ওপৰত চলা অত্যাচাৰ অনাচাৰৰ ইংগিতহে পোৱা যায় তাৰ বৰ্ণনা পোৱা নেযায়। অসমলৈ আহি শ্ৰমিকৰ জীৱন দুখেৰে জৰ্জৰিত হৈ পৰিছিল। ফুচুলনি দি অনা ঠিকাদাৰৰ কথাবোৰ তেতিয়াহে উপলব্ধি হৈছিল। জন্ম স্থান এৰি দালালীৰ চলাহী কথাত বাগিচাত কাম কৰি সুখেৰে খোৱাৰ মানসেৰে অসমলৈ অহাৰ সময়ত মনৰ ফূৰ্তিত গোৱা "চল মিনি আসাম যাব, দেশে বড় দুখ ৰে। আসাম যায়ে সুখে থাব, আসাম সনাৰ দেশৰে" গোৱা গীত ফাঁকিৰ কথা তেওঁলোকৰ মনত পৰে। আৰু মনত পৰে-- "আম লাগে থপা থপা, তেতুল লাগে বাঁকা। যায়ে দেখ' আসাম দেশে, চাহেৰ গাছে টাকা।" অৰ্থাৎ আম গছত আম আৰু তেতেলী গছত তেতেলীহে লাগে, কিন্তু অসমৰ চাহ গছত টকা লাগে। এক ৰঙীণ স্বপ্ন আগত ৰাখি বাগিচাত আহি তেওঁলোকে পালে কি? পালে কেৱল-- "চৰ্দাৰ বলে কাম কাম, বাবু বলে ধৰে আন, চাহাব বলে লিব পিঠেৰ চাম, হে নিধি ৰাম, ফাঁকি দিয়ে আনিল আসাম।" অৰ্থাৎ সদায় কেৱল চৰ্দাৰে কামৰ কথা কয়, বাবুহঁতে ধৰি অনাৰ কথা কয় আৰু চাহাবহঁতে পিঠিৰ চাল লোৱাৰ কথা কয়। তাৰ বাহিৰে আৰু একো নাই। সঁচাই নিধিৰামে বৰ ফাঁকি মাৰি আনিলে!

এইদৰে চাহ বাগিচাৰ গীতৰ মাজত চাহ শ্ৰমিকৰ বেদনাপূৰ্ণ জীৱন বুৰঞ্জী সোমাই আছে। গাই-গুটীয়া শ্ৰমিক সংগ্ৰহ কৰাতকৈ পৰিয়াল সহ শ্ৰমিক সংগ্ৰহৰ ওপৰত বেছি গুৰুত্ব দিয়া হৈছিল। তাৰ কাৰণ হ'ল পৰি-



য়াল সহ শ্ৰমিক বাগিচাত সোমালে বংশ বৃদ্ধি হৈ শ্ৰমিকৰ অভাৱ সোনকালে দূৰ হ'ব আৰু আনহাতেদি ভৱিষ্যতে কাম এৰি বাগিচাৰ পৰা গুচি যোৱাৰ মন নকৰিব। গতিকে পৰিয়াল শ্ৰমিক সংগ্ৰহ কৰি দিলে কোম্পানীয়ে চৰ্দাৰ ঠিকাদাৰবোৰক বেছি পইচা দিছিল। পইচাৰ লোভত চৰ্দাৰ ঠিকাদাৰহঁতে ডেকা-গাভৰুবোৰক বিভিন্ন ঠাইৰপৰা নানান মিছা কথা কৈ ফুচুলাই আনি কোম্পানীৰ আগত হাজিৰ কৰিছিল আৰু মিছাকৈ গিৰিয়েক-ঘৈণীয়েক বুলি কোম্পানীৰ বহীত নাম ৰেজিষ্ট্ৰাৰ কৰি দিছিল। বেলেগ বেলেগ ঠাইৰ পৰা আনি জমা কৰা কাৰণে ডেকাজনে হয়তো গাভৰুজনীক চিনি নেপাইছিল আৰু গাভৰুজনীয়েও হয়তো ডেকাজনক চিনি নেপাইছিল। আন ফালেদি জাতি-ধৰ্ম-ভাষাও হয়তো দুয়োৰে বেলেগ বেলেগ আছিল। কিন্তু দালালীৰ পাল্লাত পৰি কোম্পানীৰ বহীত দুয়ো গিৰীয়েক ঘৈণীয়েক হৈ পৰিছিল। ইয়াক 'ডিপো ছাদি' অৰ্থাৎ Depot marriage বুলিছিল। কেতিয়াবা আকৌ অন্য এক তিৰোতাক অন্য এক মতাৰ লগত গিৰীয়েক ঘৈণীয়েক হিচাপে মিছাতে দেখুৱাই ডিপোত নাম ভৰ্তি কৰি দি দালালীয়ে পইচা খাইছিল। ই এক জঘন্য কাৰবাৰ আছিল। সেয়ে ৰজনীকান্ত দাসে তেওঁৰ "Plantation Labour in India" নামৰ কিতাপ খনত শ্ৰমিক সংগ্ৰহ কৰা দালালী চৰ্দাৰ ঠিকাদাৰবোৰক 'দেশৰ ময়লা' আৰু 'হৃদয় বিহীন দুৰাত্মা' বুলি আখ্যা দিছে। শ্ৰমিকসকলৰ দুখ ভৰা জীৱনৰ কথা জানি অসমৰ চীফ কমিচনাৰ চাৰ বেম্‌ফীল্ড ফুল্লাৰে শ্ৰমিকসকলক 'সজাত ৰখা জন্তু' বুলি কৈছিল। সহ্য কৰিব নোৱাৰি নিৰ্যাতিত শ্ৰমিকৰ হকে মাত মাতি অসমৰ জনকল্যাণ বিভাগৰ চীফ্ কমিচনাৰ হেন্‌ৰী কটনে চাকৰীৰ পৰা বিদায় ল'ব লগা হৈছিল।

১৮৬৭ চনৰ আগলৈকে অতি নিৰ্মমভাবে শ্ৰমিক সংগ্ৰহ কৰা হৈছিল। সংগ্ৰহ কৰা শ্ৰমিকসকলক দালালী ঠিকাদাৰবোৰে নাও-জাহাজত বস্তা লদাদি লাদি লৈ ডিপুবোৰৰ জৰিয়তে অসমৰ বাগিচালৈ লুইতৰ বুকুৰেদি লৈ আহিছিল। আনোতে হেঁচা-ঠেলা আৰু বেমাৰত পৰি যাত্ৰা পথতে নাও-জাহাজৰ ওপৰতে বহুতৰ মৃত্যু হৈছিল। য'তে যাৰ মৃত্যু হৈছিল ত'তে তাক পেলাই থোৱা হৈছিল। এক চৰকাৰী হিচাপ মতে ১৮৬৩ চনৰ পহিলা মে'ৰ পৰা ১৮৬৬ চনৰ পহিলা মে' লৈকে এই তিনি বছৰৰ ভিতৰত অসমৰ চাহ বাগিচাত কাম কৰিবৰ কাৰণে ৮৪,৯১৫ জন শ্ৰমিক অনা হয়। তাৰে ৩১,৮৭৬ জনৰ সেই তিনি বছৰৰ ভিতৰতে বেমাৰ-ব্যাধিকে আদি কৰি বিভিন্ন কাৰণত মৃত্যু হয়। এইয়া চৰকাৰী হিচাপহে। বে-চৰকাৰী

হিচাপ মতে তাৰ সংখ্যা আৰু বেছি হ'ব পাৰে। তাৰোপৰি বিভিন্ন সময়ত কিমান শ্ৰমিক আমদানী কৰা হয় আৰু কিমান শ্ৰমিকৰ মৃত্যু হয় তাৰ সঠিক হিচাপ ক'তো বিচাৰি পোৱা নেযায়। শ্ৰমিকৰ দুৰ্গতি দেখি, অলপ সহানুভূতি ওপজাত চৰকাৰে এখন অনুসন্ধান আয়োগ গঠন কৰি দিয়ে। আয়োগৰ অনুমোদন ক্ৰমে চৰকাৰে এখন আইন পাছ কৰে। এই আইন খনৰ সঠিক নাম জানিব পৰা নগ'ল। কিছুমানৰ মতে "Native Labourers Act" কিছুমানৰ মতে "Plantation Act" কিছুমানৰ মতে "Emigrant Labour Act" আৰু কিছুমানৰ মতে "Bengal Legislative Council". এই আইন মতে শ্ৰমিক সংগ্ৰহ কৰা ঠিকাদাৰবোৰক লাইচেন্স দিয়া আৰু শ্ৰমিক চালান দিয়া নাও-জাহাজবিলাকত দৰব-পাতিৰ ব্যৱস্থা ৰখা হয়। লগতে ডিপুৰ বহীত শ্ৰমিকৰ নাম ভৰ্তি কৰাৰ সময়তে চুক্তিৰ সময় সীমা বান্ধি দিয়াৰ নিয়ম কৰা হয়। ১৯১৫ চনলৈকে ঠিকাদাৰী প্ৰথাৰে শ্ৰমিক সংগ্ৰহ কৰা হয়। তাৰ পিছত এই প্ৰথা উঠি যায়। ঠিকাদাৰী প্ৰথা চলি থকাৰ সময়তে ১৮৭০ চনৰ পৰা আৰু এক প্ৰথাৰে শ্ৰমিক সংগ্ৰহ কৰা হৈছিল। তাৰ নাম চৰ্দাৰী প্ৰথা। ঠিকাদাৰী প্ৰথা উঠি যোৱাৰ পিছতো এই প্ৰথা চলি থাকে। চৰ্দাৰী প্ৰথা প্ৰথম প্ৰচলন হয় কাছাৰ জিলাত। আইন মতে লাইচেন্স থকা লোকেহে শ্ৰমিক সংগ্ৰহ কৰিব পাৰে যদিও এই আইন উলংঘা কৰি কোম্পানীবোৰে বাগিচাৰ বুদ্ধিমান চৰ্দাৰবোৰক শ্ৰমিক সংগ্ৰহ কৰি আনিবৰ কাৰণে যথা স্থানলৈ পঠিয়াইছিল। ঠিকাদাৰবোৰৰ দৰে তেওঁলোকেও নানাধৰণৰ মিছা কথা কৈ প্ৰলোভন দেখুৱাই ফুচুলাই শ্ৰমিক সংগ্ৰহ কৰি আনিছিল। চৰ্দাৰবোৰক সাধাৰণতে নৱেম্বৰ মাহৰ পৰা জানুৱাৰী মাহৰ ভিতৰত শ্ৰমিক সংগ্ৰহৰ বাবে প্ৰতি বছৰে এবাৰ দেশলৈ পঠাইছিল। সেই মতে সিহঁতে শ্ৰমিক সংগ্ৰহ কৰি আনিছিল। শ্ৰমিক সংগ্ৰহ কৰোতে যি খৰচ পৰিছিল সকলো খৰচ কোম্পানীয়ে বহন কৰিছিল। শ্ৰমিক সংগ্ৰহ কৰা ঠিকাদাৰ আৰু চৰ্দাৰৰ মাজত এটাই প্ৰভেদ আছিল যে ঠিকাদাৰবোৰে কমিচন পাইছিল আৰু চৰ্দাৰবোৰে হাজিৰা পাইছিল। আইন মতে চৰ্দাৰবিলাকক দুভাগত ভাগ কৰি দুয়ো ভাগক শ্ৰমিক সংগ্ৰহৰ ক্ষমতা বেলেগ বেলেগ দিয়া হৈছিল। এভাগত এজন চৰ্দাৰে এবাৰত মাত্ৰ বিশ জনহে শ্ৰমিক সংগ্ৰহ কৰি আনিব পাৰে। তাতকৈ বেছি শ্ৰমিক সংগ্ৰহ কৰি অনাৰ অধিকাৰ তাৰ নাথাকে। আন ভাগত ক্ষমতা পোৱা চৰ্দাৰবোৰে আকৌ বিশজনতকৈয়ো বেছি শ্ৰমিক সংগ্ৰহ কৰি আনিব পাৰে। সেই মতে সিহঁতক আইনগত অধিকাৰ দিয়া



হৈছিল। বিশ জনতকৈ অধিক শ্ৰমিক সংগ্ৰহ কৰিবপৰা ক্ষমতা পোৱা চৰ্দাৰবোৰক লাইচেন্স পোৱা ঠিকাদাৰ হিচাপে গণ্য কৰা হৈছিল। নিয়ম মতে চৰ্দাৰে শ্ৰমিক সংগ্ৰহ কৰি প্ৰথমতে ডিপুবোৰলৈ আনিব লাগে। তাত ডাক্তৰী পৰীক্ষা কৰি নাম ভৰ্তি কৰিব লাগে আৰু ত্ৰিশ দিনৰ ভিতৰত চুক্তিবদ্ধ কৰিব লাগে। আন এক নিয়ম মতে শ্ৰমিক সংগ্ৰহ কৰি প্ৰথমতে তাৰ জিলা মেজিষ্ট্ৰেটৰ আগত হাজিৰ কৰাব লাগে। মেজিষ্ট্ৰেটে সিহঁতক চুক্তিবদ্ধ কৰি এখন চাৰ্টিফিকেট চৰ্দাৰ বা ঠিকাদাৰজনৰ হাতত দিয়ে। চৰ্দাৰে চাৰ্টিফিকেটখন লৈ শ্ৰমিকসহ দলে বলে নাৱে-জাহাজে আহি অসম পায়হি। অসমত আহি যিখন জিলাৰ চাহ বাগিচালৈ যাব সেইখন জিলাৰ মেজিষ্ট্ৰেটক চাৰ্টিফিকেটখন দিয়ে। মেজিষ্ট্ৰেটে চাই-চিতি সকলো বাগিচালৈ যাবলৈ পিছত অনুমতি দিয়ে। এইয়া হ'ল আইন-কানুনৰ ভিতৰত বান্ধখাই থকা কথা। পিছে আইন-কানুন উলংঘা কৰি কিমান চৰ্দাৰে কিমান শ্ৰমিক সংগ্ৰহ কৰি বাগান পৌচালে আৰু শ্ৰমিকৰ লগত কিমান পৰিয়াল ল'ৰা-ছোৱালী সহ বাগান সোমালে অথবা আহোঁতে বাটত কিমান জন লোকৰ মৃত্যু হ'ল তাৰ হিচাপ আজি নাই। জানিবলৈ পোৱা তথ্য অনুসাৰে ১৮৭৭ চনত আইন মতে শ্ৰমিক আনে ৪৪,৫৪৯ জন আৰু বে-আইনী মতে শ্ৰমিক আনে ৯১,২৫৮ জন। তাৰ দুই বছৰৰ পিছত অৰ্থাৎ ১৮৮০ চনত আইন মতে অনা মুঠ শ্ৰমিকৰ সংখ্যা হয় ৪৯,৯৩০ জন আৰু বে-আইন মতে অনা মুঠ শ্ৰমিকৰ সংখ্যা হয়গৈ ১,২৮,১৬৫ জন। দেখা যায় আইন মতে অনা শ্ৰমিকৰ সংখ্যাতকৈ বে-আইন মতে অনা শ্ৰমিকৰ সংখ্যা বহুত বেছি। ইয়াৰ পৰা বুজা যায় যে চৰকাৰে বান্ধি দিয়া নীতি-নিয়ম, আইন-কানুন ভৰিৰে গছকি মুক্তভাৱে শ্ৰমিক আমদানী কৰি আনিছিল অসমৰ চাহ বাগিচাত কাম কৰিবৰ কাৰণে। দিনক দিনে মুক্তভাৱে আমদানীকৃত শ্ৰমিকৰ সংখ্যা বাঢ়িব ধৰিলে। ১৮৮৩ চনত আমদানীকৃত শ্ৰমিকৰ সংখ্যা হ'লগৈ ২,৩৭,৪০৪ জন। অতি অলপ দিনৰ ভিতৰতে এক বুজন সংখ্যক শ্ৰমিক ভাৰতৰ বিভিন্ন প্ৰান্তৰ পৰা অসমলৈ অনা হয়। ১৮৮২ চনৰ আইন মতে যি জিলাৰ পৰা শ্ৰমিক সংগ্ৰহ কৰা হয় সেই জিলাৰ মেজিষ্ট্ৰেটৰ আগত চুক্তি পত্ৰ কৰা হৈছিল আৰু সেই চুক্তি পত্ৰত মেজিষ্ট্ৰেট জনে চহী কৰিছিল। ইয়াক গিৰমিটিয়া চুক্তি বুলিছিল আৰু এই চুক্তিৰ অধীনত চালান দিয়াটোক সাধাৰণ কথাত গিৰমিটিয়া চালান আৰু শ্ৰমিকসকলক গিৰমিটিয়া শ্ৰমিক নামেৰে নামকৰণ কৰিছিল। সেই গিৰমিটিয়া নামটো আগলৈ থাকি যায়। পোনতে গিৰমিটিয়া চুক্তিৰ ম্যাদ

আছিল পাঁচ বছৰ। ১৮৮৫ চনত সংশোধন কৰি তাৰ ম্যাদ তিনি বছৰ কৰা হয়। ম্যাদ পুৰা হোৱাৰ পিছত কোনো শ্ৰমিকে ইচ্ছা কৰিলে নিয়ম মতে দেশলৈ ঘূৰি যাব পাৰে যদিও এবাৰ বাগিচাত অনাৰ পিছত কোনো শ্ৰমিকক পুনৰ দেশলৈ ঘূৰি যাবলৈ দিয়া নহৈছিল। বাগিচাৰ সংখ্যা বঢ়াৰ লগে লগে শ্ৰমিকৰো অভাৱ বাঢ়িব ধৰিলে। শ্ৰমিকৰ অভাৱ কিদৰে পূৰণ কৰিব পৰা যায় তাৰ চিন্তা চৰ্চা কোম্পানীবোৰে কৰিব ধৰে। গঠন কৰা হয় 'চেন্ট্ৰেল ৰিক্ৰুইটিং এজেন্সি' আৰু চৰ্দাৰী প্ৰথাক ইয়াৰ অধীনলৈ অনা হয়।

১৯০১ চনৰ পৰা শ্ৰমিক সংগ্ৰহ কৰিবলৈ চৰ্দাৰবোৰক বেছি সুবিধা দিয়া হয়। পিছ পৰা অনুসূচীত এলেকাৰ পৰা লাইচেন্স নোহোৱাকৈয়ো চৰ্দাৰ-ঠিকাদাৰবোৰক শ্ৰমিক সংগ্ৰহ কৰিবলৈ অনুমতি দিয়া হয়। চৰ্দাৰ ঠিকাদাৰবোৰে এই সুবিধা পাই অবাধে শ্ৰমিক সংগ্ৰহ কৰিব ধৰিলে। ইয়াৰ ফলত কিছুমান ঠাইত অশুভ পৰিস্থিতিৰ উদ্ভৱ হয়। সংগ্ৰহৰ নামত শ্ৰমিকৰ ওপৰত জোৰ-জুলুম অত্যাচাৰ চলে। এইবোৰ দেখি চৰকাৰে ১৯০৮ চনৰ পৰা শ্ৰমিক সংগ্ৰহ নীতি বলবৎ থকা এলেকাৰ বাহিৰে অন্য ঠাইৰ পৰা গিৰমিটিয়া চুক্তি কৰি শ্ৰমিক অনা বন্ধ কৰি দিয়ে। ১৯১৫ চনৰ পৰা ঠিকাদাৰী প্ৰথাৰে শ্ৰমিক সংগ্ৰহ কৰা নিয়ম তুলি দিয়ে আৰু লগে লগে তেতিয়াৰ পৰাই গিৰমিটিয়া চালান সম্পূৰ্ণ ৰূপে বন্ধ হৈ যায়। গিৰমিটিয়া চালান বন্ধ হৈ গ'লেও কোনো চুক্তি পত্ৰত চহী নকৰাকৈ চৰ্দাৰৰ ফুচুলনিত শ্ৰমিক সংগ্ৰহৰ কাম চলি থাকিল। কোনো নীতি নিয়মৰ বান্ধোনত বান্ধ নাখাই শ্ৰমিক সংগ্ৰহ কৰি চালান দিয়া এই নিয়মটোক সাধাৰণতে 'আড়কাঠিয়া চালান' বুলিছিল। সেয়ে আজিও চাহ জনজাতিৰ মাজত 'আড়কাঠিয়া চালান' আৰু 'গিৰমিটিয়া চালান'ৰ নাম মুখৰিত হৈ আছে। চাহ জনজাতি থাকে মানে এই দুই চালানৰ নাম সদায় থাকিব। তাত কোনো সন্দেহ নাই। আড়কাঠিয়া চালানেই হওঁক অথবা গিৰমিটিয়া চালানেই হওঁক— শ্ৰমিক সংগ্ৰহ কৰোতে অৱশ্যে কোম্পানীৰ কম খৰচ হোৱা নাছিল। এজন শ্ৰমিক সংগ্ৰহ কৰোতে কোম্পানীৰ গড় হিচাপে ১২০ টকাৰ পৰা ১৫০ টকালৈকে খৰচ হৈছিল বুলি জনা যায়। এক তথ্য মতে ১৮৪০-৪১ চনত অসম কোম্পানীয়ে মুঠ ১০,৭২৭ টকা খৰচ কৰিও এজনো শ্ৰমিক সংগ্ৰহ কৰিব পৰা নাছিল। তাৰ পিছত ১৮৭৮ চনত এই কোম্পানীয়ে মুঠ ২৪,৫৬২ পাউণ্ড শ্ৰমিক সংগ্ৰহৰ নামত খৰচ কৰিছিল। শ্ৰমিক সংগ্ৰহ কৰোতে ঠিকাদাৰবোৰক প্ৰতিজন শ্ৰমিকৰ বিপৰীতে



১২ টকাৰ পৰা ২০ টকাৰ ভিতৰত কমিচন দিব লাগিছিল। কমিচনৰ বাহিৰেও শ্ৰমিক সংগ্ৰহ কৰোতে যি খৰচ হয় সকলো খৰচ কোম্পানীয়ে বহন কৰিব লাগিছিল। ঠাই বিশেষে নিয়োগ কৰা এজেন্টবোৰকো দৰমহা দিব লাগিছিল। ফলত কোম্পানীৰ বহুত ক্ষতি হৈছিল। এই ক্ষতিৰপৰা হাত সাৰি কি দৰে কম খৰচত শ্ৰমিক সংগ্ৰহ কৰিব পাৰি তাৰ কথা চিন্তা কৰি কোম্পানীবোৰ সকলো লগ লাগি "Tea District Labour Supply Association" নামেৰে এটা সন্থা গঠন কৰিলে। এই সন্থাৰ যোগেদি কোম্পানীয়ে পঠোৱা চৰ্দাৰবোৰে শ্ৰমিক সংগ্ৰহ কৰিব ধৰিলে। শ্ৰমিক ৰখা ডিপোবোৰো তদাৰক সন্থাটোৱে কৰিব ধৰিলে। এনে কৰাত কোম্পানীৰ খৰচ ভালেখিনি কমি যায়। সন্থাটোৰ পৰা কোম্পানীয়ে ভাল ফল পাব ধৰিলে। ১৮৯২ চনত গঠন কৰা এই সন্থাটোৰ নামৰ পৰা "Supply" শব্দটো বাদ দি ১৯১৭ চনত কেৱল "Tea District Labour Association" নামেৰে ৰখা হয়। কোম্পানীয়ে শ্ৰমিক সংগ্ৰহ কৰাৰ ব্যৱস্থাৰ কথাহে সদায় চিন্তা কৰিলে কিন্তু সময়ত মন গ'লে শ্ৰমিকক আপোন ভূমিলৈ ঘূৰাই পঠোৱাৰ ব্যৱস্থাৰ কোনো দিনে চিন্তা নকৰিলে। চৰকাৰে কেৱল শ্ৰমিকৰ দুৰাৱস্থাৰ বুজ লৈ থাকিবলৈ এটা আয়োগ ১৯২৯ চনত "Royal Commission" নামেৰে গঠন কৰি দিলে। এই আয়োগৰ পৰামৰ্শ অনুযায়ী চৰকাৰে ১৯৩২ চনত "Tea District Labour Emigration Act" নামেৰে এক আইন প্ৰণয়ন কৰি Controller of Emigrant Labour" নামেৰে এজন চৰকাৰী বিষয়া নিয়োগ কৰিলে। চুক্তিৰ ম্যাদ শেষ হোৱাৰ পিছত কোনো শ্ৰমিকে দেশলৈ ঘূৰি যাব খুজিলে কোম্পানীয়ে যাতে যাব দিয়ে তাৰ তদাৰক ৰাখিবলৈ এই বিষয়া গৰাকীৰ ওপৰত দায়িত্ব দিয়া হয়। পিছে এবাৰ সোমোৱাৰ পিছত কোনো শ্ৰমিকক বাগিচাৰ বাহিৰলৈ ওলাবলৈ দিয়া নহৈছিল। বাগিচাৰ বাহিৰৰ মানুহৰ লগতো আনকি মিলামিছা হ'বলৈ নিদিছিল। বাগিচাৰ কামৰ বাহিৰে তেওঁলোকে আৰু একো চিনি নেপাইছিল। তেওঁলোকৰ চলন-ফুৰণ, কাম-কাজৰ ওপৰত নজৰ ৰাখিবলৈ চালাক চতুৰ চকীদাৰ নিয়োগ কৰিছিল। এইদৰে চাহ শ্ৰমিকৰ জীৱন গুৰিৰে পৰা হৈ পৰিছিল এক বন্ধ জীৱন, বন্ধ সমাজ!

ভাৰতৰ বিভিন্ন প্ৰান্তৰ পৰা অসমৰ চাহ বাগিচাত কাম কৰিবলৈ শ্ৰমিক অনাৰ সময়ত ভাৰতৰ অন্য অংশৰ লগত অসমৰ কোনো স্থল পথ নাছিল। ব্ৰহ্মপুত্ৰই আছিল একমাত্ৰ প্ৰধান সংযোগ পথ। ব্ৰহ্মপুত্ৰৰ বুকুৰেদি

চলাচল কৰা নাও জাহাজেই আছিল শ্ৰমিক অনাৰ সম্বল পথ। বিশাল লুইতৰ জলপথেদিয়েই শ্ৰমিক অনা হৈছিল অবিৰতভাবে। এই জলপথ বহু দিনলৈকে বেচৰকাৰী পথ হৈ থকা বাবে ১৮৩১ চনত ডেভিড স্কটে ইয়াক চৰকাৰী জাহাজেৰে সংযোগ কৰি চৰকাৰী পথ কৰিব লাগে বুলি পৰামৰ্শ দিয়ে। ১৮৪৭ চনত প্ৰথম চৰকাৰী জাহাজ কলিকতা আৰু গুৱাহাটীৰ মাজত চলাচল কৰে। চলাচল কৰা জাহাজখন ব্ৰহ্মপুত্ৰৰ সোঁতৰ কাৰণে অনুপযোগী হোৱাত যাতায়তৰ ক্ষেত্ৰত সহায় কৰিব নোৱাৰিলে। যাতায়তৰ ক্ষেত্ৰত সুবিধা কৰি দিব লাগে বুলি চাহ বাগিচাৰ মালিক আৰু অন্যান্য ব্যৱসায়ী গোষ্ঠীয়ে ১৮৫২ চনত চৰকাৰৰ ওচৰত দাবী তুলিলে। সেই দাবীৰ ফল স্বৰূপে ১৮৫৬ চনৰ পৰা কলিকতা আৰু ডিব্ৰুগড়ৰ মাজত তিনিখন জাহাজ নিয়মিতভাবে ব্ৰহ্মপুত্ৰৰ ওপৰত চলিব ধৰে। জাহাজ তিনি থনৰ নাম আছিল-- যমুনা, মেঘনা আৰু থেমছ। ইতিমধ্যে চিপাহী বিদ্ৰোহে চৌদিশ ছাটি ধৰাত চিপাহী-সৈন্য-সামন্ত অনা নিয়াৰ কামত চৰকাৰে জাহাজ কেইখন ব্যৱহাৰ কৰিব ধৰাত এই চৰকাৰী জাহাজ বন্ধ হৈ যায়। চৰকাৰী জাহাজৰ ওপৰত ভৰষা কৰি থাকিলে কাম নচলিব যেন দেখি ১৮৪৪ চনতে গঠিত India General and Steam Navigation Company" য়ে ১৮৬০ চনৰ পৰা কলিকতা আৰু ডিব্ৰুগড়ৰ মাজত জাহাজ চলাবলৈ ধৰে। কোম্পানীয়ে চলোৱা এই জাহাজবোৰ এক ডেৰ মাহৰ অন্তৰে অন্তৰেহে অহা যোৱা কৰিছিল। ১৮৮৫ চনত প্ৰথম ৰেল চলে যোৰহাট আৰু ককিলা মুখৰ মাজত। তাৰ পাছত তিতাবৰলৈ সম্প্ৰসাৰিত হয়। লগে লগে ডিব্ৰু-গড় আৰু মাকুমৰ মাজতো ৰেল চলিবলৈ ধৰে। পিছত এই লাইন মাৰ্ঘে-ৰিটা আৰু চৈখোৱাঘাটলৈ সম্প্ৰসাৰিত হয়। তেজপুৰ আৰু বালিপৰাৰ মাজত ৰেল চলিবলৈ ধৰে ১৮৯৫ চনৰ পৰা। থাচিয়া পাহাৰত কোম্পানী-গঞ্জ আৰু ঠেৰিয়াঘাটৰ মাজত ৰেল লাইন খোলা হয় যদিও ১৮৯৭ চনত হোৱা বৰভূঁইকপৰ ফলত সেই লাইন সম্পূৰ্ণভাবে নষ্ট হৈ যায়। অসমত প্ৰথম মটৰ গাড়ী ১৯০৫ চনত ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰত চলাৰ কথা "History of Assam Company"ত পোৱা যায়। সেই গাড়ীখন কোনোবা এখন চাহবাগিচাৰ আছিল বুলি জনা যায়। অসম কোম্পানীয়ে তাৰ জেনেৰেল মেনেজাৰৰ কাৰণে ১৯০৭ চনত প্ৰথম মটৰ গাড়ী এখন কিনে। ১৯০৫ চনৰ পৰা অসমৰ ৰেল লাইন সম্প্ৰসাৰণ কৰি ভাৰতৰ অন্য ঠাইৰ লগত ৰেলৰ সংযোগ কৰা হয়। এনে পৰিস্থিতিত অসমত যাতায়তৰ ব্যৱস্থা বৰ সুচল নথকাত বাহিৰৰ পৰা শ্ৰমিক অনা হৈছিল কেৱল জল পথেদি-- নাও বা জাহাজত। নাৱেৰে আনোতে সময় লাগিছিল দুই আঢ়ৈ মাহ আৰু জাহাজেৰে আনোতে লাগিছিল ২১ দিন। নাওবোৰ কোম্পানীয়ে পাৰ্টিৰপৰা ভাড়া কৰি লৈছিল। ভাড়া কৰা নাৱত ইচ্ছা মতে বস্তা বজাই কৰাদি শ্ৰমিক সকলক লাদি লৈছিল। জাহাজবোৰতো সেই একে কথা। এইদৰে শ্ৰমিক লাদি আনোতে শ্ৰমিকৰ ভীষণ কষ্ট হৈছিল। অসম উপত্যকালৈ ব্ৰহ্মপুত্ৰইদি অনাৰ দৰে সুৰমা উপত্যকালৈ সুৰমা নদীয়েদি শ্ৰমিক অনা হৈছিল। নাও বা জাহাজত শ্ৰমিক উঠা নমা কৰিবৰ কাৰণে ঠায়ে ঠায়ে কিছুমান ডিপো সাজিছিল। এই ডিপোবিলাকক তিনিটা ভাগত ভগোৱা হৈছিল। প্ৰথম বিধ হ'ল "ডিবাৰ্কেন ডিপো"। ইয়াত শ্ৰমিকৰ থকা মেলাৰ ব্যৱস্থা আছিল। দ্বিতীয় বিধ হ'ল-- "লেণ্ডিংঘাট"। ইয়াত শ্ৰমিকৰ কোনো থকা মেলাৰ ব্যৱস্থা নাছিল। কেৱল শ্ৰমিকক উঠা নমোৱাহে কৰিছিল। তৃতীয়বিধ হ'ল "পৰিদৰ্শন ঘাট" বা "পৰিদৰ্শন ডিপো"। ইয়াত চৰকাৰী পৰিদৰ্শকে শ্ৰমিকৰ স্বাস্থ্য আৰু চুক্তি পত্ৰ পৰীক্ষা কৰিছিল। শ্ৰমিকৰ থকা মেলাৰ সুবিধা থকা 'ডিবাৰ্কেন ডিপো" কেইটা হ'ল-- (১) তেজপুৰ (২) শিলঘাট (৩) নেম্ৰেৰিটিং (৪) ককিলামুখ (৫) দিচাংমুখ আৰু (৬) ডিব্ৰুগড়। কেৱল উঠা নমা কৰা 'লেণ্ডিংঘাট' কেইটা হ'ল-- (১) ৰঙামাটি (২) বিশ্বনাথঘাট (৩) বিহালী মুখ (৪) ধনশ্ৰীমুখ (৫) কমলাবাৰী আৰু (৬) দিখৌমুখ। স্বাস্থ্য আৰু চুক্তি পত্ৰ পৰীক্ষা কৰা 'পৰিদৰ্শন ডিপো' কেইটা হ'ল-- (১) ধুবুৰী (২) গুৱাহাটী (৩) তেজপুৰ আৰু (৪) ডিব্ৰুগড়। সুৰমা উপত্যকালৈ চালান দিয়া শ্ৰমিক সকলক গোৱালণ্ডত প্ৰথমে জমা কৰি তাৰ পৰা নাও-জাহাজেৰে সুৰমা নদীয়েদি পঠোৱা হৈছিল। তাৰ শ্ৰমিক থকা মেলাৰ ব্যৱস্থা থকা ডিপো কেইটা হ'ল (১) শিলচৰ (২) কাটিগড়া (৩) চিলেট (৪) ফেচুগঞ্জ (৫) মৌলবী বজাৰ (৬) হবিগঞ্জ আৰু (৭) কৰিমগঞ্জ। সেইদৰে শ্ৰমিক উঠা নমা কৰা একমাত্ৰ ঘাট হ'ল-- ৰঙামাটি আৰু স্বাস্থ্য ও চুক্তি পত্ৰ পৰীক্ষা কৰা একমাত্ৰ ডিপো হ'ল কৰিমগঞ্জ।

দিনৰ পাছত দিন ধৰি নাও-জাহাজত হেঁচা-ঠেলা আৰু স্বাস্থ্যহীন পৰিবেশৰ মাজেৰে আহোতে ৰাস্তাত বহু শ্ৰমিকৰ কলেৰা হৈছিল আৰু সেই কলেৰাত পৰি বহুতৰে মৃত্যু হৈছিল। যাত্ৰাপথত কিমান শ্ৰমিকৰ মৃত্যু হৈছিল তাৰ সম্পূৰ্ণ সঠিক বিৱৰণ ক'তো বিচাৰি পোৱা নাযায়। যি অলপ অচৰপ পোৱা যায় সেয়া আংশিকহে। চৰকাৰী প্ৰতিবেদনত যাত্ৰাপথত শ্ৰমিকৰ মৃত্যু সংখ্যা কেৱল 'শোচনীয়' বুলিহে কোৱা হৈছে। ডাঃ ৰজনীকান্ত দাসৰ Plantation Labour in India" নামৰ গ্ৰন্থখনিত তলত দিয়া ধৰণে

বাগিচা শ্ৰমিকৰ মৃত্যুৰ হিচাপ এটি পোৱা যায় ঃ

| | | |
|---|---|---|
| ১৮৯৩ | চনত | ১৫,৯৮২ জন |
| ১৯০০ | ,, | ১৯,৬০০ ,, |
| ১৯১৮-১৯ | ,, | ৬২,১৭৬ ,, |
| ১৯২৮-২৯ | ,, | ২২,৫৮১ ,, |

ডাঃ দাসে এই মৃত্যুৰ হিচাপ দেখুৱাবলৈ গৈ বাগিচা শ্ৰমিক বুলি উল্লেখ কৰা কথাটোলৈ চাই বাগিচাত আহি পোৱাৰ পাছতহে এইখিনি শ্ৰমিকৰ মৃত্যু হৈছিল বুলি অনুমান কৰিব পাৰি। কিয়নো এসময়ত বাগিচাবিলাকত শ্ৰমিকৰ বাবে কোনোধৰণৰ স্বাস্থ্য কেন্দ্ৰ নথকাত আৰু শ্ৰমিকসকলেও অস্বাস্থ্যকৰ পৰিবেশৰ মাজত বাস কৰিব লগা হোৱাত শ্ৰমিকসকল প্ৰায়ে কলেৰা, গ্ৰহণী, পেলু ৰোগ আদিত বৰ বেয়াকৈ ভুগিব লগা হৈছিল। তাতোকৈ বেছি ভুগিব লাগিছিল মেলেৰীয়া বেমাৰত। বাগিচাত মেলেৰীয়াৰ প্ৰকোপ ইমান বেছি বাঢ়িছিল যে মেলেৰীয়া মহ ৰোধ কৰিবৰ কাৰণে কোম্পানীয়ে একোজন "মেলেৰীয়া বাবু" বাগিচাবোৰত নিয়োগ কৰিছিল। অসমত অহা কোনো শ্ৰমিক দেশলৈ সময়ত ঘূৰি নগ'লে দেশৰ মানুহে তাক মেলেৰীয়াত মৰিল বুলি ধৰি লৈছিল। মেলেৰীয়া ইমানেই মহামাৰী হৈ পৰিছিল।

Assam Administrative Report— 1895-96 ত প্ৰকাশ পোৱা তথ্য মতে যাত্ৰা পথত মৃত্যু হোৱা শ্ৰমিকৰ সংখ্যা পোৱা যায় এনেধৰণে ঃ

| | |
|---|---|
| ধুবুৰীত | ৯২ জন |
| গোৱালণ্ড-ধুবুৰীৰ মাজত | ৮০ ,, |
| ধুবুৰী-ডিব্ৰুগড়ৰ মাজত | ২৩৩ ,, |
| তেজপুৰত | ৯৭ ,, |
| শিলঘাটত | ২৫ ,, |
| ককিলামুখত | ৮১ ,, |
| দিচাংমুখত | ৩০ ,, |
| নেঘেৰিটিঙত | ১৯ ,, |
| মোহনামুখত | ১১১ ,, |
| মুঠ | ৭৬৮ জন |

যাত্ৰাপথত মৃত্যু হোৱা এই হিচাপ কেৱল ব্ৰহ্মপুত্ৰ উপত্যকাৰহে। সুৰমা উপত্যকাৰ হিচাপ তেনেদৰে নিশ্চয় ক'ৰবাত থাকিব। কোম্পানী-



বোৰে চাহ বাগিচাৰ লেন-দেন, টকা-পইচা, লাভ-লোকচানৰ হিচাপ-নিকাচ ৰখাৰ লগতে চাহ শ্ৰমিকবো কিছু হিচাপ-নিকাচ ৰাখিছিল। কোম্পানীয়ে ৰখা হিচাপ মতে ১৮৯৫ চনৰ শেষলৈকে অহা শ্ৰমিকৰ মুঠ সংখ্যা আছিল ৫,৩৭,৩১২ জন। তাৰে বিভিন্ন সময়ত বিভিন্ন কাৰণত মৃত্যু হৈছিল মুঠ ১৮,২৭২ জনৰ। ১৮৯৬ চনৰ শেষ ভাগত শ্ৰমিকৰ সংখ্যা আছিল মুঠ ৫,৮৮,৮৭৯ জন। কেতিয়াবা কোনো শ্ৰমিক কাম এৰি পলাই গৈছিল। কোনোবা আকৌ আধা ৰাস্তাৰ পৰাই পলাই গৈছিল। পলাই যোৱাৰ কাৰণো আছে। অসম কোম্পানীয়ে এবাৰ ১৮৪০ চনৰ মাৰ্চ মাহত ৬৩৭ জন শ্ৰমিক লৈ আহোতে ৰাস্তাতে নাৱত কলেৰাই দেখা দিয়াত মৰাৰ ভয়ত সকলো শ্ৰমিক আধা ৰাস্তাৰ পৰাই পলাই গুচি যায়। বাগিচাত এবাৰ আহি বাগিচাৰ পৰা পলাই যোৱা শ্ৰমিকৰ সংখ্যা অৱশ্যে তেনেই তাকৰ। পলাইছে যদি ৰাস্তাৰ পৰাই বেছি ভাগ পলাই গৈছে। বাগিচাৰ পৰা যাতে কোনো শ্ৰমিক পলাব নোৱাৰে তাৰ বাবে কোম্পানীৰ কাড়া নিৰ্দেশ মতে চাহাব মেনেজাৰে শ্ৰমিকৰ ওপৰত কাড়া নজৰ ৰাখিছিল। কোনো শ্ৰমিক বাগিচাৰ পৰা যাতে পলাব নোৱাৰে তাক পহৰা দিবৰ কাৰণে চাহাবে বাগিচাত চৰ্দাৰ-চকীদাৰ ৰাখিছিল। সিহঁতে শ্ৰমিকক দিনে ৰাতিয়ে পহৰা কৰি ৰাখিছিল। শ্ৰমিকে চৰ্দাৰ-চকীদাৰবোৰক যাতে ভয় কৰি থাকে তাৰ বাবে চৰ্দাৰ-চকীদাৰবোৰক ৰঙা পাগুৰী মাৰিব দিছিল। ৰঙা টুপী পিন্ধা পুলিচক ভয় কৰি থকাৰ দৰে ৰঙা পাগুৰী মৰা চৰ্দাৰ-চকীদাৰবোৰকো ভয় কৰি থাকে। পলৰীয়া শ্ৰমিকক গ্ৰেপ্তাৰ কৰিবৰ কাৰণে মাজে সময়ে কিছুমান আইন কৰা হৈছিল। আইন মতে শ্ৰমিকক গ্ৰেপ্তাৰ কৰিবলৈ চাহ বাগিচাৰ মালিকৰ হাতত ক্ষমতা দিয়া হৈছিল। অৱশ্যে আইন মতে গ্ৰেপ্তাৰ কৰি ৪৮ ঘণ্টাৰ ভিতৰত মেজিষ্ট্ৰেটৰ আগত হাজিৰ কৰিব লাগে আৰু পুলিচৰ হাতত চমজাই দিব লাগে। কিন্তু কাৰ্যক্ষেত্ৰত শ্ৰমিকক গ্ৰেপ্তাৰ কৰি কোম্পানীয়ে মেজিষ্ট্ৰেটৰ আগত হাজিৰ বা পুলিচৰ হাতত চমজাই দিয়া হোৱা নাছিল। তেনে কৰি কোম্পানীৰ লাভ নাই। সেয়ে পলৰীয়া শ্ৰমিক পালে ধৰি আনি পোনে পোনে বাগিচাত বন্দী কৰি ৰাখিছিল। বাগিচাৰ মেনেজাৰৰ বাহিৰে আন মানুহে আইন মতে পলৰীয়া শ্ৰমিকক ধৰি আনিবৰ ক্ষমতা নাই যদিও কোম্পানীয়ে আইনৰ চকুত ধূলি মাৰি আন মানুহকো পলৰীয়া শ্ৰমিকক ধৰি অনাৰ কামত লগাইছিল। যিয়ে পলৰীয়া শ্ৰমিক ধৰি আনি দিব পাৰে তাক যথোচিত পুৰস্কাৰ দিয়া হ'ব বুলিও কোম্পানীয়ে মাজে সময়ে ৰাজহুৱাভাবে ঘোষণা কৰিছিল। এই কথা সেই সময়ৰ লেফ্‌টেনেণ্ট গভৰ্ণৰ কেম্প ফিল্ড

ফুল্লাৰে উল্লেখ কৰি থৈ গৈছে। শ্ৰমিকৰ দুৰাৱস্থাৰ কথা দিল্লীৰ 'লেজিছ লেটিভ এছেম্বলীত পশ্চিমবঙ্গৰ সদস্য নৱ কুমাৰ সিংহই ১৯৩২ চনৰ ২৩ চেপ্তেম্বৰত প্ৰথম উথ্থাপন কৰে। সিংহই চোকা ভাষাৰে চৰকাৰক সমালোচনা কৰি কয় যে, অসমৰ শ্ৰমিকৰ অৱস্থা আৰু লগতে তেওঁলোকৰ সংগ্ৰহ ব্যৱস্থাই ৰাইজক অতি চিন্তিত কৰি পেলাইছে। ৰাইজে সমালোচনা কৰিছে। শ্ৰমিকৰ ওপৰত চলা জোৰ-জুলুম, ঠগ-প্ৰৱঞ্চনা, মিছা প্ৰলোভন, হাৰাশাস্তি, শোষণ-শাসন, অত্যাচাৰ আৰু অসৎ আচৰণ কৰাৰ সত্যতা প্ৰকাশ পাইছে। শ্ৰমিকসকলে এক দাসত্বৰ গোলামী জীৱন কটাব ধৰিছে-- যি গোলামী জীৱনক আইনৰ সহায়েৰে প্ৰতিষ্ঠা কৰা হৈছে।

উল্লিখিত পলৰীয়া শ্ৰমিকসকল কেৱল সুস্থ আৰু প্ৰাপ্ত বয়স্কৰ লোকহে আছিল এনে নহয়। তাৰ ভিতৰত বহুতো অসুস্থ, বেমাৰী অক্ষম লোকো আছিল। কম বয়সীয়া ল'ৰা-ছোৱালীও আছিল। ল'ৰা-ছোৱালীবোৰকো ধৰি আনি জেলত ভৰাইছিল। ১৮৮৪ চনত পলাই যোৱা ৯৮৫৫ জন শ্ৰমিকৰ ভিতৰত ১১৭৯ জন নাবালক ল'ৰা-ছোৱালী আছিল। এই নাবালকবোৰক ধৰি আনি জেলত ভৰাই থৈছিল।

জনা যায় চুক্তিৰ ম্যাদ উকলি যোৱাৰ পিছতো জোৰ কৰি শ্ৰমিকক চুক্তি বদ্ধ কৰা হৈছিল। পোনতে চুক্তিৰ ম্যাদ আছিল ৫ বছৰ। তাৰ পিছত কৰা হয় ৩ বছৰ। আইনৰ বাহিৰত মুকলিভাবে সংগ্ৰহ কৰা শ্ৰমিকৰ চুক্তিৰ ম্যাদ আছিল মাত্ৰ এবছৰ কাল। শ্ৰমিক সংগ্ৰহ কৰোতে যথেষ্ট খৰচ হৈছিল বাবে চুক্তিৰ ম্যাদ পাৰ হৈ যোৱাৰ পাছতো কোনো শ্ৰমিকক বাগিচাৰ পৰা কোম্পানীয়ে যাবলৈ দিয়া নাছিল। চুক্তিৰ ম্যাদ শেষ হৈ যোৱাৰ পাছত পুনৰ চুক্তিত আবদ্ধ কৰাৰ পাছত শ্ৰমিকসকলক বোনাচ দি প্ৰলোভিত কৰি বাগিচাত ৰখাৰ নিয়ম কৰিছিল। কাম কৰিবলৈ অপাৰগ বৃদ্ধ বা ৰুগীয়া শ্ৰমিক আইন মতে চুক্তিবদ্ধ কৰিব নোৱাৰে যদিও ঠিকাদাৰ স্বৰূপ দালালীহঁতে সেইবোৰ মানুহকো কমিচন পোৱাৰ লোভত ধৰি আনি চুক্তিবদ্ধ কৰি বাগিচাত কাম কৰিবলৈ চালান দিছিল। "Report on Labour Immigration to Assam for 1897"ত এই কথাৰ উল্লেখ আছে যে, "এনে এখন বাগিচা নাই য'ত কাম কৰিবলৈ অপাৰগ অক্ষম লোক নাই, যিসকল জীয়াই আছে কেৱল মালিক-চাহাবে দিয়া এমুঠি ভীক্ষাৰ ওপৰতে নিৰ্ভৰ কৰি।"

অসমৰ চাহ বাগিচালৈ বেছি শ্ৰমিক অনা হৈছিল বিহাৰৰ পৰা। তাৰ পিছতে অনা হৈছিল ক্ৰমে পশ্চিম বঙ্গ, উৰিষ্যা, মাদ্ৰাজ, মধ্য প্ৰদেশ,



মহাৰাষ্ট্ৰ, গুজৰাট আৰু উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশৰ পৰা। ১৯০২ চনৰ পৰা ১৯৩৮ চনলৈ প্ৰতি বছৰে কিমান শ্ৰমিক অসমলৈ অনা হৈছিল তাৰ এটা হিচাব শ্ৰীৰবীন কাকতিৰ 'গান্ধীজী, অসম আৰু অসমৰ চাহ মজদুৰ' নামৰ গ্ৰন্থখনিত এইদৰে পোৱা যায়ঃ

| | |
|---|---|
| ১৯০২-০৩ | ২৬,৬৮৪ জন |
| ১৯০৩-০৪ | ২২,১৬২ ,, |
| ১৯০৪-০৫ | ২৪,২০৯ ,, |
| ১৯০৫-০৬ | ৩১,৮৩০ ,, |
| ১৯০৬-০৭ | ২৫,৬১৭ ,, |
| ১৯০৭-০৮ | ৮৪,৮২৪ ,, |
| ১৯০৮-০৯ | ৬০,৭৭৩ ,, |
| ১৯০৯-১০ | ৩৯,৩৩২ ,, |
| ১৯১০-১১ | ৪৩,৬৫৭ ,, |
| ১৯১১-১২ | ৫৮,৬৪৬ ,, |
| ১৯১২-১৩ | ৫৯,৮৭৩ ,, |
| ১৯১৩-১৪ | ৫৮,৬৪৬ ,, |
| ১৯১৪-১৫ | ৬৩,৬৩৮ ,, |
| ১৯১৫-১৬ | ১,১০,৩৭৬ ,, |
| ১৯১৬-১৭ | ৪৮,১৩০ ,, |
| ১৯১৭-১৮ | ১৯,৪০৭ ,, |
| ১৯১৮-১৯ | ২,২২,১৭১ ,, |
| ১৯১৯-২০ | ১,০২,০৮৯ ,, |
| ১৯২০-২১ | ২৫,৪৭২ ,, |
| ১৯২৪-২৫ | ৩৩,৭২৭ ,, |
| ১৯২৫-২৬ | ৩৩,০০৯ ,, |
| ১৯২৬-২৭ | ৪৫,৬৯৪ ,, |
| ১৯২৭-২৮ | ৪২,৮৪৫ ,, |
| ১৯২৮-২৯ | ৬৪,৯০০ ,, |
| ১৯২৯-৩০ | ৫৯,৭৯৬ ,, |
| ১৯৩০-৩১ | ৫৩,৫১৯ ,, |
| ১৯৩১-৩২ | ৫০,৯৯৭ ,, |

| | |
|---|---|
| ১৯৩২-৩৩ | ৩৯,৯০১ জন |
| ১৯৩৩-৩৪ | ৪৭,৯৬০ „ |
| ১৯৩৪-৩৫ | ১৯,৯৬৮ „ |
| ১৯৩৫-৩৬ | ২৩,৮৭৬ „ |
| ১৯৩৬-৩৭ | ২৭,৮৪২ „ |
| ১৯৩৭-৩৮ | ৩২,৩৩৫ „ |
| মুঠ | ১৭,০২,৯০৫ জন |

চুক্তিৰ ম্যাদ পাৰ হৈ যোৱাৰ পাছত যিমান শ্ৰমিক দেশলৈ ঘূৰি গ'ল তাৰ আধাৰো বেছি অসমতে থাকি গ'ল। ১৯৫০ চনৰ ভিতৰত ২৯,৮৯৮ জন শ্ৰমিক অসমত থাকি যোৱাৰ কথা জনা যায়। বাগিচাত পুনৰ সংস্থাপনৰ কোনো সুবিধা নোপোৱাত আৰু দেশলৈকো ঘূৰি যোৱাৰ কোনো সুবিধা কৰিব নোৱাৰাত বহুতে অসমৰ পতিত মাটি দখল কৰি বস্তি পাতি খেতি বাতি কৰি জীৱিকা নিৰ্বাহ কৰিব ধৰিলে। কালক্ৰমত এই সকল অসমৰ প্ৰাক্তন চাহ শ্ৰমিক জন গোষ্ঠীৰ লোক হিচাপে জনমানসত পৰিচিত হয়। জনামতে ১৯৫০ চনতো ২৩,১০০ জন শ্ৰমিক অসমৰ চাহ বাগিচালৈ বাহিৰৰ পৰা আমদানী কৰি অনা হয়। চৰকাৰী হিচাপত পোৱা এইসকল শ্ৰমিকৰ বাহিৰেও আৰু কিমান শ্ৰমিক বে-চৰকাৰী হিচাপ মতে অনা হৈছিল তাৰ কোনো হিচাপ নাই। তাৰ পাছত অসমলৈ শ্ৰমিক অনাৰ কথা জনা নেযায়। সেয়ে বোধ হয় ১৯৫০ চনেই চাহ বাগিচালৈ শ্ৰমিক আমদানী কৰি অনাৰ শেষ বছৰ।

চাহ বাগিচাৰ চাৰি সীমাৰ মাজত সোমোৱাৰ পিছত চাহ শ্ৰমিকসকলে তাত কি পাইছিল, তাৰ ভিতৰ চ'ৰাত কি ঘটিছিল আৰু চৰকাৰে তাৰ প্ৰতিকাৰৰ ব্যৱস্থা কেনেধৰণে লৈছিল এই সকলোবোৰতে নিহিত হৈ আছে চাহ শ্ৰমিকৰ জীৱন কাহিনী। জানিব পৰা মতে, সেই সময়ত চাহ বাগিচাৰ ভিতৰ চ'ৰাখনৰ অৱস্থা আছিল অতি শোচনীয় আৰু ভয় লগা ধৰণৰ। চাহ শ্ৰমিকসকলে তাত কি দৰে দিন কটাব লগা হৈছিল সেই কথা কল্পনা কৰিব নোৱাৰি। শ্ৰমিক থাকিবলৈ চাহ বাগিচাত ঘৰ বুলিবলৈ তেনে কোনো ঘৰ নাছিল। বাঁহৰ চালি সাজি চালৰ ওপৰত নাম মাত্ৰ খেৰ জাবৰ দি তাত থাকিবলৈ দিছিল। বৰষুণ দিলে চালৰপৰা টোপা টোপে পানী পৰিছিল। শুব নোৱাৰা অৱস্থা হৈছিল। চালৰ খেৰ পচি উঁৱলি গ'লেও মেৰামতি নকৰিছিল। ভেটিবোৰ অতি চাপৰ হোৱা বাবে সদায় জেকা হৈ থাকে।



বাঁহৰ চাঙত খেৰ পাৰি সুদা খেৰৰ ওপৰত শুব লাগে। ঠাণ্ডাত গাত ল'বলৈ কাপোৰৰ অভাবত ফটা বস্তা গাত লৈ শুব লাগে। চাঙৰ ব্যৱস্থা কৰিব নোৱাৰাসকলে জেকা মাটিতে খেৰ পাৰি শুব লগা হয়। জংঘল ভাঙি চাহ খেতি কৰা জংঘলৰ কাষত অথবা জলাশয়-দলনীবে আগুৰা ঠাইবোৰত শ্ৰমিকসকলক লাইন কৰি থাকিবলৈ দিছিল। তুচ্ছাৰ্থত শ্ৰমিকসকলক কুলী আৰু তেওঁলোকে বাস কৰা বাসস্থলীবোৰক কুলী লাইন বুলিছিল। আজিও সেই 'কুলী' আৰু 'কুলী লাইন' বোলা কথাবোৰ বহু ক্ষেত্ৰত সলনি হৈ পৰা নাই। আজিও বহুতে কুলী লাইন বুলিয়েই আপোন মনোভাব ব্যক্ত কৰে। সেই সময়ত শ্ৰমিকসকল এক আৱৰ্জনাৰ মাজত দিন কটাব লগা হৈছিল। লেতেৰা বোকা-পানী দুৰ্গন্ধই শ্ৰমিক লাইনবোৰ আবৰি আছিল। নলা-খাল খান্দি লাইনৰ পৰা লেতেৰা পানী বাহিৰ কৰি দিয়াৰ কোনো ব্যৱস্থা কৰা নাছিল। ক'ৰবাত নামৰ কাৰণে নলা খান্দিলেও ঘৰৰ চালবোৰৰ গাতে লগাই খান্দি দিছিল। ফলত খালবোৰত পানী জমা হৈ বাৰ মাহেই ঘৰবোৰ জেকা হৈ পৰিছিল। বাৰিষাৰ কথা বাদেই শুকান খৰালি দিনতো ঘৰবোৰ জেকা হৈ থাকে। খোৱা পানীৰো কোনো ব্যৱস্থা নাছিল। ঘোলা জান-জুৰি আৰু খাল-বিলৰপৰা পানী আনি খাব লাগে। খাল বিল-জান-জুৰিৰ পৰা পানী খাইছিল তাতে গা ধোৱা, কাপোৰ ধোৱা আৰু গৰু-ম'হ নমাই পানী খুৱাইছিল। ঘৰৰ চাৰিওফালে হাবি-জংঘল আৰু লেতেৰা আৱৰ্জনা থকা বাবে খুব মহ হৈছিল। মহৰ কামোৰ খাই মানুহবোৰৰ মেলেৰীয়া হৈছিল। সচৰাচৰ সেই সময়ত শ্ৰমিকসকলৰ মেলেৰীয়া, ক'লাজ্বৰ, গ্ৰহণী আৰু কলেৰা বেমাৰ বেছি হৈছিল। এইবোৰ বেমাৰত পৰি বহু শ্ৰমিকৰ মৃত্যু হৈছিল। বেমাৰ প্ৰতিৰোধৰ কাৰণে বাগিচাবোৰত কোনো ডাক্তৰ, ঔষধ নাছিল। বাগিচাৰ মালিকে তাৰ বাবে অলপো মন-কাণ দিয়া নাছিল। চৰকাৰৰ ফালৰপৰা কিবা কৰিলেও সেয়া গৈ বাগিচা ঢুকি পোৱা নাছিল। আইনৰ ফালৰ পৰা কৰক নকৰক মানৱতাৰ খাতিৰতো মালিকে শ্ৰমিকৰ বেমাৰ-আজাৰত চিকিৎসাৰ ব্যৱস্থা কৰা নাছিল। বেমাৰত পৰি কেঁকাই কেঁকাই কুকুৰ-মেকুৰীৰ দৰে শ্ৰমিকসকল মৰিব লগা হৈছিল। তিনিশতকৈ বেছি শ্ৰমিক থকা প্ৰতিখন বাগিচাত চিকিৎসাৰ বাবে এজন ডাক্তৰ ৰাখিব লাগে বুলি চৰকাৰে ১৮৬৫ চনত এটা আইন পাছ কৰে। আইন আইনতে থাকিল। মালিকবোৰে তাত কোনো গুৰুত্ব নিদিলে। ডাক্তৰ-চিকিৎসা এইবোৰ অযথা খৰচৰ কথা বুলি মালিকবোৰে ভাবে। বাগিচাত মহামাৰী হৈ হাজাৰ হাজাৰ শ্ৰমিক মৰাৰ সময়তো মালিক নিৰ্বিকাৰ।

১৮৬৫ চনৰ শেষৰ ৬ টা মাহ জুলাইৰ পৰা ডিচেম্বৰৰ ভিতৰত মহামাৰী হৈ অসংখ্য শ্ৰমিকৰ মৃত্যু হয়। হাতত পৰা তথ্য অনুসৰি কেইখনমান বাগিচাৰ শ্ৰমিকৰ মৃত্যুৰ তালিকা এনেধৰণৰ ঃ

মৰাণ চাহ কোম্পানী ৩৫৭ জনৰ ভিতৰত ৮৮ জন, নগাঁও জিলাৰ চাপানলা বাগিচাত ১৯২ জনৰ ভিতৰত ৭৫ জন, বামুণি বাগিচাত ১৫০ জনৰ ভিতৰত ৬২ জন, কাছাৰ চাহ কোম্পানীৰ ৪৬৭ জনৰ ভিতৰত ১০৩ জন আৰু চেৰা গাঁও (চিলেট) বাগিচাত ২০৩ জনৰ ভিতৰত ১১৩ জন। এই কেইখন বাগিচাৰ মুঠ ১৩৬৯ জনৰ ভিতৰত ৪৪১ জনৰ মৃত্যু হয় মহামাৰীত। এইয়া হ'ল চৰকাৰী হিচাপৰ সংখ্যা। বেচৰকাৰী মতে এই হিচাপৰ সংখ্যা নিশ্চয় বেছি হ'ব।

কামৰ বেলিকা এজন শ্ৰমিকে দিনটোত কিমান কাম কৰিব পাৰে আৰু সেই অনুপাতে তাক কিমান কাম কৰিবলৈ দিয়া উচিত বা দিনটোত কেই ঘণ্টা কাম কৰিব লাগে তাৰ কোনো ধৰা বন্ধা নিয়ম নাই, বিচাৰ নাই। জনা মতে দিনটোত ৯।১০ ঘণ্টা কাম কৰিব লাগে। আইন মতে নিষেধ যদিও কম বয়সীয়া ল'ৰা-ছোৱালীকো ডাঙৰৰ সমানেই কামত লগাইছিল। কাম কৰিব নোৱাৰিলে কোবাইছিল। একোজন শ্ৰমিকে কৰিব পৰা নিৰিখতকৈ বেছি নিৰিখৰ কাম কৰিব লাগিছিল। দিনে একোজনে ৬ কঠা মাটিৰ হাবি জংঘল কাটি কোৰ মাৰি চাফা কৰিব লাগিছিল। দিনৰ দিনটো কৰি শেষ কৰিব নোৱাৰিলে ৰাতি হ'লেও কৰি শেষ কৰিব লাগিছিল। ৰাতি কাম কৰিলেও দিনটোৰ হাজিৰাই পাইছিল। ৰাতি কৰা কামৰ বাবে অতিৰিক্ত হাজিৰা দিয়া নহৈছিল। পুৰা হাজিৰা কেতিয়াও নিদিছিল, কিন্তু পুৰা কাম সদায় কৰিব লাগিছিল। শ্ৰমিকৰ এদিনৰ হাজিৰা ইমান বুলি কোনো কথা নাই। কৰিবলৈ দিয়া নিৰিখৰ কাম শেষ কৰাৰ ওপৰতহে এদিনৰ হাজিৰা পায়। ফলত এসপ্তাহ কাম কৰি ২।৩ দিনৰ হাজিৰা পায়। দুই তিনিদিনৰ হাজিৰা পইচা পাই সপ্তাহটো চলিব নোৱাৰি বহু সময়ত লঘোণ দিব লগা হয়। দিনৰ দিনটো একেৰাহে কাম কৰিব লাগে। জিৰাবলৈ অলপো সময় নাপায়। বাগিচাৰ বাবু-চাহাব-মালিকবোৰে শ্ৰমিকক কেতিয়াও ভাল ব্যৱহাৰ নকৰে। কুকুৰ-মেকুৰীৰ দৰে সিহঁতক ব্যৱহাৰ কৰে। যিমান পাৰে সিহঁতৰ পৰা কামহে আদায় কৰে। সিহঁতৰ সুবিধা-অসুবিধা, ভাল-বেয়াৰ কথা কেতিয়াও চিন্তা নকৰে। বেমাৰত পৰি কোনো শ্ৰমিকে এদিন কাম কৰিব নোৱাৰিলে তেওঁ বন্ধ বাৰ দুটা দেওবাৰে কাম কৰি দিব লাগে। যদি দুদিন ক্ষতি কৰে তেন্তে মাহটোৰ আটাইকেইটা দেওবাৰত কাম কৰিব



লাগে। যেতিয়া বাগিচাত কাম নহয় বা কিবা কাৰণত বাগিচাৰ কাম বন্ধ থাকে তেতিয়া শ্ৰমিকে একো পইচা নাপায়। ফলত শ্ৰমিকৰ খোৱা-বোৱাৰ ক্ষেত্ৰত সমস্যা হৈ পৰে। তাৰোপৰি বাগিচাত কাম কম থকা সময়ত শ্ৰমিকক হাজিৰাও কম দিয়ে। বাগিচাৰ পতিত মাটিত ধান খেতি কৰা শ্ৰমিকসকলে বাগিচাৰ কামত হাজিৰা নাপাইছিল। বিনা হাজিৰাৰে বাগিচাৰ কাম কৰিব লাগিছিল আৰু ধান খেতি কৰা মাটিখিনিৰ বাবে খাজনা দিব লাগিছিল। এনেবোৰ পৰিস্থিতিৰ মাজত দুখৰ বোজা বহন কৰি থকা শ্ৰমিকসকলে বহু সময়ত বাগান এৰি পলাই যোৱাৰ কথা যদি চিন্তা কৰিছিল ই অস্বাভাৱিক নহয়। পলাই যোৱাৰ মন কৰা জৰ্জৰিত সেই শ্ৰমিকসকলৰ মনৰ সুখ-দুখৰ কথা মালিকসকলে চিন্তা অলপো কৰিছিল নে নাই জনা নেযায়। সপ্তাহত একোজন শ্ৰমিকক বেচন হিচাপে কেৱল ৬ সেৰকৈ চাউল দিছিল। চাউলবোৰ আছিল একেবাৰে নিকৃষ্টধৰণৰ। তাতো যিদিনা কাম ক্ষতি কৰে সেই দিনাৰ বেচন নিদিয়ে। বেমাৰত পৰিলে যদি ভাল হোৱাৰ আশা থাকে তেতিয়াহ'লে বেচন দিয়ে আৰু বেমাৰ ভাল হোৱাৰ আশা নেদেখিলে বেচন নিদিয়ে। মুঠতে টান বেমাৰত পৰা শ্ৰমিকক বেচন নিদিয়ে। মৰিবই যেতিয়া খাবলৈ দি কি লাভ বুলি কোম্পানীয়ে ভাবে। ফলত খাবলৈ নেপাই ভোক-লঘোণত পৰি বহুতো বেমাৰীৰ মৃত্যু হয়। এইবোৰ দেখি শুনি কোনো বেমাৰী ভয়ত বাগান এৰি পলাই যাব খুজিলে তাক জেলত নি ভৰাই থয়। তাতে সি মৰে। তথাপি বাগানৰ বাহিৰ হ'ব নিদিয়ে। দিনে ৰাতিয়ে শ্ৰমিকৰ ওপৰত অমানুষিক অত্যাচাৰ চলিছিল। শিৱসাগৰ জিলাৰ গাভৰু পৰ্বত চাহ বাগিচালৈ যাওঁতে কেপ্তেইন লেম্ব চাহাবে তেওঁৰ ডায়েৰীত শ্ৰমিকৰ ওপৰত চলি থকা অত্যাচাৰৰ কথা লিখি থৈ গৈছে এইদৰে-- "গাভৰুলৈ গ'লো আৰু বাটতে অসম চাহ কোম্পানীৰ বাগিচা পৰিদৰ্শন কৰিলোঁ। সাত জন মানুহ পালোঁ আৰু তেওঁলোকৰ পিঠিত নিৰ্দয়ভাৱে বেতেৰে কোবোৱা চিন দেখিলোঁ। সিহঁতে ক'লে--খোৱা বস্তুৰ কম যোগান ধৰাত সিহঁত বাগিচা এৰি পলাবলৈ বাধ্য হৈছিল আৰু প্ৰায় এক পষেকৰ আগতে সিহঁতক বাগিচালৈ ঘূৰাই আনিছিল। তাৰ পিছত সিহঁতক বান্ধি লৈ বাগিচাৰ সহকাৰী মেনেজাৰ জনে অমানৱীয়ভাৱে কোবাইছিল। এজনৰ পিঠিৰ ঘাঁবোৰ তেতিয়াও কেঁচা আছিল। অনুসন্ধান কৰি গম পোৱা গ'ল যে সিহঁতৰ পিঠিৰ বেতৰ কোৰত ফাটি যোৱা ঠাইবোৰত নিমখ আৰু তেল ঘঁহি দিয়া হৈছিল।"

শ্ৰমিকৰ ওপৰত যিকোনো বিচাৰ বাগিচাৰ মালিক-চাহাবে নিজৰ ইচ্ছা মতে কৰিছিল। তাত কোনো নীতি নিয়ম নাছিল। কোনো আইন-

কানুন নাছিল। চাহাবৰ কথাই সকলো আইন-কানুন। চাহাবৰ কথাত কাৰো প্ৰতিবাদ কৰাৰ অধিকাৰ নাই। অভাব-অভিযোগ উত্থাপন কৰাৰ কাৰো অধিকাৰ নাই। এইবোৰ কৰিবলৈ গ'লেই বিপদ। কৰিবলৈ গ'লেই শাস্তি খাব লাগে। মানুহৰূপী এবিধ ঘৰচীয়া জন্তুৰ দৰে শ্ৰমিকসকলে বাগিচাত জীৱন যাপন কৰিব লগাত পৰিছিল। এইদৰেই আগবাঢ়িছিল চাহ বাগিচাত শ্ৰমিক জীৱন। চাহ বাগিচাৰ ভিতৰ চ'ৰাত চলি থকা কদৰ্য ৰূপটো দেখি-য়েই বোধহয় এসময়ত চাহ বাগিচাত 'বাবু' কাম কৰা কেৰাণী-মহৰী অসমীয়া ডেকা সকলৈ গাঁৱৰ মানুহে ছোৱালী বিয়া দিবলৈ দ্বিধাবোধ কৰিছিল। চকুৰ আগত দেখা বাস্তৱ সত্যক কোনেও নুই কৰিব নোৱাৰে। গাঁৱৰ মানুহেও পৰা নাছিল বাবে বাগানৰ বাবুলৈ ছোৱালী দিবলৈ টান পাইছিল।

শ্ৰমিকসকল হৈ পৰিছিল কোম্পানীৰ এক প্ৰকাৰ ক্ৰীতদাস। এনে পৰিস্থিতিত শ্ৰমিকসকল একগোট হৈ সংঘবদ্ধভাৱে মালিক-চাহাবৰ অত্যা-চাৰৰ বিৰুদ্ধে মাত এষাৰ মাতিব পৰা নাছিল। বাহিৰৰ সমাজ জীৱনৰ পৰা বিচ্ছিন্ন কৰি এক কাৰাৰুদ্ধ সমাজ জীৱনৰ মাজত শ্ৰমিকসকলক আবদ্ধ কৰি ৰাখিছিল; বাহিৰৰ 'হাৱা' শ্ৰমিকৰ গাত যাতে নপৰে তাৰ বাবে বাহিৰৰ মানুহক শ্ৰমিকৰ মাজলৈ আহিবলৈ দিয়া নহৈছিল। কোনোবা আহিলে তাক শাস্তি দিয়া হৈছিল। উদাহৰণ স্বৰূপে, ১৯২৯ চনত A.I.T.U.C. তৰফৰ পৰা অসমত শ্ৰমিক সংগঠন কৰিবৰ কাৰণে জনৈক চাহু নামধাৰী এজন শ্ৰমিক নেতা অসমলৈ আহিছিল। শ্ৰমিকসকলক লগ ধৰি তেওঁলোকৰ বিষয়ে জনাৰ উদ্দেশ্যেৰে চাহু শ্ৰমিক লাইনলৈ যোৱাৰ অপ-ৰাধত মালিকে চাহুৰ বিৰুদ্ধে আদালতত গোচৰ তৰে। বিচাৰত আদালতে অন্যায়ভাৱে শ্ৰমিক লাইনত সোমোৱাৰ অপৰাধত চাহুক ৩ মাহৰ বাবে সশ্ৰম কাৰাদণ্ড দিয়ে। চাহাব-মেনেজাৰৰ এনে মইমতালিত চাহ বাগিচাৰ ভিতৰ চ'ৰাত কি ঘটিছিল বাহিৰৰ জগতখনে জনাৰ সুবিধা পোৱা নাছিল। কেৱল বাহিৰৰ ৰাইজে বাগিচাক কটু সমালোচনা কৰিছিল। বিভিন্ন সময়ত গঠন কৰা চৰকাৰী শ্ৰমিক অনুসন্ধান আয়োগবোৰেও মালিক-চাহাবৰ স্বেচ্ছাচাৰিতাৰ সমালোচনা কৰি প্ৰতিবেদন দাখিল কৰিছিল। ১৯২৯ চনত গঠিত 'ৰাজকীয় শ্ৰম আয়োগ'ৰ প্ৰতিবেদনত পোৱা যায় এইদৰে-- 'শ্ৰমিক সকলক বিস্তাৰিতভাৱে বাহিৰা প্ৰভাৱৰ পৰা আঁতৰাই ৰখা আৰু মেনেজাৰৰ অনুমতি বিনা যিকোনো লোকক শ্ৰমিকৰ লাইনত প্ৰৱেশ কৰাৰ পৰা কাৰ্য-কৰীভাৱে বন্ধ কৰা ব্যৱস্থা আমি মুঠেই সন্তোষজনক বুলি নাভাবো। বহু সংখ্যক শ্ৰমিক বাগিচাৰ নিজস্ব গ্ৰান্টৰ ভিতৰত বাস কৰিছে বুলিয়েই তেওঁ-



লোকৰ কল্যাণ কৰিবলৈ বিচৰা যিকোনো লোকক তেওঁলোকৰ বাগিচালৈ আহিবলৈ একেবাৰে বন্ধ কৰি দিয়াটো নীতিগতভাৱে আপত্তিজনক। শ্ৰমৰ লগত সম্বন্ধ নথকা কোনো অসৎ উদ্দেশ্যৰ হকে কোনো লোকে অনাখৰী আৰু অজ্ঞ শ্ৰমিকসকলক কামত লগাব পাৰে বুলি মালিকসকলে যি যুক্তি দেখুৱাইছে তাক আমি বিবেচনা কৰি চাইছোঁ। কিন্তু এনে বিপদ ভাৰতৰ যিকোনো শিল্পৰ ক্ষেত্ৰতে আছে আৰু আমি ভাবো যে এনে দেখ্ দেখকৈ সন্দেহ সৃষ্টি কৰিব পৰা আৰু অপব্যৱহাৰৰ সম্ভাৱনা থকা ব্যৱস্থা চলি থাকিবলৈ দিয়াতকৈ সেই পৰিস্থিতিৰ সন্মুখীন হোৱাটো বেছি ভাল হ'ব। আমি জানিব পাৰিছোঁ যে সুৰমা উপত্যকাৰ বাগিচাবোৰলৈ অহা-যোৱা কৰা ৰাস্তাবোৰত ৰাইজৰ যাতায়তৰ কাৰণে স্বীকৃত অধিকাৰ আছে। অসমৰ শ্ৰমিকৰ নিচিনাকৈ একে ধৰণৰ শ্ৰমিক থকা ডোৱাৰ অঞ্চলৰ বাগিচাবিলাকে বাগিচাৰ পূবৰ পৰা পশ্চিমলৈ আৰু উত্তৰৰ পৰা দক্ষিণলৈ যোৱাকৈ ৰাস্তা নিৰ্মাণ কৰিব লাগে। এই ৰাস্তাবিলাক ৰাইজ অহা-যোৱা কৰিবৰ কাৰণে খোলা ৰখা হয়। কেৱল মাত্ৰ অসম উপত্যকাৰ শ্ৰমিকৰ বাসস্থানলৈ অহা-যোৱা কৰা ৰাস্তাবোৰতহে তেনে অধিকাৰ বৰ জৰুৰী হৈ পৰিছে। আমি অনুমোদন কৰো যে এনে ব্যৱস্থা কৰিব লাগে যাতে বাগিচা শ্ৰমিকৰ বাসস্থানৰ লগত চলাচল কৰিবৰ কাৰণে ৰাইজৰ অধিকাৰ থাকিব।"

১৯৪৬ চনত ডি. ভি. ৰেগিৰ অধ্যক্ষতাত গঠিত শ্ৰম অনুসন্ধান সমি-তিয়ে মত পোষণ কৰে এইদৰে-- "ব্যক্তিগত সম্পত্তিৰ ওপৰত ৰাজহুৱাভাৱে অনধিকাৰ প্ৰবেশ কৰিবলৈ দিয়াটোত কোনো যুক্তি নাই বুলি অসম চৰ-কাৰে উক্ত অনুমোদন গ্ৰহণ নকৰিলে। শ্ৰমিকসকল অনাখৰী হোৱাৰ কাৰণে বাহিৰা লোকৰ সহায় নোলোৱাকৈ তেওঁলোকৰ কাৰণে সংঘ পতা আৰু তেওঁলোকৰ যুক্তি সংগত অভিযোগবোৰ আঁতৰ কৰাটো অতি কঠিন হ'ব। এই কাৰণে একান্ত দৰকাৰী হৈ পৰিছে যে আইনৰ যোগেদি শ্ৰমিক বাস কৰা লাইনলৈ যোৱা ৰাস্তাবোৰ সকলো ৰাইজৰ বাবে খোলা ৰাখিব লাগে। যেতিয়ালৈকে এনে ব্যৱস্থা কৰা নহয় তেতিয়ালৈকে শ্ৰমিকসকলৰ অৱস্থাৰ উন্নতি আশা কৰিব নোৱাৰি।" আয়োগৰ অনুমোদন সত্ত্বেও মালিক-চাহাবে বাগিচাত বাহিৰা লোকক সোমাবলৈ দিয়া নাছিল। কোনো শ্ৰমিক সংঘ পাতিব দিয়া নাছিল। ক'বলৈ গ'লে স্বাধীনতা পোৱাৰ পিছতো বহু দিন-লৈকে গাঁৱৰ মানুহে বাগিচাত সোমোৱাৰ অধিকাৰ পোৱা নাছিল। ১৯৫১ চনৰ 'বাগিচা শ্ৰম আইন' (Plantation Labour Act)ৰ ৪৩ ধাৰা মতে অসম চৰকাৰক এক উপযুক্ত বিধি প্ৰস্তুত কৰিবৰ কাৰণে অধিকাৰ

দিয়ে আৰু অসম চৰকাৰে প্ৰস্তুত কৰা বিধিখন ১৯৫৬ চনৰ পৰা কাৰ্যকৰী হয়। এই চৰকাৰী বিধিৰ ৬০(৪) ধাৰা মতে "চাহ শ্ৰমিকৰ বাসস্থানলৈ মুকলিভাৱে অহা-যোৱা কৰাৰ পৰা নিয়োগকাৰীয়ে ৰাইজক বঞ্চিত কৰিব নোৱাৰিব।" তেতিয়াৰপৰাহে চাহ বাগিচাৰ মাজলৈ নিৰ্বিবাদে সৰ্বসাধাৰণ ৰাইজে অহা-যোৱা কৰিবলৈ ধৰে। তাৰ আগলৈকে ৰাইজৰ কথা বাদেই চৰকাৰী বিষয়াসকলকো বাগিচাৰ ভিতৰলৈ সোমোৱাত বাধা দিয়া হৈছিল। আনকি 'ৰেগি কমিটি'ৰ বিষয়াকো যোৱাত বাধা দিছিল। সেয়ে 'ৰেগি কমিটি'য়ে প্ৰতিবেদন প্ৰস্তুত কৰাৰ ক্ষেত্ৰত চাহ বাগিচাই নিজে গঠোৱা হিচাপ আৰু এমিগ্ৰেন্ট কন্ট্ৰোলাৰে কৰা পমুৱা আইনৰ বিধি খচৰাৰ ওপৰত নিৰ্ভৰ কৰিব লগা হৈছিল। এই কথা 'ৰেগি কমিটি'ৰ প্ৰতিবেদনত পৰিষ্কাৰভাৱে উল্লেখ কৰা আছে। চাহ বাগিচাৰ বগা চাহাববোৰে ধৰা-বন্ধা কোনো আইন কানুন নেমানিছিল। তেওঁলোকৰ ইচ্ছা মতে আইন চলিছিল। তেওঁলোকৰ প্ৰতাপত শ্ৰমিকসকলে চকুৰেদি সৰিয়হ ফুল দেখিছিল। চাহাব দেখিলে ৰ'দ-বৰষুণতো ছাতি জপাব লাগিছিল। ৰাস্তাইদি চাহাব গ'লে ঘৰৰ বাৰাণ্ডা বা মজিয়াত বহি থাকিলেও থিয় হ'ব লাগিছিল। চাহাব ঘোঁৰাত উঠি গ'লে ৰাস্তাইদি যোৱা শ্ৰমিকে ৰাস্তাৰ পৰা নামি দিব লাগিছিল। এইদৰে নকৰিলে চাহাবে শ্ৰমিকক সৌকাৰ কোৰ দিছিল। হেন্ৰী কটনৰ পিছত অসমৰ চীফ্ কমিচনাৰ পদত বহা বেম্পফিল্ড ফুল্লাৰে বগা চাহাববোৰে শ্ৰমিকসকলক কৰা অত্যাচাৰ-উৎপীড়ণৰ কথা বৰ্ণনা কৰি থৈ গৈছে এইদৰে, যে এদিন এজন বগা চাহাবে শ্ৰমিক এজনক চাবুকেৰে কোবাওতে কোবাওতে শ্ৰমিকজন মৰিয়েই থাকিল। বিচাৰত নিম্ন আদালতে চাহাবজনক ১৮ মাহৰ কাৰাদণ্ডৰ হুকুম দিয়ে। কিন্তু চাহাবে তাৰ প্ৰতিবাদ কৰি কলিকতা হাই কৰ্টত আপীল কৰাত হাইকৰ্টে হত্যাকাৰীক ৰেহাই দি যুক্তি দৰ্শালে যে চাহাবে নিজৰ ইচ্ছা মতে এই কাম কৰা নাই। বাগিচাৰ ওপৰৱালাৰ আদেশ পালন কৰিবলৈ যাওঁতেহে শ্ৰমিকজনৰ মৃত্যু হ'ল। আকৌ এদিন এজন বগা মিস্ত্ৰী চাহাবে এগৰাকী শ্ৰমিক তিৰোতাক বিবস্ত্ৰ কৰি সৌকাৰে কোবাই কোবাই অচেতন কৰি পেলাইছিল। বিচাৰত আদালতে তাকো সেই একে কাৰণতে ৰেহাই দিলে। লোকনায়ক অমিয় কুমাৰ দাসৰ 'দুকুৰি বছৰৰ আগৰ কাহিনী' নামৰ প্ৰবন্ধ এটাত উল্লেখ থকা মতে গোলাঘাটৰ ঊষা চাহ বাগিচাৰ 'তেজলু' নামৰ জনৈক শ্ৰমিক এজনক হত্যা কৰাৰ অপৰাধত প্ৰমাণ থকা সত্ত্বেও বাগিচাৰ বগা চাহাব মিঃ বেটীক বিচাৰত আদালতে খালাচ দিয়ে। পিছত ৰাইজৰ প্ৰবল প্ৰতিবাদত কলিকতা



হাইকৰ্টে তেওঁক ২০০ টকা জৰিমনা সহ তিনি মাহৰ কাৰাদণ্ড দিয়ে। ১৯২১ চনত কাছাৰ জিলাৰ খৰিয়াল চাহ বাগিচাৰ মেনেজাৰজনে সেই বাগিচাৰে এগৰাকী গাভৰু ছোৱালীক ৰাতি বঙলাত ৰাখিব বিচৰাত ছোৱালীৰ বাপেকে তাত বাধা দিয়াত বাপেকক গুলীয়াই হত্যা কৰে। বিচাৰত নিম্ন আদালতে হত্যাকাৰী চাহাব খালাচ দিয়ে। পিছত কলিকতা হাইকৰ্টে তাৰ পুনৰ বিচাৰ কৰি তাতো হত্যাকাৰীক নিৰ্দোষ বুলি ৰেহাই দিয়ে। কাছাৰৰ শ্ৰমিক নেতা ভজনলাল বাটৈয়ে "The Tea Cup that Cheers" নামৰ প্ৰবন্ধ এটাত উল্লেখ কৰিছে যে কাছাৰৰ এখন চাহ বাগিচাত এদিন এজন ৮ বছৰীয়া স্কুলীয়া ল'ৰাই বাগিচাৰ চাহাবজনক চালাম নিদিয়াৰ অপৰাধত চাহাবজনে তাক ইমান কোবাইছিল যে ল'ৰাজন মৰিয়েই থাকিল। তেনেকুৱা বহুত ঘটনা আছে যাৰ হিচাপ আজিও নাই। সেই সময়ৰ বাতৰি কাকতবোৰে সেই ঘটনাবোৰৰ কথা প্ৰকাশ কৰাৰ কথা জনা যায়। লগতে জনা যায় যে ইংৰাজ সদস্যৰে গঠিত জুৰিবোৰে সদায় অপৰাধী বগা চাহাববোৰক নিৰ্দোষ বুলি ৰায় দি ৰেহাই কৰি দিছিল।

এনে পৰিস্থিতিত সৰল মনৰ হোজা শ্ৰমিকসকলে সদায় তাড়না পাই আহিছিল। কামত হেলা কৰিলে গিঠিত কোৰ পৰিছিল। পলাব খুজিলে জেলত ভৰাই থৈছিল। প্ৰতিবাদ কৰিলে বুট জোতাৰ গোৰ খাইছিল। যি আশা বুকু বান্ধি অসমলৈ আহিছিল সেই আশা বুকুৰ মাজতে মৰহি গৈছিল। শাৰীৰিক আৰু মানসিকভাৱে অত্যাচাৰৰ কবলত পৰি শ্ৰমিকসকল জুৰুলা হৈ পৰিছিল আৰু সময়ৰ গতিত মনৰ ভাৰসাম্য হেৰুৱাই পেলাইছিল। মনৰ ভাৰসাম্য হেৰুৱাই বহু লোক পগলা হৈ পৰিছিল। তেজপুৰ মানসিক চিকিৎসালয় শতবাৰ্ষিকী উপলক্ষে ১৯৭৬ চনত প্ৰকাশ পোৱা স্মৃতিগ্ৰন্থখনিত ডাঃ এন, চি, বৰদলৈয়ে 'History of Mental Hospital' নামৰ প্ৰবন্ধটিত উল্লেখ কৰিছে যে 'ঘাইকৈ পগলা হৈ অনাই বনাই ফুৰা চাহ বাগিচাৰ শ্ৰমিক, বলিয়া হোৱা চিপাহী আৰু উন্মাদ হৈ ঘূৰি ফুৰাসকলৰ বাবে এটা অনুষ্ঠান (পগলা ফাটেক) পতাৰ প্ৰয়োজন হৈ পৰিছিল।' সেই কাৰণে ১৮৭৬ চনৰ ১ এপ্ৰিল তাৰিখে তেজপুৰত পগলা ফাটেক পতাৰ কাম হাতত লোৱা হৈছিল।

কিদৰে অসমলৈ শ্ৰমিকসকলক আনিছিল আনোতে ৰাস্তাত কিমানৰ মৃত্যু কেনেকৈ হৈছিল, অচিনাকি ডেকা-গাভৰু আৰু পৰস্ত্ৰী-পৰপুৰুষৰ মাজত কিদৰে ডিপোসাদী পাতি দিছিল আৰু বহিৰ্জগতৰ পৰা কিদৰে সিহঁতক বিচ্ছিন্ন কৰি ৰাখিছিল সেই সকলোবোৰ এক কৰুণ কাহিনী।

সাহিত্যিক শ্ৰীদণ্ডেশ্বৰ শকীয়াৰ ভাষাত ক'বলৈ গ'লে-- "দুৰ্ভেদ্য জংঘল ভাঙিবলৈ আহি মৃত্যুমুখত পৰা শ্বেতকায়সকলৰ হিচাপ ৰাখিছে তেওঁলোকৰ সমাধিস্থলৰ এপিতাফ্‌বোৰে। কিন্তু তিল্ তিল্‌কৈ মৃত্যুমুখত পৰা কৃষ্ণাঙ্গ শ্ৰমিকসকলৰ হিচাপ ৰখা সম্ভৱ নহয়। প্ৰত্যেকৰ নামে নামে একোখন এপিতাফ্ ৰাখিলে অসমত মাত্ৰ এপিতাফৰহে বাগিচা হ'ব, চাহ গছ ৰুবলৈ ঠাই নহ'ব। তথাপিও তেওঁলোক জীয়াই আছে নিজীৱ শিলেৰে তৈয়াৰী এপিতাফৰ ফলিত নহয়--তেওঁলোক জীয়াই আছে হেজাৰ হেজাৰ শ্ৰমিকৰ বুকু ফালি ওলাই অহা ঝুমইৰ গীতৰ মাজত ঃ

নানা মৰ্‌ল নদীৰ মাঝে
নানী মৰ্‌ল ঘৰে,
বেটা গেল পুলিচ থানাই
পালাই যাবাৰ দযে।

কবি শ্ৰীঅমলেন্দু গুহৰ ভাষাত—

কিহেৰে চাহ গছ তেজী হ'ল
মাংৰা ভাই?
'ককা দেউতাৰ হাড়ৰ সাৰেৰে'
জৰাব আছে;
কিহেৰে চাহৰ ৰং ৰঙা হ'ল
বুধুৱা ভাই?
'গিৰমিটিয়াৰ তেজৰ ৰঙেৰে'
আৱাজ উঠে।

চাহ শ্ৰমিকসকল চাহ বাগিচাৰ মাজলৈ কাম কৰিবলৈ অহাৰ বহুত দিন পিছলৈকে ঠিকমতে তেওঁলোকক দা-দৰমহা, মজুৰী আদি দিয়া নহৈছিল। পইচা খৰচ কৰি অনা ভাবি চাহাবে তেওঁলোকক গোলাম কৰি ৰাখিব বিচাৰিছিল। ঘৰচীয়া জন্তুৰ দৰে চাহ বাগিচাৰ চাৰি বেৰৰ মাজত আবদ্ধ কৰি ৰাখিছিল। কোনো চৰকাৰী আইন কানুন চাহ বাগিচাৰ মাজত নচলিছিল। চাহাবৰ যি মন যায় তাকে কৰিব পাৰিছিল। মানৱ অধিকাৰ বোলা কোনো কথা নাছিল। তেনে অৱস্থাত শ্ৰমিকে হাজিৰা-দৰমহা কিদৰে পাইছিল তাক সহজে অনুমান কৰিব পাৰি।



১৮৪৮ আৰু ১৮৫৯ চনত অসম কোম্পানীৰ শ্ৰমিকসকলে হাজিৰা পইচাৰ কাৰণে ধৰ্মঘট আৰু ঘেৰাও কাৰ্যসূচী হাতত ল'ব লগা হৈছিল। সেই সময়ত শ্ৰমিকৰ মাহিলী দৰমহা আছিল তিনি টকা আঠ অনা। কোম্পানীয়ে শ্ৰমিকক তিনি মাহৰ দৰমহা নিদিয়াৰ বাবে ১৮৪৮ চনত কোম্পানীৰ নাজিৰা অফিচ ঘেৰাও কৰিছিল। সেই ঘেৰাও কাৰ্য উচিত আছিল বুলি পিছত কোম্পানীয়ে বাধ্য হৈ স্বীকাৰ কৰিছিল। কোম্পানীৰ লোকচান হৈছে বুলি দেখুৱাই ১৮৫৮ চনৰ পৰা চুপাৰিন্টেণ্ডেন্ট হেন্‌ৰী মৰ্ণায়ে শ্ৰমিকক মাহিলী দৰমহা কমাই তিনি টকা কৰে। দৰং জিলাৰ কছাৰী শ্ৰমিক সকলে ১৮৫৯ চনত হাজিৰা বৃদ্ধিৰ দাবীত ধৰ্মঘট কৰে, আন্দোলন কৰে। লগে লগে চাৰিও ফালে এক শ্ৰমিক অশান্তিৰ সৃষ্টি হয়। আন্দোলনকাৰী বহুতো শ্ৰমিক নেতাক গ্ৰেপ্তাৰ কৰি শাস্তি দিয়া হয়। ১৮৮৪ চনৰ পৰা ক্ৰমান্বয়ে শ্ৰমিকৰ মাজত অন্যায়ক মুকলি ভাবে প্ৰতিবাদ কৰাৰ মনোভাব জাগি উঠে। কাছাৰ জিলাৰ বোৱালীয়া চাহ বাগিচাৰ চাহাব এজনে শ্ৰমিকসকলৰ চকুৰ আগতে এজন শ্ৰমিকৰ ল'ৰাক বেতেৰে অমানুষিকভাবে কোবোৱাত শ্ৰমিকসকলে চাহাবজনক ঘেৰাও কৰি ৰাখি থয়। চাহাবক ঘেৰাও কৰি ৰখাৰ অপৰাধত শ্ৰমিক নেতা কেইজনক এবছৰৰ কাৰাদণ্ড দিয়ে আৰু চাহাবজনক বিচাৰত দুশ টকা জৰিমণা কৰে। শ্ৰমিকসকলে কেতিয়াবা অত্যাচাৰত অতীষ্ঠ হৈ চাহাবৰ বঙলাত জুই লগাই দিছিল। অধিক হাজিৰাৰ দাবীত বাগিচাবোৰত প্ৰায়েই অশান্তিৰ সৃষ্টি হৈছিল। ১৮৬৫ চনত পুৰুষ বনুৱাই ৫ টকা, তিৰোতা বনুৱাই ৪ টকা আৰু ল'ৰা-ছোৱালী (চুক্‌ৰা-চুক্‌ৰী) বনুৱাই ৩ টকা হিচাপে মাহিলী দৰমহা পাইছিল। তাৰ বাবে দৈনিক ৯ ঘণ্টাকৈ কাম কৰিব লাগে, আৰু মাহটোত এদিনো ক্ষতি কৰিব নোৱাৰে। তাৰোপৰি দিনটোত কৰিবলৈ দিয়া নিৰিখৰ কাম দিনটোতে শেষ কৰিব লাগিব। কৰিব নোৱাৰিলে হাজিৰা কাটি দিয়ে। কামৰ নিৰিখ বেছি দিয়া বাবে কোনেও দিনটোত কৰি কাম শেষ কৰিব নোৱাৰে। ফলত হাড়ক মাটি, তেজক পানী কৰি কাম কৰি মাহেকৰ মূৰত কোনেও পূৰা পইচা নেপায়। এই কথাৰ সম্ভেদ 'চাহ কমিচনাৰ'ৰ ৰিপোৰ্টত পোৱা যায়। ৰিপোৰ্ট মতে কিছুমান বাগিচাৰ পুৰুষ শ্ৰমিকে মাহে তিনি টকা আৰু মহিলা শ্ৰমিকে মাহে ডেৰ টকা পাইছিল। কোনো এক মাহত এগৰাকী মহিলাই ১১ অনা ৯ পাই মাত্ৰ মাহিলী মজুৰী পাইছিল। ১৮৬০ চনৰ পৰা ১৮৭০ চনলৈ এই ১০ বছৰত ভিতৰত খাদ্য বস্তুৰ দাম বঢ়া সত্বেও শ্ৰমিকৰ মজুৰীৰ হাৰ এক পইচাও বঢ়া নাছিল। ১৮৭০ চনতো

১৮৬০ চনত দিয়া নিৰিখ মতেই হাজিৰা পাইছিল। কিন্তু ১৮৬০ চনত যি চাউল এটকাত ২৭ সেৰ আৰু যি আটা এটকাত ২০ সেৰ পাইছিল- ১৮৭০ চনত সেই চাউল এটকাত ২২ সেৰ আৰু সেই আটা এটকাত ১৫ সেৰহে পাইছিল। আইন মতে ১৮৬৫ চনত শ্ৰমিকৰ মজুৰীৰ হাৰ যি বান্ধি দিছিল সেই হাৰ ১৯১০ চনলৈকে এই সুদীৰ্ঘ ৪৫ বছৰ ধৰি একেদৰে আছিল। তাৰ কোনো সাল-সলনি ঘটোৱাৰ কথা কোনো লোকে চিন্তা কৰা নাছিল। ১৯১১ চনতহে তাৰ কিছু সাল-সলনি হ'ল। সলনি মতে মজুৰী ঠিকা-ৰেচন-বোনাছ সকলোবোৰ মিলি পুৰুষ শ্ৰমিকৰ মাহিলী মজুৰী ৫ টকা ১১ অনা আৰু মহিলা শ্ৰমিকৰ মাহিলী মজুৰী ৫ টকা ১ অনা ৬ পাই কৰা হয়।

প্ৰথম মহাযুদ্ধৰ শেষৰ দুবছৰত খাদ্য বস্তুৰ দাম যথেষ্ট বাঢ়ে। মূল্য সূচী অনুযায়ী ১০০ৰ পৰা ১৩৩লৈ বাঢ়ে। ১৯১৪ চনত অসমত চাহপাত উৎপাদন হয় ৩১,২৮,২১,০০০ পাউণ্ড আৰু বাঢ়ি গৈ ১৯১৮ চনত হয় ৩৫,০৮,৭০,০০৩ পাউণ্ড অৰ্থাৎ আগতকৈ ৩,৮০,৪৯,০০৩ পাউণ্ড বেছি চাহ পাত উৎপাদন হয়। ফলত চাহ কোম্পানীৰ যথেষ্ট টকা লাভ হয়। কিন্তু শ্ৰমিকৰ মজুৰী একেই থাকে। ১৮১৮ চনত গিৰ্‌মিটিয়া পুৰুষ শ্ৰমিকৰ মাহিলী মজুৰী ৮ টকা ১০ অনা ১১ পাই আৰু মাহিলা শ্ৰমিকৰ ৭ টকা ১৫ অনা ৪ পাই আছিল। আনহাতেদি আড়কাঠীয়া পুৰুষ শ্ৰমিকৰ মাহিলী মজুৰী ৬ টকা ২ অনা ৯ পাই আৰু মহিলা শ্ৰমিকৰ মাহিলী মজুৰী আছিল ৫ টকা ৩ পাই মাত্ৰ। সুৰমা উপত্যকাৰ শ্ৰমিকৰ মজুৰী হাৰ ব্ৰহ্মপুত্ৰ উপত্যকাৰ শ্ৰমিকৰ মজুৰী হাৰতকৈ কম আছিল। সেই সময়ত তাৰ পুৰুষ শ্ৰমিকৰ মাহিলী মজুৰী ৫ টকা ৫ অনা ১০ পাই আৰু মহিলা শ্ৰমিকৰ মাহিলী মজুৰী ৪ টকা ৪ অনা ২ পাই আছিল। নাবালক চুক্‌ৰা-চুক্‌ৰী শ্ৰমিকসকলক দিয়া হৈছিল মাহে তিনি টকা ছয় অনা এঘাৰ পাই। মাহিলী ইমান কম মজুৰী পোৱাৰ কাৰণে শ্ৰমিকসকলৰ জীৱনধাৰণৰ মানদণ্ড আৰম্ভণিৰে পৰা নিম্নস্তৰৰ আছিল। কামজাৰী আৰু পেটৰ কথা চিন্তা কৰাৰ বাহিৰে আন কথা চিন্তা কৰিবলৈ শ্ৰমিকসকলে আহৰি পোৱা নাছিল। পেটৰ জ্বালাত পৰিয়ালৰ সকলো লোকে কাম কৰিব লগা হৈছিল। সৰু সৰু নাবালক ল'ৰা-ছোৱালীবোৰেও কাম কৰিব লাগিছিল। তেওঁলোকৰ ভৱিষ্যৎ শিক্ষা-দীক্ষাৰ কথা বাগিচাৰ চাহাব-মালিকে কোনো দিনে চিন্তা কৰা নাছিল। বাগিচাত পঢ়িবলৈ কোনো স্কুল নাছিল। বাহিৰৰ লোক বাগিচাৰ ভিতৰলৈ কেতিয়াবা যাব লগা হ'লে চাহাবৰ পৰা আগতীয়াকৈ



অনুমতি ল'ব লাগিছিল। চাহাবেই আছিল বাগিচাৰ সৰ্বেসৰ্বা। চাহাবৰ বিনা অনুমতিত কোনোবা বাগিচাত সোমালে তাক শাস্তি দিয়া হৈছিল। শ্ৰমিক সকলক কোনো সভা সমিতি পাতিবলৈ নিদিছিল। বিয়া সকাম বা আন যিকোনো কাৰণত শ্ৰমিকক বাগিচাৰ বাহিৰহৈ যাব দিয়া নহৈছিল। চাহাবৰ অনুমতি লৈহে শ্ৰমিকে বিয়া সকাম পাতিব পাৰিছিল। বিনা বিচাৰে শ্ৰমিকক জেলত দিয়া হৈছিল।

এনেদৰে দমনমূলক নীতি চলি থকা সত্বেও অৱশেষত এদিন শ্ৰমিক সকল একগোট হৈ থিয় দিবলৈ যত্ন কৰিলে। মানৱ অধিকাৰৰ বিষয়ে সবিশেষ নাজানিলেও-নুবুজিলেও তুহঁ জুইৰ দৰে অন্তৰত জ্বলি থকা বেদনা ৰাশিয়ে সংগ্ৰামৰ পথ আৰু প্ৰতিবাদৰ ধ্বনি বুজি পোৱাত সহায় কৰিলে। প্ৰতিবাদৰ সুৰ বাজি উঠে শ্ৰমিকৰ মাজত। সেই প্ৰতিবাদৰ সুৰ চাহাব-মালিকে শান্তিপূৰ্ণ আলোচনাৰ মাধ্যমেৰে সমাধান কৰাৰ পৰিবৰ্তে বন্দুকৰ গুলী, লাঠীৰ কোব আৰু জেল-ফাটেকৰ জৰিয়তে সমাধান কৰিব বিচৰাত শ্ৰমিকৰ মাজত অশান্তিৰ সূত্ৰপাত হয়। ১৯০৪ চনৰ পৰা ১৯১৯ চনৰ ভিতৰত অসমৰ চাহ বাগিচাত সাংঘাতিক ধৰণৰ মুঠ ১৪১ টা মাৰপিট হয়। ইয়াৰ আগতে ১৮৯১ চনতো ১০৬ টা হিংসাত্মক ঘটনা সংঘটিত হোৱাৰ কথা জনা যায়। সংঘ গঠন কৰিবলৈ লোৱাৰ বাবে বহুতকে জেলত ভৰাই থয়। প্ৰাপ্ত তথ্য মতে সংঘ গঠনত আগভাগ লোৱা মুঠ ৮২ জন শ্ৰমিকক ১৯০৩ চনত সশ্ৰম কাৰাদণ্ড দিয়া হয়।

১৯২১ চনত গান্ধীজীৰ অসহযোগ আন্দোলনে চাহ বাগিচাৰ ভিতৰ চ'ৰা স্পৰ্শ কৰিছিল। ১৯৩১ চনৰ লোকপিয়লৰ প্ৰতিবেদনত বিগত দহ বছৰৰ চাহ বাগিচাৰ আভ্যন্তৰীণ উদগীৰণৰ সম্যক বিৱৰণ পোৱা যায় এইদৰে-- মহাযুদ্ধৰ সময়ছোৱাত চাহ উদ্যোগে প্ৰসাৰতা লাভ কৰে। কিন্তু যুদ্ধ শেষ হোৱাৰ পিছত যাইকৈ ৰাছিয়াৰ বজাৰ বন্ধ হৈ যোৱাৰ পিছত শিল্প অচল অৱস্থাত পৰাত এক ভয়ানক অৰ্থনৈতিক সংকটে দেখা দিয়ে। এই সংকট ১৯২১ চনতো চলি থাকে। কেইখনমান জিলাত এই সংকটৰ সুযোগ লৈ অসহযোগ আন্দোলনৰ নেতা কিছুমানে চাহ বাগিচাৰ শ্ৰমিকৰ মাজত অশান্তি সৃষ্টি কৰে। যুদ্ধ চলি থকা সময়ত আৰু যুদ্ধ শেষ হৈ যোৱাৰ পিছতো যিদৰে বস্তুৰ দাম বাঢ়িছিল, সেই অনুপাতে বাগিচাৰ শ্ৰমিকৰ হাজিৰা-মজুৰী বঢ়া নাছিল আৰু শ্ৰমিকসকলৰ জীৱনধাৰণৰ মানদণ্ড তললৈ গৈছিল। শ্ৰমিকসকলৰ অৰ্থনৈতিক অসন্তুষ্টি আৰু লগতে ৰাজনৈতিক আন্দোলনকাৰী নেতাসকলৰ চেষ্টাত ১৯২১ চনৰ মে' মাহত

কৰিমগঞ্জ মহকুমা আৰু চিলেটৰ পৰা বহু সংখ্যক শ্ৰমিকে বাগিচা ত্যাগ কৰি যাবলৈ ধৰিলে আৰু অন্যান্য বাগিচাবোৰতো একে অশান্তি আৰু ধৰ্মঘট হ'বলৈ ধৰে। কৰিমগঞ্জ আৰু চিলেটৰ এই অশান্তি প্ৰকৃততে ব্ৰহ্মপুত্ৰ উপত্যকাৰ পৰাহে আৰম্ভ হৈছিল। ১৯২০ চনৰ ৰাজনৈতিক আলোড়নত ভাৰতৰ অন্যান্য ভালেমান ঠাইৰ নিচিনাকৈ অসমতো পুনৰ ভয়ানক অশান্তিয়ে দেখা দিয়ে। বিদ্ৰোহীসকলে লক্ষীমপুৰ, শিৱসাগৰ আৰু দৰং জিলাৰ চাহ শ্ৰমিকৰ মাজত উত্তেজনা সৃষ্টি কৰিছিল আৰু এই উত্তেজনা পাছৰ বছৰত কাছাৰ আৰু চিলেটলৈয়ো সম্প্ৰসাৰিত হৈছিল।"

অসম উপত্যকাৰ চাহ বাগিচাবোৰত ১৯২০ চনৰ পৰা লাহে লাহে অশান্তি হ'ব ধৰে। ডিব্ৰুগড়ৰ ৰেল শ্ৰমিকসকলে দৰমহা বৃদ্ধিৰ দাবীত ১০ দিন ধৰি ধৰ্মঘট কৰি দাবী আদায় কৰাত সফল হোৱা দেখি উৎসাহিত হৈ তেনে ধৰ্মঘট অনুসৰণ কৰি হাঁহচৰা চাহ বাগিচাৰ শ্ৰমিকসকলেও হাজিৰা বৃদ্ধি আৰু ৰেচনত ভাল চাউল দিয়াৰ দাবীত ১৯২০ চনৰ ৬ চেপ্তেম্বৰ তাৰিখৰ পৰা ধৰ্মঘট কৰিবলৈ ধৰে। তাকে দেখি ডুমডুমাৰ ওচৰে-পাজৰে থকা আনবোৰ বাগিচায়ো সেই একে দাবীত ধৰ্মঘট আৰম্ভ কৰে। ধৰ্মঘট কৰাত বাগিচাবোৰৰ কাম কেইবাদিন ধৰি অচল হৈ পৰে। পাভজান বাগিচাৰ শ্ৰমিকে মাহেকীয়া মজুৰী ৬ টকাৰ পৰা ৮ টকালৈ বৃদ্ধি কৰাৰ দাবীত চেপ্তেম্বৰ মাহৰ ২১ আৰু ২২ তাৰিখে ধৰ্মঘট কৰে। শুকান পুখুৰী চাহ বাগিচাই বেতন বৃদ্ধিৰ দাবীত ২৭ চেপ্তেম্বৰ তাৰিখে কৰ্মবিৰতি পালন কৰে। ধৰ্মঘটৰ কালছোৱাত ওচৰে-পাজৰে বহা বজাৰ-হাটবোৰত সঘনে লুট-পাট হ'ব ধৰে। ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছৰ ৰজত জয়ন্তী স্মৃতিগ্ৰন্থখনিত লিখা অসমৰ বনুৱা আন্দোলন নামৰ প্ৰবন্ধটিত অতুল শইকীয়াই উল্লেখ কৰা মতে হাঁহচৰা বাগিচাত কৰা ধৰ্মঘটৰ ফলত এনে এক ভয়ানক পৰিস্থিতিৰ সৃষ্টি হয় যাৰ ফল স্বৰূপে বাগান এৰি বহু শ্ৰমিক পলাই যায়। লামডিং-চিলেট-গোৱালণ্ড হৈ নিজ দেশলৈ পলাই যোৱাৰ পথত আদবাটতে বহুতৰে মৃত্যু হয়। কৰিমগঞ্জৰ মাজেদি পলাই যাওঁতে তাৰ শ্ৰমিকসকলো উত্তেজিত হৈ পৰে। বেতন বৃদ্ধিৰ দাবীত কাছাৰ জিলাৰ চাৰগোলা চাহ বাগিচাৰ শ্ৰমিকসকলে ১৯২১ চনৰ ২ মে' তাৰিখে ধৰ্মঘট পালন কৰে। হাজিৰা বৃদ্ধি নকৰাত ৭৫০ জন শ্ৰমিকে বাগান এৰি দেশলৈ যাবলৈ ওলায়। আলিপুৰ চাহ বাগিচাৰ শ্ৰমিকসকলে এই ক্ষেত্ৰত আগভাগ লয়। শ্ৰমিকৰ মাজত উত্তেজনাৰ সৃষ্টি হোৱাৰ প্ৰতি লক্ষ্য ৰাখি চৰকাৰে সেই অঞ্চলবোৰত ১৪৪ ধাৰা জাৰি কৰে। বাগিচাবোৰত নানা-



ৰকম হিংসাত্মক ঘটনা ঘটিবলৈ ধৰে। আলিপুৰ চাহ বাগিচাই বাহিৰ কৰা শোভাযাত্ৰাত ওচৰৰ বাগিচাবোৰে সহযোগ কৰি আন্দোলন তীব্ৰতৰ কৰি তোলে। খুব কম দিনৰ ভিতৰতে কোম্পানীৰ শোষণ নীতিৰ প্ৰতিবাদ কৰি বাগিচা এৰি যাবলৈ ওলোৱা শ্ৰমিকৰ সংখ্যা ৪৭৯৯ জনলৈ বৃদ্ধি পায়। বাগিচা এৰি শ্ৰমিক গুচি যাব ধৰাত কোম্পানী বিমোৰত পৰে। শ্ৰমিকসকল যাতে গুচি যাব নোৱাৰে তাত বাধা দিয়াৰ চিন্তা কৰিব ধৰে। প্ৰথমতে ৰেলত উঠাৰ পৰা শ্ৰমিকক বাধা দিয়া হয়। ৰেলত যাব নোৱাৰি খোজকাঢ়িয়েই তেওঁলোক টালি-টোপোলা বান্ধি যাব ধৰে। বোকোচাত কেচুৱা লৈ দিনৰ পাছত দিন খোজকাঢ়ি চিলেট জিলাৰ চাঁদপুৰ পায়। ৰাস্তাত যাওঁতে পুলিচে তেওঁলোকক মাৰ-ধৰ কৰিছিল। আদবাটতে বহুতৰে কলেৰা হৈছিল। চাঁদপুৰত গৈ উপস্থিত হোৱা শ্ৰমিকসকলৰ ওপৰত সশস্ত্ৰ পুলিচে ১৯২১ চনৰ ২০ মে'ৰ নিশা হঠাতে আক্ৰমণ কৰি অমানুষিক অত্যাচাৰ চলাইছিল। আক্ৰান্ত হোৱা শ্ৰমিকসকলক তাৰ ৰাইজে সহায় কৰিছিল। এই ঘটনাই অসমৰ চাহ জনজাতি সমাজত এক আলোড়নৰ সৃষ্টি কৰে। প্ৰতিবাদৰ সুৰ চাৰিওফালে বাজি উঠে। চাঁদপুৰ আৰু লাক্‌শাম ষ্টেচনৰ শ্ৰমিকসকলে ধৰ্মঘট পালন কৰে। অসমৰ বহু ঠাইতে ধৰ্মঘট পালন কৰা হয়। গুৱাহাটী উকীল সন্থাই তাৰ প্ৰতিবাদকল্পে তিনিদিন কোৰ্ট বৰ্জন কৰে। তৰুণ ৰাম ফুকন, যতীন্দ্ৰ মোহন সেনগুপ্তকে ধৰি সেই সময়ৰ ভালেমান বিশিষ্ট নেতাই শ্ৰমিকৰ ওপৰত চলোৱা বৰ্বৰ অত্যাচাৰৰ কাৰণে গৰিহণা দিয়ে আৰু প্ৰাপ্য দাবীত চলোৱা শ্ৰমিক আন্দোলনৰ প্ৰতি সমৰ্থন আগবঢ়ায়। ভাৰতীয় কমিউনিষ্ট পাৰ্টীৰ সোণালী জয়ন্তী সংখ্যা 'জনমত'ত শ্ৰীবাৰীন চৌধুৰীয়ে লিখা এক প্ৰবন্ধ অনুসৰি ময়নাগড় চাহ বাগিচাৰ ধৰ্মঘট মনকৰিবলগীয়া। কাছাৰৰ ময়নাগড় বাগিচাৰ ধৰ্মঘটে সেই সময়ত সকলোৰে দৃষ্টি আকৰ্ষণ কৰে। বাগিচাৰ ছোৱালী এগৰাকীক গ্ৰেপ্তাৰ কৰাত সকলো মহিলা শ্ৰমিকসকলে মিলি তাৰ চাহাবজনক বৰ মাৰ-ধৰ কৰে।

সময়ৰ লগে লগে শ্ৰমিক আন্দোলন চাৰিও ফালে বিয়পি পৰে। ১৯২০ চনৰ ১৬ অক্টোবৰত এচিয়াৰ বৃহত্তম বাহ বাগিচা মোনাবাৰী আৰু কাঠনীবাৰী চাহ বাগিচাত এক লেখত ল'বলগীয়া ধৰ্মঘট পালন কৰা হয়। ধৰ্মঘটত প্ৰায় তিনি হেজাৰ শ্ৰমিকে অংশ গ্ৰহণ কৰে। বিদ্ৰোহী হৈ পৰা শ্ৰমিকসকলে বাগিচাৰ চাহাব আৰু কৰ্মচাৰীবিলাকক আক্ৰমণ কৰে। ১৯২১ চনৰ ২১ মাৰ্চত শোণিতপুৰ জিলাৰ হেলেম বাগিচাত এক ভীষণ অশান্তিৰ সৃষ্টি হয়। শ্ৰমিকসকল উত্তেজিত হৈ বাগিচাৰ চুপাৰভাইজাৰক

মৰিয়াই বেয়াকৈ জখম কৰে। সেই চনৰে অক্টোবৰ মাহৰ ৯ আৰু ১০ তাৰিখে সোনাজুলী, কছাৰীগাঁও আৰু ধেন্দাই বাগিচাত ধৰ্মঘট হয়। সোনাজুলী আৰু কছাৰীগাঁও বাগিচাৰ ধৰ্মঘটকাৰীসকলে বাগিচাৰ চাহাবক আক্ৰমণ কৰি মাৰপিট কৰে। ধেন্দাই বাগিচাৰ শ্ৰমিকসকলে পুলিচ চুপাৰিন্টেন্‌ডেন্টক আক্ৰমণ কৰে। পাভজান আৰু হাঁহচৰা বাগিচাতো ধৰ্মঘট আৰু মাৰপিট আক্ৰমণ চলে। পানীতোলা অঞ্চলৰ বাগিচাবোৰত সেই বছৰৰে জুন মাহৰ পৰা ধৰ্মঘট চলে। চন্টক চাহ বাগিচাত সেই মাহৰ ২২ তাৰিখে অশান্তিয়ে দেখা দিয়ে। শ্ৰমিকসকলে তাৰ মাৰোৱাৰী দোকান আৰু হাট-বজাৰৰ ওপৰত আক্ৰমণ চলায় আৰু লুট-পাট কৰে। বাগিচাৰ চৰ্দাৰজনক ধৰি খুব মৰিয়ায়। প্ৰাণৰ ভয়ত চাহাব-বাবুবোৰ বাগান এৰি পলাই গুচি যায়। বাগিচাবোৰত এইধৰণৰ এক জাগৰণ হয়। দমন নীতিৰ বিৰুদ্ধে শ্ৰমিকসকলে মাৰ বান্ধি উঠে আৰু জীয়াই থকাৰ সংগ্ৰামত অৱতীৰ্ণ হৈ আন্দোলনৰ পথ বাচি লয়। বৌটামাৰী চাহ বাগিচাত পুৰুষ শ্ৰমিকৰ মজুৰী ৮ অনা আৰু মহিলা শ্ৰমিকৰ মজুৰী ৬ অনাকৈ বৃদ্ধি কৰাৰ দাবী তুলি বাগিচাৰ ৭৫০ জন শ্ৰমিকে আন্দোলন চলোৱাৰ পাছতো কোম্পানীয়ে কোনো কাণ-সাৰ নকৰাত সকলোকে আচৰিত কৰি বাগান এৰি সকলো গুচি যায়। বাগানৰ মেনেজাৰ-চাহাবে ঘূৰাই আনিবৰ কাৰণে সিহঁতৰ পিছে পিছে যায়। অশেষ কাকুতি মিনতি কৰিও মেনেজাৰে সিহঁতক ঘূৰাব নোৱাৰলে। চাহাব-মেনেজাৰৰ সকলো চেষ্টা ব্যৰ্থ হয়। কাৰো বুজনি সিহঁতে আৰু নুশুনিলে। বাগিচাৰ পৰা যি ওলাল আৰু ঘূৰি বাগিচাত নোসোমালে। এনে কাৰ্যত চাহাবৰ বৰ থং উঠি তেওঁলোকৰ বহুতকে গ্ৰেপ্তাৰ কৰোৱাই জেলত ভৰাই থলে। ইয়াৰ প্ৰতিবাদত শ্ৰমিকৰ মাজত অশান্তিৰ উদ্ভৱ হয়। চাৰগোল্লা এলেকাৰ বাগিচাবোৰে ফলত ধৰ্মঘট কৰে। ধৰ্মঘটকাৰী প্ৰায় ৮০০০ শ্ৰমিকে চাহাব-মালিকৰ বৰ্বৰোচিত কাৰ্যক তীব্ৰ ভাষাৰে নিন্দা কৰে। কাছাৰ জিলাৰ আনবোৰ বাগিচালৈকো এই ধৰ্মঘট বিয়পি পৰিবলৈ ধৰে। বগা চাহাবৰ শোষণ নীতিৰ প্ৰতিবাদত শিৱসাগৰ জিলাৰ চাহ বাগিচাবোৰত ১৯২১ চনৰ এপ্ৰিল মাহৰ পৰা ধৰ্মঘট আৰম্ভ হয়। ধৰ্মঘটৰ ফলত চাহ বাগিচাবোৰৰ বিস্তৰ ক্ষতি হৈছিল। অসম উপত্যকাতকৈ সুৰমা উপত্যকাৰ চাহ বাগিচাবোৰৰ বেছি ক্ষতি সাধন হয় বুলি জনা যায়। ১৯৩০ চনৰ পৰা ১৯৩৫ চনৰ ভিতৰত অসমৰ প্ৰায় ৫৫ খন বাগিচাত ধৰ্মঘট হয় আৰু প্ৰায় ৩০ হেজাৰ শ্ৰমিকে এই ধৰ্মঘটবোৰত অংশ গ্ৰহণ কৰে।



বহু বছৰ ধৰি চাহ শ্ৰমিকৰ নিৰাপত্তাৰ বাবে কোনো আইন প্ৰণয়ন কৰা হোৱা নাছিল। ফলত কৰ্মৰত অৱস্থাত কোনো শ্ৰমিকৰ দুৰ্ঘটনা হ'লে বা দুৰ্ঘটনাত কোনোবা মৰিলে তাৰ বাবে চাহাব-মালিক কোনো দায়ী নহয় আৰু শ্ৰমিকজনক একো ক্ষতিপূৰণ দিয়া নহয়। আনকি চিকিৎসাৰো কোনো ব্যৱস্থা কৰা নহয়। কাম কৰি থাকোতে কিবা দুৰ্ঘটনাত পৰি পঙ্গু হৈ চিৰদিনৰ বাবে কাম কৰিবলৈ অক্ষম হ'লেও আৰু পৰিয়ালৰ ভৰণ-পোষণ কৰিব নোৱাৰি বাটৰ ভিক্ষাৰী হৈ পৰিলেও, খাবলৈ নাপাই হাঁহাকাৰ কৰি থকা শ্ৰমিকজনৰ পৰিয়ালটোৰ কথাও চিন্তা কৰা নহয়। শ্ৰমিকৰ প্ৰতি চাহাব-মালিকৰ উদাসীনতাই আছিল ইয়াৰ মূল কাৰণ। শ্ৰমিকৰ নিৰাপত্তাৰ খাতিৰত চৰকাৰে কেতিয়াবা কিবা আইন বান্ধি দিলেও চাহাব-মালিকে খাতিৰ কৰা নাছিল। আইন আইনতে পৰি ৰৈছিল। কাৰ্যক্ষেত্ৰত পৰিণত কৰা নাছিল। চৰকাৰেও জোৰ দি কোম্পানীবোৰক ক'ব পৰা নাছিল। কাম কৰা অৱস্থাত শ্ৰমিকৰ দুৰ্ঘটনা বা মৃত্যু হ'লে ক্ষতিপূৰণ দিয়াৰ প্ৰতি লক্ষ্য ৰাখি ১৯২৩ চনত চৰকাৰে যি "Worker's Compensation Act" প্ৰণয়ন কৰে, মালিকসকলে কাৰ্যতঃ তাক মানি নল'লে। নিৰক্ষৰ শ্ৰমিকে এইবোৰৰ কথা একো গম পোৱা নাছিল। দাবী পূৰণৰ হকে কোনেও মাত মাতিব পৰা নাছিল। নতুনকৈ হ'ব ধৰা সংঘবোৰো মনে মনে আছিল। আইনসংগতভাৱে স্বীকৃতি নোপোৱাৰ বাবে সংঘবোৰে বোধহয় মালিকৰ বিৰুদ্ধে মাত মাতিবলৈ ভয় কৰি হাত সাৱটি মনে মনে বহি নীৰৱ দৰ্শক হৈ আছিল। অৱশ্যে মনে মনে বেছিদিন সংঘবোৰ বহি নাথাকিল। শ্ৰমিকসকলেও ঘাত-প্ৰতিঘাত অতিক্ৰম কৰি জীয়াই থকাৰ সংগ্ৰাম কি দৰে কৰিব লাগে বুজি উঠিছিল। সংঘবোৰ মূৰ দাঙি উঠাত চৰকাৰৰ মনোভাৱৰ কিছু পৰিবৰ্তন হয়। শ্ৰমিকৰ সমস্যা সমাধান কৰাৰ নিমিত্তে ১৯২৬ চনত চৰকাৰে "Indian Trade Union Act" নামৰ আইনখন পাছ কৰে। আইনত Trade Union বা সংঘবোৰৰ ব্যাখ্যা দি সংঘবোৰক স্বীকৃতি দিয়াৰ ব্যৱস্থা কৰা হয়। ইতিমধ্যে শ্ৰমিক নেতা এন. এম. যোশীয়ে নিমন্ত্ৰণ কৰি 'বৃটিছ ট্ৰেড ইউনিয়ন কংগ্ৰেছৰ প্ৰতিনিধি সংসদী সদস্য মিঃ এ. এ. পাৰ্চেল আৰু মিঃ জে. হালচ্ ৱৰ্থক অসমলৈ আনে। তেওঁলোকে ১৯২৭ চনৰ ২২ ডিচেম্বৰ তাৰিখে অসমলৈ আহি চাহ শ্ৰমিকৰ অৱস্থাৰ বিষয়ে বুজ ল'বলৈ ইচ্ছা প্ৰকাশ কৰে। শ্ৰমিক নেতা লোকনায়ক অমিয় কুমাৰ দাসৰ লগত অসমৰ ভালেমান চাহ বাগিচা ঘূৰি শ্ৰমিকসকলৰ দুৰৱস্থাৰ বিষয়ে অধ্যয়ন কৰে। বাগিচা ভ্ৰমণ

কৰি লিখা এখন প্ৰতিবেদনত তেওঁলোকে এইদৰে উল্লেখ কৰি থৈ গৈছে যে বছৰি প্ৰায় এক নিযুত লোক ঘাম, ক্ষুধা আৰু হতাশাৰ মনোভাব বুকুত বান্ধি বাহিৰৰ পৰা অসমৰ বাগিচালৈ শ্ৰমিক ৰূপে কাম কৰিবলৈ অহা অসমৰ বাগিচাবোৰ হৈছে দাসত্বৰ বাগিচা। সেয়ে শ্ৰমিকসকলক শোষণ-মুক্ত কৰাৰ উদ্দেশ্যেৰে তেওঁলোকে অসমত ট্ৰেড ইউনিয়ন গঠন কৰিবলৈ পৰামৰ্শ আগবঢ়ায়। ইতিমধ্যে অসমত শ্ৰমিক সংঘ গঠনৰ বাবে A.I.T.-U.C. য়ে মানুহ পঠায়। শ্যাম চৌধুৰী নামৰ লোক এজনে ডিব্ৰুগড়ৰ চাহ বাগিচাবোৰত সংঘ পাতিবলৈ যত্ন কৰিছিল যদিও ফলৱতী হ'ব নোৱাৰিলে।

১৯৩৭ চনত কাছাৰ জিলাৰ চাহ বাগিচাবোৰক লৈ 'চিলেট-কাছাৰ চাহ শ্ৰমিক ইউনিয়ন' গঠন কৰা হয়। ১৯৩৯ চনৰ ২৭ এপ্ৰিলত ই ৰেজিষ্টাৰ ভুক্ত হয়। অসম ভুমিত গঠন হোৱা এইখনেই প্ৰথম শ্ৰমিক সংগঠন। স্বাধীনতাৰ পিছত চিলেট ভাৰতৰ পৰা আঁতৰি যোৱাত সংগঠনটোৰ নাম সলনি কৰি 'কাছাৰ চাহ শ্ৰমিক ইউনিয়ন' নামেৰে ৰখা হয়। ইয়াৰ পিছত আসাম টি কোম্পানী লেবাৰ ইউনিয়ন, ৰাজমাই টি কোম্পানী লেবাৰ ইউনিয়ন, গ্ৰীনউদ টি কোম্পানী লেবাৰ ইউনিয়ন, মাকুম টি কোম্পানী লেবাৰ ইউ-নিয়ন আদি গঠন কৰা হয়। বাগিচাত সময়ে সময়ে চলি থকা ধৰ্মঘট-বোৰে এই সংগঠনবোৰ গঢ়াত সহায় কৰিছিল। ১৯৩৭ চনৰ পৰা ১৯৪১ চনৰ ভিতৰত বাগিচাবোৰত মুঠ ৭৮ টা ধৰ্মঘট হয়। তাৰে ১৯ টাত পুলিচ বাহিনী নমোৱা হয়। কমিউনিষ্টসকলৰ ওপৰত থকা নিষেধাজ্ঞা ১৯৪১ চনত চৰকাৰে তুলি লোৱাত মুকলি মনেৰে তেওঁলোকে শ্ৰমিক সংগঠনৰ কামত মনোনিবেশ দিয়ে। - ১৯৪৩ চনত প্ৰথম A.I.T.U.C. ৰ অসম শাখাৰ অধিবেশন ডিব্ৰুগড়ত হয়। শ্ৰমিক সংগঠন কৰিবলৈ যাওঁতে বিভিন্ন ঠাইত অশান্তিয়ে দেখা দিয়ে। চন্টক চাহ বাগিচাৰ শ্ৰমিকসকলে লাল ঝাণ্ডাৰ তলত একত্ৰিত হৈ বাগিচা মালিকৰ শোষণৰ বিৰুদ্ধে ১৯৪৬ চনত ভীষণ আন্দোলন চলায়। আন্দোলন দমাব নোৱাৰি আন্দোলনকাৰী শ্ৰমিকৰ ওপৰত চাহাবে গুলী চালনা কৰে। বন্দুকৰ গুলী খাই বাংকু ওৰাং নামৰ লোক এজনৰ থিতাতে মৃত্যু হয়। বৃটিছ সাম্ৰাজ্যবাদীৰ শোষণৰ বিৰুদ্ধে যুঁজ দি মৃত্যুক আঁকোৱালি লোৱা বাংকু ওৰাং হৈছে অসমৰ প্ৰথম চাহ শ্ৰমিক শ্বহীদ। ইফালে মেকিপুৰ, হাতীপতি, বৰবাৰী, মাইজান আৰু দক্‌লঙীয়া চাহ বাগিচাত আন্দোলনে মূৰ দাঙি উঠে। এইবোৰ বাগিচাক এক কৰি ৰাখিবৰ কাৰণে ১৯৪৬ চনতে 'অসম চাহ বাগান মজদুৰ ইউনিয়ন'



গঠন কৰা হয়। যোৰহাট জগন্নাথ বৰুৱা কলেজৰ ইংৰাজীৰ অধ্যাপক ৺প্যাৰী মোহন চাৰৱানে তাৰ এবছৰ আগতে 'অসাম টি লেবাৰ এচোচিয়েচন' গঠন কৰে। অৱশ্যে এই সংগঠনে শিৱসাগৰৰ বাহিৰে আন ঠাইত প্ৰভাৱ পেলাব নোৱাৰিলে। ১৯৪৬ চনত শ্ৰীবিজয় চন্দ্ৰ ভাগৱতীক সভাপতি আৰু শ্ৰীৰবীন কাকতিক সম্পাদক হিচাপে ৰাখি অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ মাজত এটা চাহ শ্ৰমিক শাখা ( Tea Labour Cell ) গঠন কৰা হয়। সভাপতি শ্ৰীভাগৱতীৰ তত্বাৱধানত এখন শ্ৰমিক সন্মিলন পতা হয় আৰু তাতে 'অসম মজদুৰ সংঘ' সেই বছৰতে গঠন কৰা হয়। অসম উপ-ত্যকাৰ চাহ কৰ্মচাৰী সকলেও শ্ৰীভাগৱতী, ৺যদুনাথ ভূঞা আৰু পৰশুৰাম দত্তৰ নেতৃত্বত ১৯৪৭ চনৰ ৯ ফেব্ৰুৱাৰীত 'অসম চাহ কৰ্মচাৰী সংঘ' গঠন কৰে। দিল্লীত ১৯৪৭ চনৰ ৩ মে'ত 'ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছ' (INTUC)ৰ জন্ম হয় আৰু তাৰ অসম শাখাৰ জন্ম হয় সেই বছৰৰে ৩ চেপ্তেম্বৰত অবিভক্ত অসমৰ ৰাজধানী চিলঙত। সভাপতি হয় ৺কামাখ্যা প্ৰসাদ ত্ৰিপাঠী আৰু সম্পাদক হয় শ্ৰীৰবীন কাকতি। সুৰমা উপত্যকাত 'সুৰমা উপত্যকা চাহ শ্ৰমিক ইউনিয়ন' গঠন হয়। INTUC ৰ অধীনত ১৯৪৮ চনৰ ২৮ ফেব্ৰুৱাৰীত 'তেজপুৰ জিলা চাহ মজদুৰ সংঘ' আৰু ১৬ মাৰ্চত 'গোলাঘাট জিলা চাহ মজদুৰ সংঘ' ৰেজিষ্টাৰভুক্ত হয়। তাৰ পিছৰ বছৰত ১৯৪৯ চনৰ ১৩ জানুৱাৰীত 'ডিব্ৰুগড় জিলা চাহ মজদুৰ সংঘ' আৰু ৪ জানুৱাৰীত 'শিৱসাগৰ জিলা চাহ মজদুৰ সংঘ' ৰেজিষ্টাৰ ভুক্ত হয়। অসম চৰকাৰৰ শ্ৰম সংঘ পঞ্জীয়কৰ প্ৰতিবেদন মতে ১৯৪৮-৪৯ চনৰ ভিতৰত মুঠ ১৬ টা সংঘ গঠন হয়। সংঘ কেইটা হ'ল (১) দি ইণ্ডিয়ান টি এমপ্লয়িজ ইউনিয়ন (শিলচৰ) (২) সুৰমা উপত্যকা চাহ শ্ৰমিক ইউনিয়ন (কৰিমগঞ্জ) (৩) অসম চাহ কৰ্মচাৰী সংঘ (চিনামৰা) (৪) অসম চাহ কোম্পানী কাৰখানা মজদুৰ সংঘ (নাজিৰা) (৫) অসম কোম্পানী হেড্ অফিচ সংঘ (নাজিৰা) (৬) পানীতোলা চাহ বাগান মজদুৰ সংঘ (তিনি-চুকীয়া) (৭) দিহা চাহ বাগান মজদুৰ সংঘ (নকছাৰী) (৮) ধ'লী চাহ বাগান মজদুৰ সংঘ (তিতাবৰ) (৯) কঠালগুৰি আৰু ৰূপাজুলী টি ষ্টেট মজদুৰ ইউনিয়ন (বিন্দুকুৰী) (১০) দিৰৈ চাহ বাগান বনুৱা সংঘ (মৰাণ) (১১) ডালিম খনিকৰ চাহ বাগান মজদুৰ সংঘ (চেলেংহাট) (১২) ডিব্ৰুগড় জিলা চাহ মজদুৰ সংঘ (তিনিচুকীয়া) ১(৩) শিৱসাগৰ জিলা চাহ মজদুৰ সংঘ (শিৱসাগৰ) (১৪) তেজপুৰ জিলা চাহ মজদুৰ সংঘ (তেজপুৰ) (১৫) সুৰমা ভেলী লাইট হৰ্চ এছোছিয়েচন (শিলচৰ) আৰু (১৬) গোলাঘাট জিলা চাহ

মজদুৰ সংঘ (গোলাঘাট)। অঞ্চল বিশেষত গঢ় লৈ উঠা মজদুৰ সংঘবোৰ এক গোট কৰি ৰখাৰ উদ্দেশ্যেৰে ১৯৫৮ চনৰ ৯ আগষ্টত বৰডুবিত সভা পাতি 'অসম চাহ মজদুৰ সংঘ' গঠন কৰা হয়। এই সংঘ কেৱল ব্ৰহ্মপুত্ৰ উপত্যকাৰ চাহ বাগিচাবোৰৰ মাজত সীমাবদ্ধ হৈ থকাত কাছাৰ জিলাৰ চাহ বাগিচাবোৰৰ বাবে 'কাছাৰ চাহ শ্ৰমিক ইউনিয়ন' নামেৰে আন এটা সুকীয়া চাহ শ্ৰমিক ইউনিয়ন গঠন কৰা হয়। ১৯৪৭ চনৰ ১৫ আগষ্টত ভাৰতে লাভ কৰা স্বাধীনতাক 'ভুৱা স্বাধীনতা' বুলি কোৱাৰ বাবে কমিউনিষ্ট সকল জনসাধাৰণৰ পৰা কিছু পৰিমাণে বিচ্ছিন্ন হৈ যোৱাৰ কাৰণে বাগিচাবোৰত তেওঁলোকে সংঘ পাতিবলৈ অসুবিধা পাব ধৰে। নীতিগতভাবে মনোভাব সলনি কৰাৰ পাছতহে ১৯৫৩ চনৰ পৰা বাগিচা সংঘ গঠন কৰাৰ কামত আগবাঢ়ে। কমিউনিষ্ট সংগঠন AITUC ৰ অধীনত অখিল ভাৰতীয় মজদুৰ সংঘ অসম শাখা ১৯৫৫ চনত যি গঠন কৰা হয় সি নিজৰ ভিতৰত হোৱা দলীয় বিভাজনৰ বাবে বিশেষ আগবাঢ়িব নোৱাৰিলে। C.P.M. সকলে বেলেগে ১৯৭০ চনৰ মে' মাহত Centre of Indian Trade Union (CITU) গঠন কৰে। এই চিটুৰ অধীনত ৰঙাপৰা আৰু যোৰহাটত ঠন ধৰি উঠা সংঘ দুটাই সময়ত বিস্তাৰ লাভ কৰে। কংগ্ৰেছী লোকেৰে গঠিত INTUC হোৱাৰ পাছতে সমাজবাদৰ শাৰীলৈ আহিব খোজা নেতা কিছুমানে 'হিন্দ মজদুৰ সভা' গঠন কৰে। এই সংঘ কেৱল শিৱসাগৰ জিলাৰ মাজতে থাকি যায়। ১৯৬২ চনত গঠন কৰা 'অসম চাহ শ্ৰমিক ইউনিয়নে'ও শ্ৰমিকৰ মাজত বৰ প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰিলে। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰত প্ৰাক্তন মন্ত্ৰী ডাঃ কোমেশ্বৰ বৰা আৰু শ্ৰমিক নেতা শ্ৰীউমাকান্ত কুৰ্মীৰ নেতৃত্বত প্ৰথম 'উত্তৰ অসম চাহ কৰ্মী সন্থা' গঠন কৰা হয়। INTUCৰ অধীনত থকা অসম চাহ মজদুৰ সংঘই আন সকলোবোৰ মজদুৰ সংগঠনতকৈ সবল। ই সমগ্ৰ অসমৰ চাহ বাগিচা আৰু চাহ শ্ৰমিকৰ মাজত কম বেছি পৰিমাণে বিস্তাৰ লাভ কৰিছে বুলি ক'ব পাৰি। ইয়াৰ মুখ্য কাৰ্যালয় ডিব্ৰুগড় আৰু অসমৰ বিভিন্ন ঠাইত ইয়াৰ ২১ টা শাখা সংঘ আছে। সেই শাখা সংঘবোৰ হৈছে (১) ডিব্ৰুগড় (২) পানী তোলা (৩) ডুমডুমা (৪) মাৰ্ঘেৰিটা (৫) টিংৰাই (৬) নাহৰকটীয়া (৭) উঃ লক্ষীমপুৰ (৮) মৰাণ (৯) সোনাৰী (১০) নাজিৰা (১১) যোৰহাট (১২) গোলাঘাট (১৩) নগাঁও (১৪) কামৰূপ (১৫) তেজপুৰ (১৬) বিশ্বনাথ (১৭) বিহালী (১৮) বৰচলা (১৯) মঙলদৈ (২০) বোকাখাত আৰু (২১) গোৱালপাৰা।





অসমৰ চাহ শ্ৰমিকে প্ৰথম বোনাচ পায় ১৯৫৬ চনত। ১৯৫৪ চনৰ বছৰটোত কাম কৰাৰহে এই বোনাছ দিয়া হৈছিল। '৫৫ আৰু '৫৬ চনত কাম কৰাৰ বোনাছ সেইদৰে পিছত দিয়া হৈছিল। তেতিয়াৰ দিনত আজিৰ দৰে নিৰ্ধাৰিত বোনাছৰ হাৰ নাছিল। বাগিচাৰ মালিকৰ মৰ্জিৰ ওপৰত বোনাছ দিয়া হৈছিল। আজি চৰকাৰে বোনাছৰ হাৰ নিম্নতম ৮·৩৩% আৰু উচ্চতম ২০% বান্ধি দিয়া হৈছে যদিও বহু সময়ত মালিকে বান্ধি দিয়া নিয়ম মানি নচলাৰ বাবে শ্ৰমিক-মালিকৰ মাজত মনোমালিন্য সংঘৰ্ষ হোৱা দেখা যায়। ১৯৫৬ চনত শ্ৰমিকে বোনাছ পায় ১৩০ টকাকৈ। সেই বোনাচ পোৱাৰ আগতেই হাজিৰা বহীত নাম থকা বহু শ্ৰমিক বাগান এৰি দেশলৈ গুচি যোৱাত আৰু বহুতৰে ইতিমধ্যে মৃত্যু হোৱাত বাহি হৈ যোৱা শ্ৰমিকৰ প্ৰাপ্য বোনাছৰ ধন মুঠ ২৩ লাখ ৪০ হেজাৰ টকা কোম্পানী-বোৰক হজম কৰিবলৈ নিদি চৰকাৰে নিজৰ হাতলৈ আনি পিছত কোনোবা ওৱাৰিচ ওলালে দি বাকী ধনেৰে শ্ৰমিক সমাজৰ উন্নতিমূলক কল্যাণকামী কাজত খৰচ কৰাৰ মানসেৰে 'অসম চাহ শ্ৰমিক কল্যাণ পৰিষদ' গঠন কৰা হয়। পৰিষদৰ ৰূপালী জয়ন্তী উপলক্ষে ১৯৮৫ চনত প্ৰকাশ পোৱা স্মৃতিগ্ৰন্থত পৰিষদৰ আয়ুক্ত শ্ৰীগেৰচন তিৰ্কয়ে "Labour Welfare and the Assam Tea Employees Welfare Board" নামেৰে লিখা প্ৰবন্ধ এটিত দাঙি ধৰা তথ্য মতে চাহ শ্ৰমিকৰ কল্যাণৰ প্ৰতি লক্ষ্য ৰাখি অসম চৰকাৰে ১৯৮১ চনৰ ১৫ নবেম্বৰ তাৰিখে বিভিন্ন চাহ অঞ্চলত সিঁচৰতি হৈ থকা ১৫ টা 'শ্ৰমিক সমূহীয়া কল্যাণ কেন্দ্ৰ'ৰ পৰিচালনাৰ দায়িত্ব শ্ৰম আয়ুক্তৰ অধীনৰ পৰা আনি পৰিষদৰ হাতত অৰ্পণ কৰে। কেন্দ্ৰকেইটা হ'ল-- (১) দিজু (২) প্ৰতাপগড় (৩) বৰজুলি (৪) পানবাৰী (৫) হাতীগড় (৬) চালনা (৭) দক্ষিণ হেংৰা (৮) হেমলাই (৯) সুন্দৰপুৰ (১০) মেকিপুৰ (১১) ছোট টিংৰাই (১২) তালাপ (১৩) পাত্ৰৈ (১৪) বিন্নাকান্দি (১৫) দুৰ্লভ চৰা। পৰিচালনাৰ সুবিধাৰ্থে ডিব্ৰুগড়, যোৰহাট, তেজপুৰ আৰু শিলচৰ এই চাৰিটা মণ্ডলত কেন্দ্ৰবোৰ ভাগ কৰি দিয়া হয়। চাহ শ্ৰমিক সমাজলৈ আগবঢ়োৱা পৰিষদৰ মূলত আঁচনি সমূহ হৈছে---(১) মেজেঙা মহিলা শ্ৰমিক উন্নয়ন প্ৰশিক্ষণ কেন্দ্ৰত মহিলা শ্ৰমিকসকলৰ বাবে বিভিন্ন বিষয়ত প্ৰশিক্ষণৰ ব্যৱস্থা, (২) অসমৰ প্ৰতিখন শিক্ষাপ্ৰধান চহৰত চাহ জনজাতি ছাত্ৰাবাস স্থাপন কৰা; ইতিমধ্যে ডিব্ৰুগড়, যোৰহাট, উত্তৰ লক্ষীম-পুৰ, তেজপুৰ, নগাঁও, বিশ্বনাথ চাৰিআলি, শিলচৰ, ডিফু, কৰিমগঞ্জ আৰু টিলঙত ছাত্ৰাবাস খোলা হৈছে। তেজপুৰত এখন ছাত্ৰী নিবাসো খোলা হৈছে।



(৩) পাঠ্যপুথি কিনিবৰ কাৰণে ৭ম শ্ৰেণীৰ পৰা বিশ্ববিদ্যালয় পৰ্যায়লৈকে আৰ্থিক সাহায্য দান, (৪) চিকিৎসা, কাৰিকৰী বা তেনে কোনো বিশেষ বিষয়ত উচ্চ শিক্ষা গ্ৰহণ কৰি থকা চাহ জনজাতি ছাত্ৰ-ছাত্ৰীসকললৈ মাহে-কীয়া বৃত্তি প্ৰদান (৫) কলেজীয়া ছাত্ৰ-ছাত্ৰীসকলৰ বাবে শিক্ষামূলক ভ্ৰমণ (৬) চাহ জনজাতি নাৰ্চ প্ৰশিক্ষণ প্ৰাৰ্থীসকললৈ মাহেকীয়া বৃত্তি আৰু বিনা-মূলীয়া নিবাসৰ ব্যৱস্থা কৰি দিয়া (৭) কৰ্কট আৰু যক্ষ্মাৰোগীসকললৈ চিকিৎসাৰ বাবে আৰ্থিক সাহায্য দিয়া (৮) বিনামূলীয়া চকু চিকিৎসা শিবিৰ পতা (৯) চাহ জনজাতিৰ কল্যাণকামী অনুষ্ঠান-প্ৰতিষ্ঠানলৈ আৰ্থিক অনু-দান দিয়া আৰু (১০) চিকিৎসা মহাবিদ্যালয়লৈ অহা চাহ জনজাতি ৰোগী-সকলৰ থকা মেলাৰ বাবে জিৰণি ঘৰ (Rest House) খোলা ইত্যাদি। ইতিমধ্যে পৰিষদে ডিব্ৰুগড় আৰু শিলচৰত দুটা জিৰণি ঘৰ নিৰ্মাণ কৰিছে।

১৯৪৮ চনত কেন্দ্ৰীয় চৰকাৰে প্ৰৱৰ্তন কৰা Minimum Wage Act" অনুসৰি অসম চৰকাৰে অসমৰ চাহ শ্ৰমিকৰ বাবে নিম্নতম মজুৰী নিৰূপণ কৰে যদিও চাহ শ্ৰমিকে তাৰ পৰা কোনো উপকাৰ পোৱা নাছিল। চাহ শ্ৰমিকৰ আৰ্থ-সামাজিক উন্নতিৰ কথা চিন্তা কৰি শ্ৰমিক-দৰদী শ্ৰম মন্ত্ৰী ৺অমিয় কুমাৰ দাসে চাহ শ্ৰমিকসকলক আইনৰ সুৰক্ষা দিব লাগে বুলি ভাৰত চৰকাৰৰ ওচৰত দাবী পেচ কৰে। তেওঁৰ আশাসুধীয়া চেষ্টাৰ বলত ১৯৫১ চনত বাগিচা শ্ৰমিক আইন প্ৰণয়ন কৰোৱা হয় যদিও প্ৰৱ-ৰ্তনৰ ক্ষেত্ৰত প্ৰৱল বাধাৰ সৃষ্টি হয়। ১৯৫২ চনত ভাৰত চৰকাৰে প্ৰৱৰ্তন কৰা 'ভৱিষ্য নিধি আঁচনি'ৰ পৰা চাহ শ্ৰমিকসকলক বাদ দি ৰখা হয়। ৺অমিয় কুমাৰ দাসৰ অশেষ চেষ্টাৰ বলত কেন্দ্ৰীয় চৰকাৰৰ অনুমতি সাপেক্ষে ১৯৫৫ চনৰ ১২ চেপ্তেম্বৰৰ পৰা 'অসম চাহ শ্ৰমিক ভৱিষ্যনিধি আঁচনি' আৰম্ভ কৰা হয়। ভাৰতৰ ভিতৰতে সৰ্বপ্ৰথম চাহ শ্ৰমিকৰ বাবে প্ৰৱৰ্তন হোৱা এই আঁচনি এচিয়াৰ অন্যতম বৃহৎ আঁচনি। আৰম্ভণিতে জমা হোৱা ভৱিষ্যনিধিৰ টকাৰ পৰিমাণ আছিল প্ৰায় ২·২৩ কোটি আৰু তাৰ ২৫ বছৰৰ পিছত ৰূপালী জয়ন্তী বছৰত হয়গৈ প্ৰায় ১১৪·৬০ কোটি টকা। ভৱিষ্যনিধি আঁচনিৰ লগতে জীৱন বীমা আঁচনি খোলা হয়। পেঞ্চন আঁচনি খোলা হয় ১৯৬৭ চনৰ পৰা। এই আঁচনি মতে ২৫ বছৰ বা ততোধিক ভৱিষ্যনিধিৰ সভ্য থাকি কামৰ পৰা অৱসৰ পালে ৭ বছৰলৈ, ১০ ৰ পৰা ২৫ বছৰলৈ সভ্য থাকি অৱসৰ পালে ৫ বছৰলৈ পেঞ্চন দিয়া হয়। ১০ বছৰতকৈ কম দিন সভ্য থাকি কামৰ পৰা অৱসৰ পালে বা কাম এৰি দিলে শ্ৰমিকজনৰ জমা ধনৰ ওপৰত বৰ্ধিত হাৰত বোনাছ দিয়া হয়।

১৯৭২ চনৰ পৰা পৰিয়াল পেঞ্চন আঁচনি প্ৰৱৰ্তন কৰা হয়। এই আঁচনি অনুযায়ী কমেও ২ বছৰ সভ্য থাকি কাম কৰি থকা কালত কোনো শ্ৰমিকৰ মৃত্যু হ'লে তাৰ পৰিয়াল বৰ্গক ১০০০·০০ টকাৰ এককালীন সাহায্য আৰু মাহে ৪০·০০ টকাকৈ 'পৰিয়াল পেঞ্চন' দিয়া হয়। ৫ বছৰ বা ততোধিক কাল সভ্য থাকি নিৰ্ধাৰিত ৫৮ বছৰ বয়সত অৱসৰ ল'লে এক নিৰ্ধাৰিত হাৰত পেঞ্চন দিয়া হয়। কোনো শ্ৰমিকে মাহে মাহে লোৱাৰ সলনি একেবাৰে এককালীন হিচাপে ল'ব বিচাৰিলেও সামান্য কম নিৰিখত এককালীন পেঞ্চন দিয়াৰ ব্যৱস্থা আছে। ATPPF ৰ সোনালী জয়ন্তীত ১৯৮০ চনত প্ৰকাশ কৰা স্মৃতিগ্ৰন্থখনিত পোৱা তথ্য অনুসাৰে সেই চনৰ চেপ্তেম্বৰ মাহৰ ১২ তাৰিখলৈ মুঠ P.F. সংগ্ৰহ হয় ১১৪·৫৯ কোটি টকা, আদায় দিয়া হয় ৪৫·৩৫ কোটি; পৰিয়াল পেঞ্চন দিয়া হয় ৪·৩৩ কোটি টকা। পৰিয়াল পেঞ্চন মাহে ৪৫·০০ টকাকৈ ১।৪।৮১ তাৰিখৰ পৰা দিয়াৰ ব্যৱস্থা ৰখা হয়।

১৯৫১ চনৰ আগলৈকে চাহ বাগিচা বা চাহ শ্ৰমিক সম্পৰ্কে যিবোৰ আইন কৰা হৈছিল সেইবোৰ বৰ বেছি কামত অহা নাছিল। ১৯২৩ চনৰ শ্ৰমিক ক্ষতি পূৰণ আইন, ১৯৩৬ চনৰ বেতন প্ৰদত্ত আইন, ১৯৪৬ চনৰ ঔদ্যোগিক নিয়োজন আইন, ১৯৪৭ চনৰ শিল্প বিবাদ আইন বা ১৯৪৮ চনৰ নিম্নতম মজুৰী আইন কোনোটোৱে পৰা শ্ৰমিকে বৰ উপকাৰ নাপালে। আন শ্ৰমিকৰ তুলনাত চাহ শ্ৰমিকৰ অৱস্থা আৰু ব্যৱস্থা কিছু বেলেগ। ফলত শ্ৰম অনুসন্ধান কমিটিৰ পৰামৰ্শ অনুযায়ী ভাৰত চৰকাৰে ১৯৫১ চনৰ ২ নৱেম্বৰৰ দিনা 'বাগিচা শ্ৰম আইন' (Plantation Labour Act 1951) খন পাছ কৰে। এই আইনৰ আধাৰত অসম চৰকাৰে 'অসম বাগিচা শ্ৰম বিধি' প্ৰস্তুত কৰি চাহ বাগিচাত বলবৎ কৰে। বহুলভাৱে এই আইন অসমৰ চাহ বাগিচাবোৰত প্ৰযোজ্য হৈ আছে। এই আইনখনেও চাহ শ্ৰমিকক খুব এটা সুৰক্ষা আৰু সুবিধা দিব পৰা নাই বুলি চাহ জনজাতি সমাজে অনুভৱ কৰে। সেয়ে চাহ জনজাতি সমাজৰ মাজত থকা সংগঠনবোৰে এই আইনখন সংশোধন কৰিব লাগে বুলি দাবী উত্থাপন কৰে। অসম চাহ জনজাতি ছাত্ৰ সন্থা, অসম চাহ জনজাতি যুৱ ছাত্ৰ পৰিষদ আৰু অসম চাহ জনজাতি যুৱক সন্থাই তাৰ বাবে আন্দোলন কৰিব লগা হয়। চাহ শ্ৰমিকে আপত্তি তোলা আইনখনত থকা কথাকেইটা হ'ল-

(১) আন শ্ৰমিকে সপ্তাহত ৪৮ ঘণ্টা কাম কৰিব লাগে কিন্তু চাহ শ্ৰমিকে সপ্তাহত ৫৪ ঘণ্টা কাম কৰিব লাগে।



(২) ২৫ একৰ বা ততোধিক মাটি থকা বাগিচাবোৰৰ বাবেহে এই আইনখন প্ৰযোজ্য। ২৫ একৰৰ তলৰ বাগিচাৰ শ্ৰমিকসকলে এই আইনৰ দ্বাৰা কোনো সা-সুবিধা নেপায়।

(৩) মাহে ৩০০·০০ টকালৈকে পোৱা শ্ৰমিক কৰ্মচাৰীসকলৰ বাবেহে আইনখন প্ৰযোজ্য। তিনিশ টকাতকৈ বেছি পোৱাসকলক এই আইনৰ দ্বাৰা কোনো সুবিধা দিয়া নহয়।

(৪) বাগিচাৰ মালিক পক্ষই আইনত থকা বহুবোৰ কল্যাণমূলক ব্যৱস্থা কাৰ্যত পৰিণত নকৰে। নকৰিলেও মালিক পক্ষক শাস্তি বিধান দিয়াৰ ব্যৱস্থা নাই।

বাগিচা শ্ৰম আইনখন চালিজাৰি চাই জাতীয় শ্ৰম আয়োগে ১৯৬৯ চনত কিছুমান পৰামৰ্শ আগবঢ়ায়। সংশোধনৰ বাবে আগবঢ়োৱা পৰামৰ্শ কেইটা হ'ল-

(১) কামৰ সময় সপ্তাহত ৪৮ ঘণ্টা কৰিব লাগে।
(২) সৰু বাগিচাবোৰকো এই আইনৰ অধীনলৈ আনিব লাগে।
(৩) হস্পিতালত ৰাখিব লগা ঔষধ আৰু যন্ত্ৰ-পাতিবোৰ ৰাজ্য চৰকাৰে নিৰ্দিষ্ট কৰি দিব লাগে।
(৪) চিকিৎসা ব্যৱস্থা উন্নত কৰিব লাগে।
(৫) পৰিয়াল পৰিকল্পনা ব্যৱস্থাত জোৰ দিব লাগে।
(৬) শিক্ষা-ব্যৱস্থা সুনিশ্চিত কৰিব লাগে।
(৭) ২০ টা শিশুৰ বাবে একোটা ওমলা ঘৰ দিব লাগে।

১৯৫১ চনৰ 'বাগিচা শ্ৰম আইন'ৰ অধীনত দিব পৰা সা-সুবিধাবোৰ কেৱল চাহ বাগিচাত কাম কৰি থকা চাহ শ্ৰমিকসকলৰ বাবেহে প্ৰযোজ্য। প্ৰাক্তন চাহ শ্ৰমিকসকলৰ বাবে এই আইন প্ৰযোজ্য নহয়। লগতে গড়ে ৩০ জন শ্ৰমিকে কাম কৰা ১০·১১৭ হেক্টৰ বা প্ৰায় ২৫ একৰ মাটিত থকা বাগিচাবোৰৰ বাবেহে এই আইন। ইয়াতকৈ সৰু বাগিচাবোৰত এই আইন নাখাটে। তাৰ শ্ৰমিকে ইয়াৰ দ্বাৰা একো সুবিধা নাপায়। চাহ বাগিচাত কাম কৰা অস্থায়ী শ্ৰমিকসকলকো এই আইনত সামৰা নাই। আলোচিত আইনখনত থকা আৰু শ্ৰমিকক দিব পৰা সুবিধাবোৰ মূলতে হ'লঃ (১) খোৱা পানী (২) পায়খানা আৰু প্ৰস্ৰাৱখানা (৩) হস্পিতাল আৰু ডিচ্‌পেন্সাৰী (৪) কেন্টিন (৫) ক্ৰেচ্‌ ঘৰ (৬) ক্লাব ঘৰ (৭) স্কুলঘৰ (৮) থকা ঘৰ (৯) ঠাণ্ডা আৰু বৰষুণৰ পৰা ৰক্ষা পাবৰ উপায় (১০) শ্ৰম কল্যাণ বিষয়া (১১) সাপ্তাহিক ছুটী (১২) সাপ্তাহিক কামৰ সময়

(১৩) কামৰ মাজত জিৰণি (১৪) বছেৰেকীয়া ছুটী (১৫) বেমাৰী দিনৰ হাজিৰা আৰু (১৬) ১২ বছৰৰ তলৰ ল'ৰা-ছোৱালীক কামত নিষেধ।

খোৱা পানী ঃ

কৰ্মথলীত আৱশ্যক অনুযায়ী খোৱা পানীৰ যোগান ধৰিব লাগে। পানীৱালা বা পানী টেংকীৰ দ্বাৰা পানী যোগান দিব লাগে।

পায়খানা আৰু প্ৰস্ৰাৱখানা ঃ

পুৰুষ আৰু মহিলাৰ বাবে সুকীয়া সুকীয়া পায়খানা আৰু প্ৰস্ৰাৱখানা থাকিব লাগে। পুৰুষৰবিলাকত পুৰুষৰ ছবি সহ 'পুৰুষৰ বাবে' আৰু মহিলাৰবিলাকত মহিলাৰ ছবি সহ 'মহিলাৰ বাবে' বুলি হিন্দী অথবা শ্ৰমিকে বুজি পোৱা ভাষাত একোখন চাইনব'ৰ্ড আঁৰি দিব লাগে। পায়খানাবোৰ জনস্বাস্থ্যৰ উপযোগীভাবে সজা হ'ব লাগে।

হস্পিতাল আৰু ডিচ্‌পেন্সাৰী ঃ

পাঁচশ বা ততোধিক শ্ৰমিক থকা বাগিচাত একোখন হস্পিতাল থাকিব লাগে। ৫০০ শ্ৰমিকতকৈ কম থকা বাগিচাই হস্পিতাল কৰিব নোৱাৰিলে একোখন ডিচ্‌পেন্সাৰী ৰাখিব লাগে। ডিচ্‌পেন্সাৰীবোৰত ৰোগীক অস্থায়ীভাবে ৰাখিবৰ কাৰণে কমেও দুখনকৈ বিচনা থাকিব লাগে। তাত এজন ফাৰ্মাচিষ্ট (কম্পাউণ্ডাৰ) আৰু এগৰাকী নাৰ্চ বা ধাই থাকিব লাগে। তাৰ পৰা চিকিৎসাৰ বাবে হস্পিতাললৈ নিব লগা ৰোগীৰ যাৱতীয় খৰচ পাতি বাগিচাই বহন কৰিব। মূল বাগিচাৰ পৰা ২ কিঃ মিঃতকৈ বেছি দূৰত থকা 'আউট গাৰ্ডেন' বা ডিভিজনবোৰত যদি দুশ বা ততোধিক শ্ৰমিক থাকে তাতো একোখন ডিচ্‌পেন্সাৰী থাকিব লাগে। ১৯৭৫ চনৰ ২০ আগষ্টত মুখ্য বাগিচা পৰিদৰ্শকে জাৰি কৰা নিৰ্দেশানুসৰি ডিচ্‌পেন্সাৰীবোৰত থাকিব লগা ব্যৱস্থাথিনি হ'ল-- (১) দুখন লোহাৰ খাট (২) খাটত পলিথিন লগোৱা কপাহৰ তুলী (৩) বিচনা চাদৰ (৪) গাৰু আৰু (৫) কম্বল। আনহাতেদি বাগিচাৰ 'হস্পিতাল'ত থাকিব লগা ব্যৱস্থাবোৰ হ'ল (১) পুৰুষ আৰু মহিলাৰ কাৰণে সুকীয়া সুকীয়া জেনেৰেল ৱাৰ্ড (২) প্ৰসৱ ঘৰ (৩) পৰিয়াল পৰিকল্পনা কেন্দ্ৰ (৪) যক্ষ্মা আৰু যৌন ব্যাধি চিকিৎসা কেন্দ্ৰ (৫) হস্পিতালত ভৰ্তি হ'ব নলগা ৰোগীৰ বাবে 'আউট ড'ৰ বিভাগ (৬) ৰোগী পৰীক্ষা কৰা কোঠা (৭) ঔষধ দিয়া



কোঠা আৰু (৮) পাকঘৰ, পায়খানা, প্ৰস্ৰাৱখানা। সংক্ৰামক ৰোগীৰ বাবে সুকীয়া কোঠা আৰু হস্পিতালৰ প্ৰতিটো কোঠাত পৰিষ্কাৰ পানী যোগানৰ বাবে টেপৰ ব্যৱস্থা থাকিব লাগে। হস্পিতালত ডাক্তৰ নাৰ্চ আৰু কম্পাউণ্ডাৰৰ সংখ্যা বাগিচাৰ শ্ৰমিকৰ সংখ্যাৰ ওপৰত নিৰ্ভৰ কৰিব। প্ৰতি ১৭৬০ জন শ্ৰমিকৰ বাবে এজন ডাক্তৰ, এজন কম্পাউণ্ডাৰ আৰু ৯ গৰাকী ধাই থকাৰ উপৰিও প্ৰতি ৩০০ জন শ্ৰমিকৰ বাবে এগৰাকী নাৰ্চ থাকিব লাগে। প্ৰতি ২১০০ জন শ্ৰমিকৰ কাৰণে এজন হেল্‌থ এচিষ্টেণ্ট থাকিব লাগে। পাঁচশ শ্ৰমিক থকা বাগিচাৰ হস্পিতালত এজন ডাক্তৰ, দুগৰাকী নাৰ্চ, এজন কম্পাউণ্ডাৰ, এগৰাকী ধাই আৰু এজন হেল্‌থ এচিষ্টেণ্ট থাকিব লাগে। অসম চৰকাৰৰ ১৯৭৫ চনৰ ৪ চেপ্তেম্বৰৰ নিৰ্দেশ মতে তাৰিখ উকলি যোৱা ঔষধ বাগিচাত ৰাখিব নোৱাৰে। বাগিচা হস্পিতালে চিকিৎসা কৰিবলৈ অপাৰগ হোৱা ৰোগীক চেণ্ট্ৰেল হস্পিতাললৈ পঠিয়াব লাগে। আঞ্চলিক ভিত্তিত বাগিচা সমূহৰ সুবিধাজনক কেন্দ্ৰস্থলত কোম্পানীয়ে স্থাপন কৰা চেণ্ট্ৰেল হস্পিতালত কমেও ১০০ খন বিচনা, উচ্চ শিক্ষিত ডাক্তৰ-নাৰ্চ, এক্স-ৰে, অপাৰেচন, দন্ত-চিকিৎসা, প্ৰসৱ কেন্দ্ৰ, লেবৰেটৰী, মৰণোত্তৰ পৰীক্ষা ঘৰ আৰু এখন এম্বুলেঞ্চ থাকিব লাগে। অসম চৰকাৰৰ ৪।৯।৭৫ তাৰিখৰ নিৰ্দেশানুসাৰে দুজন এম. এচ. বা এম. ডি. পাছ ডাক্তৰ, এগৰাকী লেডী ডাক্তৰ, এজন এম. বি. বি. এচ. পাছ ডাক্তৰ, এজন এনাথিষ্ট, দুজন ফাৰ্মাচিষ্ট, এজন লেবৰেটৰী টেক্‌নিচিয়ান, এজন এক্স-ৰে লোৱা লোক, ১৫ গৰাকী নাৰ্চ, ২ জন ৰান্ধনি, ৩ জন চুইপাৰ আৰু ১ জন মালী থাকিব লাগে। চেণ্ট্ৰেল হস্পিতাল নথকা ঠাইৰ বাগিচাই চিভিল হস্পিতাল বা অন্য কোনো ডাঙৰ হস্পিতাললৈ ৰোগীক কোম্পানীৰ খৰচত পঠিয়াব লাগে।

কেণ্টিন ঃ

ডেৰশ বা ততোধিক শ্ৰমিক থকা বাগিচাত এখন কেণ্টিন থাকিব লাগে। কেণ্টিনত লগা বাচন-বৰ্তন, চকী-টেবুল আদি কোম্পানীয়ে যোগান ধৰিব লাগে। মালিক আৰু শ্ৰমিকৰ দ্বাৰা গঠিত পৰিচালনা সমিতিয়ে কেণ্টিন চলাব আৰু সমিতিৰ বৈঠক মাহত অন্ততঃ এবাৰ বহিব আৰু আলোচনাবোৰ কাৰ্যবিৱৰণী বহীত লিখি থ'ব আৰু তাৰ প্ৰতিলিপি মুখ্য পৰিদৰ্শক বা স্থানীয় পৰিদৰ্শকলৈ পঠাব লাগে। কেণ্টিনত কাম কৰা কাৰিকৰ আৰু অন্যান্য মানুহবোৰৰ হাজিৰা কোম্পানীয়ে দিব লাগিব।

**ক্ৰেচ ঘৰ ঃ**

৫০ গৰাকী বা ততোধিক মহিলা শ্ৰমিক থকা বাগিচাত শিশু সকলৰ খেলা-ধূলাৰ বাবে ক্ৰেচ ঘৰ থাকিব লাগে। ক্ৰেচ ঘৰ দুই ধৰণৰ হ'ব লাগে, এটা হ'ল দুই বছৰৰ তলৰ শিশুৰ বাবে আৰু আন এটা হ'ল দুই বছৰৰ পৰা ৬ বছৰ বয়সৰ ল'ৰা-ছোৱালীৰ বাবে। আউট গাৰ্ডেন বা ডিভিজনবোৰতো ক্ৰেচ ঘৰ থাকিব লাগে। দুই বছৰৰ তলৰ শিশুৰ বাবে সজা ক্ৰেচঘৰবিলাক কমেও ১০ ফুট ওখ হ'ব লাগে, ভেটি পকা আৰু মাটিৰ পৰা অন্ততঃ ডেৰফুট ওখ হ'ব লাগে। বেৰবোৰৰ উচ্চতা ৪ ফুট হ'ব লাগে। ক্ৰেচ ঘৰত ল'ৰা-ছোৱালীবোৰ চাবলৈ এগৰাকী প্ৰশিক্ষণপ্ৰাপ্ত মহিলা থাকিব লাগে। ধোৱা-পখলাৰ কাৰণে তেল-চাবোন-টাৱেল আৰু খেলিবৰ কাৰণে খেলনা ঘোঁৰা, ঢেঁকী, দোলা, ঝুলনা আৰু খেলা ফিল্ড থাকিব লাগে। কোম্পানীয়ে ল'ৰা-ছোৱালীবোৰৰ বাবে আহাৰৰ যোগান ধৰিব লাগে।

**ক্লাব ঘৰ ঃ**

বাগিচাত একোটা ক্লাব ঘৰ থাকিব লাগে। তাত একোটা ৰেডিঅ' আৰু ইন্‌ড'ৰ খেলাৰ সামগ্ৰী ৰাখিব লাগে। মুকলি খেলা পথাৰ আৰু তাত খেলিবৰ বাবে ফুটবল, ভলীবল আদি ৰাখিব লাগে। ক্লাব ঘৰবোৰ শ্ৰমিক লাইনৰ কাষত পাতিব লাগে। ১৭৫ জন শ্ৰমিকৰ বাবে একোটা ক্লাব ঘৰ দিয়াৰ নিয়ম যদিও তাতকৈ কম শ্ৰমিক থকা বাগিচা আৰু আউট গাৰ্ডেনতো ক্লাব ঘৰ দিব লাগে।

**স্কুল ঃ**

৬ বছৰৰ পৰা ১২ বছৰ বয়সৰ ২৫ জনতকৈ বেছি ল'ৰা-ছোৱালী থকা বাগিচাত একোখন প্ৰাইমাৰী স্কুল দিব লাগে। প্ৰতি ৪০ জন ছাত্ৰ-ছাত্ৰীৰ কাৰণে এজন শিক্ষক বা শিক্ষয়িত্ৰী দিব লাগে। ১০০ জন ছাত্ৰ-ছাত্ৰী থকা স্কুলত ৩ জন শিক্ষক বা শিক্ষয়িত্ৰী দিব লাগে। স্কুলঘৰবোৰ চৰকাৰে বান্ধি দিয়া নক্সা অনুসাৰে হ'ব লাগে। মেপ, গ্লোব, ব্লেক বোৰ্ড, চক্‌ পেঞ্চিল আদি শিক্ষাৰ সঁজুলিবোৰ স্কুলত ৰাখিব লাগে। ছাত্ৰ-ছাত্ৰীৰ পৰা কোনো মাচুল ল'ব নোৱাৰে।



**থকা ঘৰ ঃ**

শ্ৰমিকৰ প্ৰতিটো পৰিয়ালৰ বাবে একোটা থকা ঘৰ (কোৱাৰ্টাৰ) বাগিচাই দিব লাগে। ঘৰবোৰ ওখ, শুকান আৰু বানপানীয়ে ঢুকি নোপোৱা ঠাইত হ'ব লাগে। পানী ওলাই যাবৰ কাৰণে নলা-নৰ্দমাৰ ব্যৱস্থা থাকিব লাগে। বাসস্থানলৈ অহা-যোৱাৰ বাবে ৰাস্তা থাকিব লাগে আৰু বাসস্থান অৰ্থাৎ লাইনত লাইটৰ ব্যৱস্থা থাকিব লাগে। বছৰি শতকৰা ৮ টা কোৱাৰ্টাৰ পকী কৰিব লাগে। কোৱাৰ্টাৰ পকী কৰাৰ ক্ষেত্ৰত চৰকাৰে এখন এড্‌ভাইচৰী বোৰ্ড গঠন কৰি দিব পাৰে। বোৰ্ডত চেয়াৰমেনকে ধৰি ৩ জন চৰকাৰী প্ৰতিনিধি, ২ জন কোম্পানী প্ৰতিনিধি আৰু ২ জন শ্ৰমিক প্ৰতিনিধি থাকিব লাগে। ১৯৬৮ চনৰ মে' মাহত চৰকাৰে জাৰি কৰা জাননী অনুযায়ী কোৱাৰ্টাৰবোৰ দুই ধৰণৰ হ'ব পাৰে। এটা হ'ল চিংগোল কোৱাৰ্টাৰ আৰু আনটো হ'ল ডবল কোৱাৰ্টাৰ। এটা পৰিয়ালৰ বাবে সজা চিংগেল কোৱাৰ্টাৰত দুটা কোঠা থাকিব লাগে। কোঠা দুটা ১৫´×১১´ আৰু ১১´×১০´ৰ হ'ব লাগে। ঘৰৰ আগফালে ৫´ ফুট আৰু পিছফালে ৩´ ফুট বহলৰ বাৰাণ্ডা থাকিব লাগে। লগতে ৮´×৮´ৰ এটা পাক্‌ঘৰ থাকিব লাগে। তিনি হেজাৰ বৰ্গফুট অৰ্থাৎ প্ৰায় ১ কঠা ১ লোচা পৰিমাণৰ বাৰী এখনো হ'ব লাগে। দ্বৈত পৰিয়ালৰ বাবে সজা ডবল কোৱাৰ্টাৰৰ প্ৰতিটো ভাগত তিনিটা কোঠা থাকিব লাগে। কোঠাবোৰ ১৪´×১০´; ১২´×১০´ আৰু ১০´×৮´ৰ হ'ব লাগে। আগফালে ৬´ আৰু পিছফালে ৩´ ফুট বহলৰ বাৰাণ্ডা থাকিব লাগে। পাক্‌ঘৰটো ৮´×৭´ৰ হ'ব লাগে। পাঁচ হেজাৰ বৰ্গফুট অৰ্থাৎ প্ৰায় ১ কঠা ১৫ লোচা মাটিৰ বাৰী থাকিব লাগে। এটা কোৱাৰ্টাৰৰ পৰা আনটো কোৱাৰ্টাৰৰ দূৰত্ব কমেও ৩০´ হ'ব লাগে। ঘৰৰ ভেটি কমেও এক ফুট আৰু বেৰবোৰ মজিয়াৰ পৰা ৯´ ফুট ওখ হ'ব লাগে। পাক্‌ঘৰৰ বেৰ ৭´ ফুট ওখ হ'ব লাগে। ঘৰত চিলিং থাকিব লাগে। চালবোৰ টিন-এচবেচটচ বা খাপৰাৰ হ'ব লাগে। ৫´´ ইঞ্চি ডাঠ ইটাৰ বেৰ হ'ব লাগে। ঘৰৰ মজিয়া কেঁচা আৰু বাৰাণ্ডা পকা হ'ব লাগে। খোৱা পানীৰ কাৰণে পকী কুঁৱা বা টিউবৱেল থাকিব লাগে। পাইপৰ দ্বাৰা পানী যোগান দিয়াৰ ব্যৱস্থা থাকিলে প্ৰতি ৪।৫ টা পৰিয়ালৰ মাজত এটা টেপ দিব লাগে। ঘৰবোৰ বছৰি এবাৰ চূণ-তেল আৰু তিনি বছৰত এবাৰ মেৰামতি কৰিব লাগে। ঘৰ দিয়াটো কোম্পানীৰ দায়িত্ব আৰু চাফ্‌-চিকুণ কৰি ৰখাটো শ্ৰমিকৰ দায়িত্ব। শ্ৰমিকৰ মৃত্যু হ'লে, নাম কটালে, বদলি হ'লে বা কামৰ পৰা বৰ্খাস্ত হ'লে দুমাহলৈকে কোৱাৰ্টাৰটোত থাকিব পাৰে। পৰিয়ালৰ

অন্য কোনো লোকে কাম কৰি থাকিলে কোৱাৰ্টাৰ এৰিব লগা নহয়। বৰ্খাস্ত হোৱাৰ পাছত কেচ চলিলে কেচ শেষ নোহোৱা পৰ্যন্ত কোৱাৰ্টাৰত থাকিব পাৰে। কিবা কাৰণত কোৱাৰ্টাৰ খালী নকৰি দখল কৰি থাকিলে চৰকাৰে বান্ধি দিয়া হাৰত কোম্পানীক ঘৰ ভাৰা আদায় দি থাকিব পাৰে।

বৰষুণ আৰু ঠাণ্ডাৰ পৰা ৰক্ষা ঃ

বৰষুণ আৰু ঠাণ্ডাৰ পৰা ৰক্ষা পাবৰ কাৰণে কোম্পানীয়ে শ্ৰমিকক বিনামূলীয়াকৈ যোগান ধৰিব লগা বস্তুবোৰ হ'ল-- দুবছৰৰ মূৰে মূৰে এটা ছাতি, কমেও ৩০ টকীয়া দামৰ এটা কম্বল বা এটা হাত দীঘল গৰম চোলা, আৰু বছৰি এযোৰ চেণ্ডেল ও এটা পানী কোট দিব লাগে। এইবোৰ দিবৰ বাবে মুখ্য বাগিচা পৰিদৰ্শকেও ১৯৭৫ চনৰ ২০ আগষ্টত এক নিৰ্দেশ জাৰি কৰি থৈছে।

সাপ্তাহিক ছুটী / কামৰ সময় ঃ

১৮ বছৰৰ ওপৰৰ শ্ৰমিকক সপ্তাহত ৫৪ ঘণ্টা আৰু ১৮ বছৰৰ তলৰ চোক্ৰা-চোক্ৰী শ্ৰমিকক সপ্তাহত ৪৮ ঘণ্টাতকৈ বেছি কাম কৰাব নোৱাৰে। সপ্তাহত এদিন সকলোকে ছুটী দিব লাগিব। ছুটীৰ দিনত কাম কৰিলে দুগুণ হাজিৰা দিব লাগে। কামৰ মাজত দিনত আধা ঘণ্টা জিৰণি ছুটী থাকিব লাগিব।

বছেৰেকীয়া ছুটী / বেমাৰী ছুটী ঃ

১৮ বছৰৰ ওপৰ শ্ৰমিকে প্ৰতি ২০ দিনত এদিন আৰু তাৰ তলৰ শ্ৰমিকে প্ৰতি ১৫ দিনত ১ দিন বছেৰেকীয়া ছুটী পাব। ছুটীত পুৰা হাজিৰা পাব। ছুটীৰ মাজত বন্ধ দিন পৰিলে তাক ছুটীৰ হিচাপত ধৰা হ'ব। আগৰ বছৰৰ ছুটী পিছৰ বছৰলৈকো জমাৰ হিচাপত থাকিব। এনেদৰে জমা ছুটী ৩০ দিনৰ বেছি হ'ব নোৱাৰিব। ৩০ দিনৰ ওপৰৰখিনি জমাৰ হিচাপত ধৰা নহয়। কামৰ পৰা বৰ্খাস্ত হ'লে জমা থকা ছুটীৰ পুৰা হাজিৰা পাব। ছুটীৰ সময়তো ৰেচন পাতি পাই থাকিব। বছৰত বেমাৰী ছুটী ১৪ দিন পায়। বেমাৰী হাজিৰা তিনিভাগৰ দুভাগ পাব। কিন্তু বেমাৰত পৰাৰ প্ৰথম দুদিনৰ হাজিৰা নেপায়। আগৰ বছৰৰ বেমাৰী ছুটী পিছৰ বছৰলৈকো জমা থাকে। এনেদৰে জমা ছুটী



৩০ দিনৰ বেছি হ'ব নোৱাৰে। ৩০ দিনৰ ওপৰৰখিনি মৰা যায়। বছেৰেকীয়া ছুটী আৰু বেমাৰী ছুটী একে সময়তে লগ লগায়ো ল'ব পাৰে।

১২ বছৰৰ তলৰ শ্ৰমিক ঃ

১২ বছৰৰ তলৰ কোনো ল'ৰা-ছোৱালীক বাগিচাৰ কামত লগাব নোৱাৰে।

চাহ বাগিচাৰ মাজৰ পৰা ওলাই আহি গাঁও-ভূঁই আদিত বসতি স্থাপন কৰি জীৱিকা নিৰ্বাহ কৰি থকা প্ৰাক্তন চাহ শ্ৰমিক সমাজখনৰ উন্নতিৰ কথা চিন্তা কৰি ১৯৮২ চনৰ নৱেম্বৰ মাহত অসম চৰকাৰে চাহ জনজাতি সঞ্চালকালয় স্থাপন কৰে। এই সঞ্চালকালয়ৰ দ্বাৰা চাহ জনজাতিৰ কলা-কৃষ্টিৰ বিকাশ, আত্মসংস্থাপন আৰু স্কুল কলেজৰ ছাত্ৰ-ছাত্ৰীসকলক শিক্ষাৰ ক্ষেত্ৰত আৰ্থিক সাহায্য আগবঢ়ায়। সাহায্যমূলক কাম-কাজবোৰ খৰতকীয়া কৰাৰ উদ্দেশ্যৰে প্ৰতিটো মহকুমা কল্যাণ বিষয়াৰ কাৰ্যালয়ত সঞ্চালকালয়ৰ তৰফৰ পৰা কাৰ্যনিৰ্বাহ কৰিবলৈ একোজন কৰ্মচাৰী মকৰল কৰা হয়।

বৰ্তমান চাহ বাগিচা আৰু চাহ জনজাতিক কেন্দ্ৰ কৰি গঢ় লোৱা আৰু বৰ্তি থকা সংগঠন বহুতো আছে। তাৰে কিছুমান পোহৰলৈ বৰ বেছি আহিব পৰা নাই বাবে সেইবোৰ সংগঠনৰ বিষয়ে আমি বৰ বেছি জনাৰ সুবিধা পোৱা নাই। যিবোৰ সংগঠন পোহৰলৈ আহিবলৈ সক্ষম হৈছে সেইবোৰ সংগঠনৰ বিষয়ে ৰাইজে জনাৰ সুবিধা পাইছে। আমাৰ জনাৰ ভিতৰত থকা সংগঠন কেইটা হ'ল-- (১) অসম চাহ জনজাতি ছাত্ৰ সন্থা (২) অসম চাহ ও প্ৰাক্তন চাহ জনজাতি যুৱক সন্থা (৩) অসম চাহ জনজাতি যুৱ ছাত্ৰ পৰিষদ (৪) অসম চাহ জনজাতি সাহিত্য-সংস্কৃতি পৰিষদ (৫) উত্তৰ অসম চাহ জনজাতি কলা-কৃষ্টি বিকাশ কেন্দ্ৰ (৬) অসম আদিবাসী পৰিষদ (৭) শ্ৰম পৰিষদ ইত্যাদি। অসম চাহ মজদুৰ সংঘ আদিৰ কথা আগতেই উল্লেখ কৰা হৈছে।

ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰাৰ বছৰতে ১৯৪৭ চনৰ কোনো এক শুভ মুহূৰ্তত অসম চাহ জনজাতি ছাত্ৰ সন্থাৰ জন্ম হয়। সেই সময়ত ইয়াৰ নাম আছিল 'অসম ছোটনাগপুৰী ছাত্ৰ সন্মিলন'। ছোটনাগপুৰৰ পৰা অহা চাহ শ্ৰমিকসকলৰ সতি-সন্ততি ছাত্ৰ-ছাত্ৰীৰ মাজতেই এই 'সন্মিলন' খন সীমাবদ্ধ আছিল অথবা তেওঁলোকৰ একমাত্ৰ প্ৰচেষ্টাৰ জোৰতেই

গঠিত হৈছিল বাবেই বোধহয় 'ছোটনাগপুৰী' নামটো হৈছিল বুলি ক'ব পাৰি। ইয়াৰ প্ৰথম সভাপতি আৰু সাধাৰণ সম্পাদক আছিল ক্ৰমে শ্ৰীচাইমন সিং হৰ আৰু শ্ৰীসন্তোষ কুমাৰ তপ্ন। অসম চাহ শ্ৰমিক কল্যাণ পৰিষদৰ আয়ুক্ত শ্ৰীগেৰচন তিৰুও এসময়ত ইয়াৰ সাধাৰণ সম্পাদক আছিল। ১৯৫৮ চনত আগৰ নাম সলনি কৰি 'অসম চাহ মজদুৰ সম্প্ৰদায় ছাত্ৰ সন্থা' ৰখা হয় আৰু তাৰ প্ৰথম সভাপতি আৰু সাধাৰণ সম্পাদক হয় ক্ৰমে শ্ৰীবিমল নাগ আৰু শ্ৰীধৰম দাস হেৰেঞ্জ। ১৯৭০ চনত আকৌ নাম সলনি কৰি ৰখা হয় 'অসম চাহ মজদুৰ জনজাতি ছাত্ৰ সন্থা' আৰু তাৰ প্ৰথম সভাপতি আৰু সাধাৰণ সম্পাদক হয় ক্ৰমে শ্ৰীজিতেন চুণ্ডী আৰু শ্ৰীপৱন সিং ঘাটোৱাৰ। শেহতীয়া ভাবে ১৯৮৪ চনত বিন্দুকুৰী অধিবেশনত সন্থাৰ নাম ৰখা হয় 'অসম চাহ জনজাতি ছাত্ৰ সন্থা' আৰু তাৰ প্ৰথম সভাপতি আৰু সাধাৰণ সম্পাদক হয় ক্ৰমে শ্ৰীবাকী প্ৰসাদ তেলেঙা আৰু শ্ৰীনৰেন তাঁতী। অসম তথা চাহ জনজাতি সমাজৰ হকে চাহ জনজাতি ছাত্ৰ সন্থাই বিভিন্ন সময়ত মাত মাতিছে, দাবী উথ্থাপন কৰিছে আৰু প্ৰয়োজনবোধে আন্দোলন, ধৰ্মঘট, অসম বন্ধ, পথ বন্ধ আদি কাৰ্যসূচী ৰূপায়িত কৰিছে।

সমস্যাবহুল চাহ শ্ৰমিকৰ সমস্যাৰাজি দাঙি ধৰি চাহ জনজাতি ছাত্ৰ সন্থাই বিভিন্ন সময়ত চৰকাৰৰ ওচৰত সেই সমস্যাবোৰ দূৰ কৰিবৰ বাবে দাবী জনাই আহিছে। দাবীবোৰ পূৰণ নোহোৱাত কুৰিদফীয়া দাবী সামগ্ৰীক-ভাবে উথ্থাপন কৰি আন্দোলন কৰাৰ পথ বাছি লয়। দাবী সমূহ হ'ল ঃ

(১) অসমত থকা সকলো চাহ জনগোষ্ঠী লোকক অনুসূচীত জাতি, জন-জাতি হিচাপে স্বীকৃতি দিব লাগে।

(২) প্ৰচলিত 'Tea Plantation Labour Act' খন সংশোধন কৰি মালিক পক্ষক সম্পূৰ্ণৰূপে প্ৰয়োগ কৰাবলৈ বাধ্য কৰাব লাগে।

(৩) অসমৰ প্ৰতি মহকুমাতে চাহ জনজাতি ছাত্ৰ-ছাত্ৰীয়ে বিনামূলীয়াকৈ থাকিব পৰা একোটাকৈ স্থায়ী ছাত্ৰাবাস নিৰ্মাণ কৰিব লাগে।

(৪) চাহ বাগিচাৰ সকলো স্কুল চৰকাৰৰ অধীনলৈ আনিব লাগে।

(৫) অনাতাঁৰ কেন্দ্ৰৰ পৰা প্ৰচাৰিত চাহ জনজাতিৰ অনুষ্ঠান প্ৰতি দিনে প্ৰচাৰ কৰিব লাগে।



(৬) চাহ বাগিচাসমূহত জনসংখ্যা অনুপাতে 'কল্যাণ বিষয়া' নিয়োগ কৰিব লাগে আৰু এই ক্ষেত্ৰত অৰ্হতাসম্পন্ন চাহ জনজাতি যুৱকক প্ৰথম সুবিধা দিব লাগে।

(৭) চাহ বাগিচাৰ সকলোবোৰ কৰ্মচাৰীৰ পদ চাহ জনজাতিৰ উপযুক্ত যুৱক-যুৱতীক দিব লাগে।

(৮) চাহ বাগিচা অঞ্চলসমূহত অৱস্থিত স্কুলবোৰত চাহ জনজাতিৰ শিক্ষিত যুৱক-যুৱতীক শিক্ষকৰ পদত মকৰল কৰিব লাগে।

(৯) চাহ বাগিচাৰ শ্ৰমিকক দিয়া ৰেচন উন্নত আৰু বিনামূলীয়া হ'ব লাগে।

(১০) প্ৰতিখন চাহ বাগিচা তথা চাহ জনজাতি অধ্যুষিত অঞ্চলত প্ৰাক-প্ৰাথমিক বিদ্যালয় খুলিব লাগে।

(১১) চাহ জনজাতিৰ স্থায়ী বাসিন্দাৰ প্ৰমাণ পত্ৰৰ প্ৰয়োজনীয়তা নাকচ কৰিব লাগে।

(১২) চাহ জনজাতিৰ শিক্ষিত মহিলাসকলক বিভিন্ন অনুষ্ঠানত অগ্ৰাধিকাৰৰ ভেটিত প্ৰশিক্ষণ দিব লাগে।

(১৩) এটি সাংস্কৃতিক কেন্দ্ৰ স্থাপন কৰি ইয়াৰ জৰিয়তে চাহ জনজাতিৰ ভাষা, সংস্কৃতি, কলাৰ বৈজ্ঞানিক বিশ্লেষণ তথা সংৰক্ষণ কৰিব লাগে।

(১৪) চাহ ও প্ৰাক্তন চাহ শ্ৰমিক সঞ্চালকালয়ৰ সঞ্চালক, শ্ৰম আয়ুক্ত, চাহ জনজাতি শিক্ষা কোষৰ অধিকৰ্তা, চাহ শ্ৰমিক কল্যাণ পৰিষদৰ আয়ুক্ত, এ, টি, পি, পি, এফৰ আয়ুক্তজন চাহ জনজাতিৰ মাজৰ পৰা নিযুক্তি দিব লাগে।

(১৫) বাগিচা অঞ্চলসমূহলৈ খোৱা পানীৰ যোগানৰ ব্যৱস্থা কৰিব লাগে।

(১৬) বাগিচা প্ৰধান অঞ্চলসমূহলৈ বিদ্যুৎ সম্প্ৰসাৰণ কৰিব লাগে।

(১৭) বাগিচাৰ চিলিং একটত যোৱা ভূমি কেৱল চাহ জনজাতিসকলৰ মাজত বিতৰণ কৰিব লাগে।

(১৮) চাহ জনজাতিৰ জনসংখ্যাৰ প্ৰকৃত তথ্য নিৰূপণ কৰিবৰ বাবে চৰকাৰৰ ফালৰ পৰা বিধিসন্মত ভাবে লোকপিয়ল কৰাৰ ব্যৱস্থা কৰিব লাগে।

(১৯) প্ৰাপ্ত বয়স্ক নিৰক্ষৰ তথা অশিক্ষিত চাহ শ্ৰমিকসকলক শিক্ষাৰ মূল্য আৰু গুৰুত্ব উপলব্ধি কৰাৰ বাবে প্ৰাপ্তবয়স্ক শিক্ষা বাধ্যতা-মূলকভাবে বাগিচা প্ৰধান অঞ্চলত প্ৰযোজ্য কৰিব লাগে আৰু লগতে শিক্ষাৰ কাৰ্যকাৰিতা তথা উন্নতিৰ বাবে চাহ জনজাতিৰ লোকক প্ৰাপ্ত বয়স্ক শিক্ষাৰ দায়িত্বশীল পদত মকৰল কৰাৰ ব্যৱস্থা কৰিব লাগে।

(২০) অসম, নাগালেণ্ড, অৰুণাচল আদি সীমান্তৱৰ্তী অঞ্চলত বসবাস কৰা বাগিচা অঞ্চলৰ জনসাধাৰণৰ মনৰ শংকাভাব দূৰীকৰণৰ অৰ্থে যথোপযুক্ত ব্যৱস্থা কৰিব লাগে।

এই কুৰিদফীয়া দাবী চনদখন অসমৰ মুখ্যমন্ত্ৰীৰ হাতত ১৯৮৭ চনৰ এপ্ৰিল মাহত প্ৰদান কৰি সমাধানৰ অৰ্থে দাবী জনোৱা হয়। এই সন্দৰ্ভত মুখ্যমন্ত্ৰীৰ লগত ছাত্ৰ সন্থাৰ কেইবালানিও আলোচনা হয়। সমা-ধানৰ পথ নিৰ্ণয় নোহোৱাত ৫ অক্টোবৰ ’৮৭ত ছাত্ৰ সন্থাই জনতা ভৱনৰ সন্মুখত বিধান সভা চলি থকা সময়ত পুৱা ৯ বজাৰ পৰা ৪ বজালৈ ধৰ্ণা দিয়ে। ৬ অক্টোবৰত শ্ৰম আয়ুক্তৰ কাৰ্যালয়ৰ সন্মুখত অৱস্থান ধৰ্মঘট পালয় কৰে। এই ধৰ্মঘট ভাৰতীয় চাহ পৰিষদ, ভাৰতীয় চাহ সন্থা, আৰু অসম চাহ নিগমৰ কাৰ্যালয়ৰ সন্মুখতো পালন কৰা হয়। ইফালে অসম চাহ জনজাতি যুৱ ছাত্ৰ পৰিষদেও চাহ জনজাতিসকলক অনুসূচিত জাতি, জনজাতি তালিকাৰ অন্তৰ্ভুক্ত কৰাৰ দাবীত ১০ অক্টোবৰ ’৮৭ তাৰিখত দিল্লীৰ ব’ট ক্লাবত ধৰ্ণা দি কেন্দ্ৰীয় চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰে। তাৰ আগতে পৰিষদে তেওঁলোকৰ ৪০ দফীয়া দাবীৰ সন্দৰ্ভত ’৮৭ৰ ২০ আগষ্টত প্ৰথম পৰ্যায়ৰ আন্দোলনৰ সামৰণি মাৰি ২০ চেপ্তে-ম্বৰত প্ৰতিবাদ দিৱস, ৫ অক্টোবৰত দিশপুৰত প্ৰতীক ধৰ্মঘট আৰু ৭ অক্টোবৰত দিল্লী চলো অভিযানৰ সামৰণি মাৰে। ৫ ডিচেম্বৰত (৮৭) চাহ জনজাতি সম্প্ৰদায়ৰ প্ৰতিনিধিত্বমূলক সভাই স্বাধীনতাৰ পূৰ্বে ভাৰতৰ বিভিন্ন প্ৰান্তৰৰ পৰা অহা এই লোকসকলক অনুসূচিত জনজাতি ৰূপে স্বীকৃতি দিবলৈ দাবী জনায়। অসমৰ শ্ৰম আৰু নিয়োগ মন্ত্ৰীৰ পৌৰোহিত্যত দিশপুৰ জনতা ভৱনত অনুষ্ঠিত এই সভাত অসম চাহ মজদুৰ সংঘ, অসম চাহ জনজাতি ছাত্ৰ সন্থা, অসম চাহ জনজাতি যুৱক সন্থা, অসম চাহ জনজাতি যুৱ ছাত্ৰ পৰিষদ, অসম চাহ জনজাতি সাহিত্য-সংস্কৃতি পৰিষদ, উত্তৰ অসম চাহ জাতি কলা-কৃষ্টি বিকাশ কেন্দ্ৰ, অসম আদি বাসী পৰিষদ আৰু শ্ৰম পৰিষদে অংশ গ্ৰহণ



কৰে। অসমৰ মুখ্যমন্ত্ৰী শ্ৰীপ্ৰফুল্ল কুমাৰ মহন্তই ২০ ডিচেম্বৰ ’৮৭ত নাজিৰাৰ এখন ৰাজহুৱা সভাত চাহ জনজাতি সম্প্ৰদায়ক সদায়ে অসমীয়া সমাজৰ অংশ হিচাপে গণ্য কৰা হৈছে আৰু ভৱিষ্যতেও তেনেদৰে তেওঁ-লোক পৰিগণিত হৈ থাকিব বুলি ঘোষণা কৰাৰ আগদিনাখন কুৰি দফীয়া দাবী সম্পৰ্কত দিশপুৰ জনতা ভৱনত অসম চাহ জনজাতি ছাত্ৰ সন্থা (আটছা) আৰু সদৌ অসম ছাত্ৰ সন্থা (আছু)ৰ লগত আলোচনাত বহে। আলোচনাত চাহ জনজাতিসকলক অনুসূচিত জনজাতিৰ তালিকাত অন্তৰ্ভুক্ত কৰাৰ ক্ষেত্ৰত এক কেবিনেট কমিটি গঠন কৰা হৈছে বুলি জানিবলৈ দিয়ে। অসম বিধান সভাৰ মজিয়াত ’৮৭ৰ ১৩ অক্টোবৰ তাৰিখে ৰাজহ মন্ত্ৰীয়ে প্ৰকাশ কৰে যে ৰাজ্যখনৰ চাহ জনজাতিৰ দাবীবোৰ চোৱা-চিতা কৰিবলৈ আৰু তেওঁলোকক অনুসূচিত জনজাতিৰ তালিকাভুক্ত কৰাৰ সন্দৰ্ভত ইতিমধ্যে গঠন কৰি দিয়া কেবিনেট কমিটিয়ে কেন্দ্ৰীয় চৰকাৰৰ নীতি নিৰ্দেশিকা অনুসৰি ভৌগোলিক অৱস্থান, প্ৰচলিত বৈশিষ্ট আৰু মূল স্থিতিৰ প্ৰসংগত অনুসন্ধান চলাব। লগতে ‘জনজাতীয়’ এটা অস্থায়ী কথা আৰু আজিৰ সাধাৰণ জাতিৰ মানুহ কিছুমানো এদিন জনজাতি আছিল বুলি মন্তব্য কৰে। আন ৰাজ্যত চাহ জনজাতিয়ে অনুসূচীত জাতি, জনজাতিৰ মৰ্য্যদা লাভ কৰিছে কিন্তু অসম ভূমিত তেওঁলোকে বঞ্চিত হৈ থাকিব লগা হৈছে বুলি সদনত আলোচিত হয়। ১৯৮৮ চনৰ ৭ জুন তাৰিখে কুৰি দফীয়া দাবীত আটছাই দিয়া ২৪ ঘন্টীয়া চাহ বাগিচা আৰু চাহ জনজাতি অধ্যু-ষিত এলেকা বন্ধ সমগ্ৰ অসমতে সম্পূৰ্ণ ভাবে সফল হয়। ৰাষ্ট্ৰীয় পথেদি যান-বাহন বন্ধ হৈ উজনি-নামনি অসমৰ চলাচল একেবাৰে ব্যাহত হৈ পৰে। ছবছৰীয়া বিদেশী খেদা আন্দোলনৰ কালছোৱাত বহুত ‘অসম বন্ধ’ হ’ল কিন্তু অসমৰ চাহ বাগিচা বন্ধ হোৱা নাছিল। কেইখনমান বাগিচাহে এদিননে দুদিন বন্ধ হৈছিল আটছাই সমৰ্থন দিয়াতহে। এইবাৰ কিন্তু বন্ধৰ দিনা মৰিয়ণিত আটছাৰ কৰ্মী কঢ়িয়াই নিয়া গাড়ী এখন বাগৰি পৰাত তিনিজন নিহত আৰু ৪২ জন আহত হয়। এই আন্দোলনত আছু, আৰ্মকা, অসম যুৱ ছাত্ৰ পৰিষদ আদি সংগঠনবোৰেও সমৰ্থন দিয়ে।

১৯৮৯ চনৰ ২১ জানুৱাৰীত অসমৰ গৃহমন্ত্ৰী আৰু আটছাৰ মাজত জনতা ভৱনত হোৱা আলোচনাত কোনো এক সিদ্ধান্তত উপনীত হ’ব নোৱাৰাত আটছাই পুনৰ ২৪ জানুৱাৰীৰ দিনা ১২ ঘন্টীয়া অসম বন্ধৰ আহ্-বান দিয়ে। আটছাৰ কুৰি দফীয়া আন্দোলনে চাহ জনজাতি সমাজখনক আত্মসচেতন কৰি তোলে আৰু আনফালে এক অস্থিৰ পৰিবেশৰ সৃষ্টি কৰে।

সেয়ে বিধান সভাৰ মজিয়াত দীৰ্ঘদিন চলি থকা আটছাৰ আন্দোলন সম্পৰ্কত '৮৯ ৰ ৫ এপ্ৰিলত শাসক দলৰ জনৈক বিধায়কে মুখ্য মন্ত্ৰীৰ দৃষ্টি আকৰ্ষণ কৰি ইয়াক মূলতঃ আৰ্থ-সামাজিক আন্দোলন বুলি অভিহিত কৰে। যিকি নহওক, চাহ জনজাতিৰ আৰ্থ-সামাজিক শিক্ষা আৰু ভৱিষ্যত সন্দৰ্ভত গভীৰ দৃষ্টি দিয়াৰ সময় বহু পলম হৈছে (!) যাৰ বাবে অসমৰ ৰাজনীতি নিশাৰ ভিতৰতে সলনি কৰিব পৰা বৃহৎ শক্তিৰ বৃহৎ জনগোষ্ঠী চাহ জনজাতি সমাজখন তুলনামূলকভাৱে বহু পিছ পৰি আছে। অসমেই আজি তেওঁলোকৰ জনমভূমি কৰমভূমি আৰু মৰণভূমি। এই কথা তেওঁলোকে ভালদৰে বুজি উঠিছে আৰু সেই অনুপাতে অসম মাতৃক বুকুৰ মাজত সাৱতি ল'ব পাৰিছে বুলি ক'ব পাৰি। অসমৰ স্বাৰ্থৰ হকে যথা সময়ত মাত মাতি আহিছে। ভাষা আন্দোলন, তেল শোধনাগাৰ আন্দোলন আৰু বিদেশী বহিষ্কৰণ আন্দোলন আদি সকলোতে মাত মাতি ৰাইজৰ লগত সমানে সহায় সহযোগ আগবঢ়াইছে। বিদেশী বহিষ্কৰণ আন্দোলনত আটছাই আছুৰ অংশীদাৰ হিচাপে সক্ৰিয় অংশ গ্ৰহণ কৰিছে। আন্দোলনত অংশ গ্ৰহণ কৰি কৌপাতি বল্লভ ভাই পেটেল হাইস্কুলৰ নৱম শ্ৰেণীৰ ছাত্ৰ শ্ৰীবাধনা ওৰাং আৰু চতিয়াৰ শ্ৰীমঙ্গল চৰণ ৰোহিদাস শ্বহীদ হয়। এই আন্দোলনত সক্ৰিয়ভাৱে সহায় সহযোগ আগবঢ়াই 'আসাম মৰলে হামৰাও মৰব' বুলি উচ্চ স্বৰে ধ্বনি তোলা চাহ জনজাতিসকলে অসমৰ সদায় হিত চিন্তা কৰি অহা দেখা গৈছে। পিছে দেশ স্বাধীন হোৱা দুকুৰি বছৰ উকলি যোৱাৰ পিছতো চাহ জনজাতিসকল আন জন গোষ্ঠীৰ তুলনাত শিক্ষা-দীক্ষা, অৰ্থনৈতিক দিশত পিছপৰা অৱস্থাতে আছে। আজিও এই জনগোষ্ঠী অৱহেলিত আৰু বঞ্চিত। চাহ জনজাতিৰ এই দুৰাৱস্থাৰ ওপৰত গভীৰ উদ্বেগ প্ৰকাশ কৰি এনে অৱস্থাৰ আশু দূৰীকৰণ বিচাৰি অসমৰ পাঁচ গৰাকী চাহ জনজাতি বিধায়কে ১৯৮৮ চনৰ ২৩ নবেম্বৰত অসমৰ মুখ্যমন্ত্ৰীৰ হাতত এখন স্মাৰক পত্ৰ প্ৰদান কৰে। স্মাৰক পত্ৰত তোলা দাবীবোৰ আছিল চাহ জন গোষ্ঠীৰ লোকসকলক আন ৰাজ্যৰ দৰে অসমতো অনুসূচীত জাতি, জনজাতিৰ তালিকাত অন্তৰ্ভুক্ত কৰা, চাকৰিৰ ক্ষেত্ৰত আসন সংৰক্ষণ, অৰ্থনৈতিক লোকপিয়লৰ আধাৰত চাহ জনগোষ্ঠীৰ লোকপিয়ল, চাহ বাগিচাৰ শ্ৰমিকক বিনামূলীয়া ৰেচন দিয়া, চাহ বাগিচাৰ স্কুল চৰকাৰীকৰণ কৰা আৰু চাহ বাগিচাৰ চিলিঙত যোৱা মাটি চাহ জনজাতিৰ মাজত বিতৰণ কৰিব লাগে আদিয়েই প্ৰধান। চাহ জনজাতিৰ লোকসকলক অনুসূচীত জনজাতিৰ তালিকাভুক্ত কৰিব লাগে বুলি তোলা দাবী এই জনগোষ্ঠীৰ



বহুদিনীয়া পুৰণা দাবী। অসম আদিবাসী পৰিষদে এই দাবী বহু দিনৰ আগৰে পৰা তুলি আহিছে। অসম চৰকাৰ আৰু ভাৰত চকাৰৰ হাতত বহুবাৰ এই দাবী পেচ কৰিলে। অসম যুৱ ছাত্ৰ পৰিষদেও পেচ কৰিছে। কিন্তু কামত অহা নাই। ৰাজনীতিৰ মেৰপাকত সকলো তল পৰি যায়। তাৰ প্ৰতিবাদকল্পে ১৯৮৪ চনৰ ৪ নবেম্বৰ তাৰিখে মন্ত্ৰী-বিধায়ক আৰু ৰাজ্য সভাৰ সদস্যকে ধৰি মুঠ ৮ গৰাকী চাহ জনজাতি নেতাই অসমৰ মুখ্যমন্ত্ৰীৰ হাতত চৰম পত্ৰ প্ৰদান কৰি চৰকাৰৰ বিৰুদ্ধে হুঙ্কাৰ তোলে। সেই হুঙ্কাৰত অসম চৰকাৰে ৫ জন কেবিনেট মন্ত্ৰী যথা ৰণেন বসুমতাৰী, ধনীৰাম ৰংপি, দীপক মূৰ্মু, ৰামেশ্বৰ ধানোৱাৰ আৰু জি লাংথাচাক লৈ উচ্চ পৰ্যায়ৰ এখন কেবিনেট কমিটি গঠন কৰি দিয়ে। ৰাজনীতিৰ মেৰপাকত এই কমিটিয়ে তেওঁলোকৰ প্ৰতিবেদন দাখিল নকৰিলে বুলি জনা যায়। এইয়া আছিল কংগ্ৰেছ (আই) চৰকাৰৰ দিনৰ কথা। অসম গণ পৰিষদ চৰকাৰেও এখন কেবিনেট কমিটি গঠন কৰি দিয়া হৈছে আৰু প্ৰতিবেদৰ কাৰণে অপেক্ষা কৰা হৈছে বুলি আটছা আৰু আছুৰ সৈতে হোৱা ১৯৮৭ চনৰ ১৭ ডিচেম্বৰৰ আলোচনা সভাত মুখ্যমন্ত্ৰীয়ে ব্যক্ত কৰে। দেখা যায়, অনুসূচীত জনজাতি হিচাপে স্বীকৃতি দিয়াৰ ক্ষেত্ৰত চৰকাৰে কেবিনেট কমিটি গঠন কৰি দিয়াতেই দায়ীত্ব শেষ কৰে। তাৰ পিছত আৰু একো হোৱা দেখা নেযায়।

আজিৰ 'চাহ জনজাতি' নামটো 'কুলী' নামৰ পৰা আৰম্ভ কৰি বিভিন্ন সময়ত বিভিন্ন নামেৰে নামকৰণ কৰি আহি শেষ পৰ্যায়ত নামকৰণ কৰা নাম। চাহ জনগোষ্ঠীৰ নামকৰণ সম্পৰ্কত ১৯৮৭ চনৰ ৩ নবেম্বৰৰ দৈনিক অসমত প্ৰকাশ পায় এইদৰে,-- "চাহ জনগোষ্ঠীৰ লোক বিয়পি আছে অসমৰ ইমূৰৰ পৰা সিমূৰলৈ। অসমত চাহ বাগিচা খোলাৰ লগে লগে চাহ বাগিচাত পাত তোলা, কোৰ মৰা আদি মজুৰী কাম কৰিবলৈ ওঠৰ শতিকাৰ আগভাগত তেওঁলোক অসমলৈ আহে। বংগ, বিহাৰ, মধ্যপ্ৰদেশ, কৰ্ণাটক, তামিলনাডু, উৰিষ্যা আদি বিভিন্ন প্ৰদেশৰ পৰা তেওঁলোকক ফুচুলাই অনা হ'ল। দালালীৰ সহায়ত বগা চাহাবহঁতে আড়কাঠীয়া আৰু গিৰমিটিয়া চালান মতে কলিকতা আৰু পাণ্ডু ডিপুৰ জৰিয়তে তেওঁলোকক অসমলৈ আনিলে। অসমত থকা তেওঁলোকৰ আজি প্ৰায় ১৫০ বছৰ হ'ল। অসমত থাকি অসমৰ হাৱাপানীৰ লগত মিলি গ'ল। অসমীয়া ভাষা-সংস্কৃতিৰ লগত মিলি গ'ল। সকলো ফালৰ পৰা গ্ৰহণ কৰিলে অসমীয়াত্ব। তেওঁলোক এতিয়া ন-

ন-অসমীয়া বা অনা-অসমীয়া হৈ থকা নাই। উঠোতে বহোতে, খাওঁতে শোওঁতে সকলোতে আহি পৰিছে অসমীয়াত্ব। আদিতে তেওঁলোকক 'কুলী' বুলিছিল। এতিয়াও দুই এক কয়। তাৰ পিছত ক'বলৈ ধৰিলে 'চাহ মজদুৰ'। এতিয়াও কয় এই সৰ্বজনবিদিত বহুল প্ৰচলিত নামটো। লাহে লাহে ক'বলৈ ধৰিলে চাহ জনগোষ্ঠী। উজনি অসমৰ চাহ বাগিচাৰ সাহিত্যিক অসম সাহিত্য সভাৰ প্ৰাক্তন কাৰ্যনিৰ্বাহক সদস্য শ্ৰীপ্ৰহ্লাদ তাচাই 'চাহ শ্ৰমিক' নামেৰে নামকৰণ কৰিলে। অসম চাহ মজদুৰ ছাত্ৰ সন্থাৰ প্ৰাক্তন সভাপতি বিতৰ্কিত সাহিত্যিক শ্ৰীদিনেশ্বৰ তাচাই নামকৰণ কৰিলে 'চাপ্ৰাজজ' নামেৰে। অসম সাহিত্য সভাৰ প্ৰাক্তন কাৰ্যনিৰ্বাহক সদস্য ডিব্ৰুগড় জিলা সাহিত্য পৰিষদৰ প্ৰাক্তন সভাপতি সাহিত্যিক পেঞ্চনাৰ শ্ৰীমেঘৰাজ কৰ্মকাৰে নামকৰণ কৰিলে 'সেউজ অসমীয়া' নামেৰে। অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি ৺নকুল চন্দ্ৰ ভূঞাই নামকৰণ কৰিলে 'চাহ বাগিচাৰ বনুৱা' নামেৰে। অসম সাহিত্য সভাৰ প্ৰাক্তন প্ৰধান সম্পাদক ৰাজ্য সভাৰ সদস্য ডঃ নগেন শইকীয়াই সাহিত্য সভাৰ মঞ্চৰ পৰা নামকৰণ কৰিলে 'চাহ বাগিচাৰ অসমীয়া' নামেৰে। অসম সাহিত্য সভাৰ বিভিন্ন প্ৰচাৰ পত্ৰিকা, অসম সাহিত্য সভাই প্ৰকাশ কৰা চিন্তাশীল জনপ্ৰিয় সাহিত্যিক শ্ৰীসুশীল কুৰ্মীৰ 'চাহ বাগিচাৰ কথা' আৰু 'চাহ বাগিচাৰ অসমীয়া সম্প্ৰদায়' নামৰ কিতাপ দুখনিৰ প্ৰধান সম্পাদকৰ দু-আষাৰত ডঃ শইকীয়াই পৰিষ্কাৰভাৱে কৈছে যে "অসম সাহিত্য সভাই চাহ বাগিচাৰ অসমীয়া বা কেৱল অসমীয়া বুলি ক'বলৈহে ভাল পায়"। বোকাখাট হাইস্কুলৰ প্ৰধান শিক্ষক শিক্ষাবিদ সাহিত্যিক শ্ৰীগোলাপ খাউণ্ডে নামকৰণ কৰিলে 'চাহ বাগিচাৰ অসমীয়া' বুলি। অসম সাহিত্য সভাৰ সভাপতি প্ৰথিতযশা কবি-সাহিত্যিক ডঃ মহেন্দ্ৰ বৰাই পাঠশালা অধিবেশনৰ মঞ্চৰ পৰা নামকৰণ কৰিলে 'চাহপতীয়া' বুলি। সভাপতিৰ ভাষণত উল্লেখ কৰিলে যে চাহ মজদুৰসকলৰ গাৰ বৰণ চাহ পাতৰ দৰে বাবেই তেওঁলোকৰ নাম থোৱা হ'ল চাহপতীয়া। অসম সাহিত্য সভাৰ প্ৰাক্তন কাৰ্যনিৰ্বাহক সদস্য, অসম চাহ মজদুৰ সাহিত্য-সংস্কৃতি পৰিষদৰ প্ৰধান সম্পাদক সু-সাহিত্যিক শ্ৰীসুশীল কুৰ্মীয়ে নামকৰণ কৰিলে 'চাহ জনজাতি' নামেৰে। বাতৰি কাকতৰ যোগেদি বিভিন্ন জনে এই নামকৰণৰ সমৰ্থন কৰিলে। চাহ মজদুৰ ছাত্ৰ সন্থাই সমৰ্থন কৰি সন্থাৰ নামকৰণ কৰিলে 'অসম চাহ জনজাতি ছাত্ৰ সন্থা' বুলি। চাহ মজদুৰ যুৱক সন্থাই সমৰ্থন কৰি সন্থাৰ নামকৰণ কৰিলে 'অসম চাহ ও প্ৰাক্তন চাহ জনজাতি যুৱক সন্থা' নামেৰে। ঝাৰখণ্ডী



ছাত্ৰ সন্থাই সমৰ্থন কৰি নামকৰণ কৰিলে 'অসম চাহ জনজাতি যুৱ ছাত্ৰ পৰিষদ' নামেৰে। এই 'চাহ জনজাতি' নামটো লাহে লাহে চাৰিওফালে প্ৰচলিত হৈ পৰিছে। লেখক-লেখিকাসকলেও কেৱল এই নামটোকে ব্যৱহাৰ কৰাটো বিচাৰে। ই আমাৰ সকলোৰে গ্ৰহণযোগ্য নাম। অসম চাহ মজদুৰ সংঘৰো নতুন নামকৰণ এই নামেৰে হোৱাটো আমি কামনা কৰো।" ইয়াৰ পিছত দৈনিক অসম কাকতত ১৭ নৱেম্বৰ '৮৭ তাৰিখে আকৌ নামকৰণ সংক্ৰান্তত প্ৰকাশ পায় এইদৰে-- "-- চাহ জনগোষ্ঠী সমাজখনক বাৰজনে বাৰটা নামেৰে নামাতি সকলোৰে মনঃপূত এক উপযোগী নামেৰে মতাটো উচিত। এই ক্ষেত্ৰত চাহ জনগোষ্ঠীৰ চিন্তাশীল লেখক সু-সাহিত্যিক শ্ৰীসুশীল কুৰ্মীয়ে উদ্ভাৱন কৰা 'চাহ জনজাতি' নামটো আজি সকলোৰে মনঃপূত হৈছে। চাহ জনগোষ্ঠীৰ মাজত থকা বিভিন্ন সন্থাৰ নাম এই নতুন নামেৰে নামকৰণ কৰা হৈছে। অসম বিধান সভাৰ মজিয়াতো এই নাম উচ্চাৰিত হৈছে। ১৯৮২ চনৰ মে' মাহৰ ৫ তাৰিখৰ এই দৈনিক অসম কাকততে শ্ৰীকুৰ্মীয়ে দিয়া 'চাহ জনজাতি' নামটোক সমৰ্থন কৰি চাহ জনগোষ্ঠীৰ তিনিজন ব্যক্তিয়ে লিখা প্ৰথম পত্ৰ প্ৰকাশ পায়। সম্প্ৰতি এই চাহ জনজাতি নামটো সকলোতে সকলোৰে পৰা সমানে আদৰ পাইছে।" চাহ জনজাতি সমাজখনৰ মাজত বহুতো জাতি-উপজাতিৰ লোক আছে। সকলোবোৰ জাতি-উপজাতি মিলি চাহ জনজাতি সমাজখন গঠিত। এই সমাজখনৰ জাতি উপজাতিৰ লোকসকলে ভাৰতৰ বেলেগ বেলেগ ঠাইৰ পৰা অহা বাবে প্ৰত্যেকৰে একোটা সুকীয়া ৰীতি-নীতি সামাজিক বিচাৰ আছে। ইটোৰ লগত সিটোৰ কিছু ক্ষেত্ৰত মিল আৰু কিছু ক্ষেত্ৰত অমিল থকা দেখা যায়। ভাষা-কৃষ্টি সংস্কৃতিৰ ক্ষেত্ৰতো কিছু মিল অমিল আছে। এই সকলোবোৰ থাকিলেও এক উমৈহতীয়া চলন্তিকা বাগানীয়া ভাষাৰ ছাঁত বহি একেলগে একেটা বান্ধোনৰ মাজত বান্ধ খাই থাকি এখন অভিন্ন সমাজ ৰূপে থিয় দি আছে। চাহ জনজাতি সমাজখনৰ মাজত থকা জাতি উপজাতিবোৰ হ'ল-- (১) মুণ্ডা (২) চাওঁতাল (৩) ওৰাং (৪) চাওঁৰা (৫) ভুঁইয়া (৬) পাহাৰীয়া (৭) মাল পাহাৰীয়া (৮) পৰজা (৯) গৌৰ (১০) কন্ধ (১১) বাগহী (১২) খাড়িয়া (১৩) অসুঁৰ (১৪) কোল (১৫) ভীল (১৬) সবৰ (১৭) কৰুৱা (১৮) গৰাইত (১৯) ভূমিজ (২০) ঘাটোৱাৰ (২১) ভক্তা (২২) গঞ্জু (২৩) বৰাইক (২৪) চিক (২৫) কাৰব (২৬) বাউৰী (২৭) খদাল (২৮) কুম্হাৰ (২৯) কেউট (৩০) কন্ধৰ (৩১) কৈৰী (৩২) কাঁহাৰ (৩৩) কাসাৰি (৩৪) কয়া (৩৫) বাজোৱাৰ (৩৬) তুৰি (৩৭) চুঁড়ি

(৩৮) বাগ্‌তি (৩৯) মোদী (৪০) চৰাগঁ (৪১) হাজাম (৪২) হালোৱাই (৪৩) ৰজক (৪৪) দুচাদ (৪৫) তংলা (৪৬) পাছি (৪৭) তেলী (৪৮) বণিয়া (৪৯) ভাট (৫০) চাসা (৫১) ৰাজপুত (৫২) গউড় (৫৩) গোৱালা (৫৪) বাঢ়ৈ (৫৫) প্ৰধান (৫৬) মহান্তি (৫৭) মাহ্‌লী (৫৮) কুৰ্মী (৫৯) পানিকা (৬০) পাতৰ (৬১) তাঁতি (৬২) হাড়ি (৬৩) চামাৰ (৬৪) ঘাঁছি (৬৫) ডম (৬৬) কামাৰ (৬৭) পাইক (৬৮) দেচুৱা (৬৯) বেদিয়া (৭০) জাতাপদৰা (৭১) তেলেঙ্গা (৭২) পাটোৱা (৭৩) মালী (৭৪) কিষাণ (৭৫) বায়ন (৭৬) জলহা ইত্যাদি

এই জাতি উপজাতিবোৰৰ একোটা চমু পৰিচয় তলত দাঙি ধৰা হ'ল।

(১) মুণ্ডা ঃ

মুণ্ডাসকল ভাৰতৰ আদিম অধিবাসী। আদিবাসী হিচাপে পৰিচিত এই মুণ্ডা সম্প্ৰদায়ৰ লোকসকলৰ আদি বাসস্থান হ'ল ছোটনাগপুৰ, জব্বলপুৰ, সাইবাচা, চিলিগড়, নাগপুৰ, সম্বলপুৰ, ডুমকা, ৰাচী, মেদিনীপুৰ আৰু ময়ুৰভঞ্জ আদি। এওঁলোকৰ উপাস্য দেৱতাজনৰ নাম হ'ল 'সিংবোংগা'। মুণ্ডা জাতিৰ মাজত ১২ টা ভাগ বা শাখা আছে। এই ভাগকেইটা হ'ল--খাড়িয়া মুণ্ডা, উৰাং মুণ্ডা, মাহলী মুণ্ডা, ভূমিজ মুণ্ডা, মান্‌কিমুণ্ডা, ভূইনহাৰ মুণ্ডা, নাগবংশী মুণ্ডা, কংকগট মুণ্ডা, থাংহাৰমুণ্ডা, বাৰহৰ মুণ্ডা, হো বা লাক্‌ৰা মুণ্ডা আৰু কোল মুণ্ডা। পুৰোহিতজনক পাহান বোলে। মুণ্ডা জাতিৰ গোত্ৰবোৰ হ'ল-- পুৰ্তী, তপ্প, হাউ, চাংগা, আইন্দ, বাৰ্লা, ভেংৰা, হেম্‌ৰম, তিৰু, চয়, হৰ, কান্দুলনা, কেৰাইক, বীৰুৱা, হেমলাহেচ, মুৰা, বান্দা, চিক্‌া, সিংকু, লাগুৰী, ইত্যাদি। তেওঁলোকে পতা উৎসৱবোৰ হ'ল-- কাদলেট বা নাতাউলী, জমনাৱা বা ন-খোৱা, মাঘপাৰাব, সাঁহৰায়ে পৰৱ ইত্যাদি। সম্প্ৰতি বহুতে খ্ৰীষ্ট ধৰ্ম গ্ৰহণ কৰিছে। মুণ্ডাসকল প্ৰায় চাৰি হেজাৰ বছৰৰ আগতে কাম্পুচিয়া আৰু ভিয়েটনামৰ পৰা ব্ৰহ্মদেশৰ মাজেৰে ভাৰতলৈ আহিছিল বুলি জনা যায়। মুণ্ডা ভাষাটো দক্ষিণ চীনত উৎপত্তি অষ্ট্ৰো-এচীয় ভাষাৰ এটা ঠাল বুলি জন জাতিসকলৰ ওপৰত গৱেষণা চলোৱা গৱেষক শ্ৰীমাৰ্টিন তপ্পয়ে মন্তব্য কৰিছে। তেওঁৰ মতে মুণ্ডাসকল অহা প্ৰকৃত সময়ৰ কথা খাটাংকৈ ক'ব পৰা নেযায় যদিও আৰ্যসকল অহাৰ বহু পূৰ্বে মুণ্ডা জনজাতিৰ লোকসকল ভাৰতলৈ আহিছিল। ১৯৮১ চনৰ লোকপিয়ল মতে ভাৰতত মুঠ ৫৮,১৪,৪৯৬ জন লোকে মুণ্ডা বা মুণ্ডাৰী ভাষা কয়। অসমত লোকপিয়ল নোহোৱা বাবে অসমৰ মুণ্ডাভাষীসকল এই হিচাপৰ পৰা বাদ পৰি আছে। তিনি হেজাৰ বছৰৰ আগতে



দেশৰ উত্তৰ খণ্ডত বসতি স্থাপনৰ কাৰণে ভ্ৰমি ফুৰা অৱস্থাত এই জনজাতিৰ লোকৰ সংখ্যা বহু লাখ বেছি আছিল। মুণ্ডাসকল একেশ্বৰবাদী। তেওঁলোকৰ কোনো মন্দিৰ নাই। তেওঁলোক নিৰাকাৰবাদী। তেওঁলোকৰ দেৱতা সিংবোংগাক তেওঁলোকৰ সৃষ্টি কৰ্তা আৰু ত্ৰাণকৰ্তা বুলি বিশ্বাস কৰে।

(২) চাওঁতাল ঃ

চাওঁতালসকলৰ আদি বাসস্থান হ'ল পুৰুলিয়া, মেদিনীপুৰ, বাঁকুৰা, বীৰভূম, চাওঁতাল পৰগণা, হাজাৰিবাগ, মানভূম, সিংভূম, সাইবাচা, ছোটনাগপুৰ ডুমকা, পালামৌ, ময়ুৰভঞ্জ ইত্যাদি। চাওঁতালৰ মাজত ১২ টা ফৈদ আছে। ফৈদ কেইটা হ'ল মুৰ্মু, চৰেণ, হাজদা, টডু, কিচ্‌কু, মাড়ডি বা মাৰাণ্ডী, বেচ্‌ৰা, হেমৰম, চুঁড়ে, বাচকে ইত্যাদি। তেওঁলোকৰ জীৱন যুঁজৰ মুখ্য অস্ত্ৰ- ধনু-কাঁড়। সমাজৰ শাসক বা মুৰব্বীজনক 'মাঝি' আৰু পুৰুহিতজনক 'নাইকে' বোলে। সামাজিক কামৰ যোগাযোগ কৰোতাজনক 'জগ মাঝি' বোলে। তেওঁলোকৰ দেৱতা হ'ল 'মাৰাং বুৰু' (চন্দ্ৰ)। পূজা-পৰৱবোৰ হ'ল--সাঁহৰাই পৰৱ, অযোধ্যা পূজা, জাহাৰ পূজা, চাঁৰুল পূজা, গমা পৰৱ, ফাকুৱা পৰৱ, টুসু পূজা, ছাতা পাতা পৰৱ, দংএনে পৰৱ, লাগ্‌ড়ে পৰৱ, ৰপা কৰম আৰু মৰা কৰম ইত্যাদি। এজন চাওঁতালে আনজন চাওঁতালক 'হড়', অনা-চাওঁতালক 'দিকু' আৰু আলহীক পেড়া' বোলে। মুণ্ডাৰ দৰে এওঁলোকৰো নিজা ভাষা আছে। মূলত এওঁলোক কোল জনগোষ্ঠীৰ লোক।

(৩) ওৰাং ঃ

ওৰাংসকলৰ আদি বাসস্থান বঙ্গ-বিহাৰ-মধ্যপ্ৰদেশৰ ভিতৰুৱা ঠাই চাইবাচা, তেতৰিমালটি, লোন্দ্ৰি, গহপুৰ, চাৰচাদেৱ, কাৰ্‌ৰা, ৰাচী আৰু ছোট নাগপুৰ। ওৰাঙৰ মাজত ৫ টা ফৈদ মূলতঃ আছে। ফৈদ কেইটা হ'ল-- বেৰ্গা, ধান্‌কা, খাড়িয়া, খেন্দ্ৰ আৰু মুণ্ডা। গোত্ৰবোৰ হ'ল--মিন্‌জ (এবিধ গছ), বাঘুৱাৰ (বাঘ), লাক্‌ড়া (কুকুৰ নেচীয়া বাঘ), তিৰ্কী (এবিধ মাছ), কছুৱা (কাছ), তপ্প (এবিধ চৰাই), ধানোৱাৰ (ধান), কেৰ্কেটা (এবিধ চৰাই), মাৰুতি (হনুমান), কাৱা (কাউৰী), খালকো, কুজুৰ আৰু বাৰলা আদি। গাঁৱৰ বা সমাজৰ মুৰব্বীজনক 'পাহান' আৰু পাহানৰ সহকাৰীজনক 'ফুলধৰিয়া' বোলে। তেওঁলোকৰ দেৱতা হ'ল 'মাৰাংবুৰু' (চন্দ্ৰ)। এই দেৱতাৰ পূজা ১২ বছৰৰ মূৰে মূৰে ফাগুন মাহত হাবিৰ মাজত পাতে। পূজাত বলী দিয়ে। পূজাৰ সময়ত পাণ্ডাজনে লগুণ পিন্ধি লয়।

খেতিৰ বতৰত জেঠ আহাৰ মাহত সমূহীয়াভাবে পতা 'গ্ৰাম দেৱতাৰ পূজা'ত ভগবানৰ নামত বগা পাঠা, কালী দেবীৰ নামত ক'লা পাঠা আৰু গ্ৰাম দেৱতাৰ নামত হাঁহ-মুগী বলী দিয়ে। অন্যান্য পূজা পাতলৰ ভিতৰত চাৰুল পূজা, সূৰ্যাহী বা ধৰম পূজা, বৰ পাহাড়ী পূজা, খুটী পূজা, নাৱা-খাৱা পূজা আৰু গাঁৱলী পূজাই প্ৰধান। পুৰণি কালত গাঁৱৰ অবিবাহিতা ডেকা-গাভৰুবোৰে একেলগে ঘৰ এটা বনাই তাত বাস কৰিছিল। এই ঘৰটোক 'ঘটুল' বুলি কৈছিল। প্ৰধান জীৱিকা খেতি-বাতি। হাতে হাতে ধনু-কাঁড়, দা-কুঠাৰ লৈ দলে বলে হাবিত চিকাৰ কৰি ভাল পায়। গাহৰি, মুগী, লাওপানী আদি প্ৰিয় খাদ্য। তিৰোতাবোৰে অলংকাৰ পিন্ধি ভাল পায়। টাটু বা খদা বা খদ্‌না লোৱাৰ নিয়ম আছে। তেওঁলোকে পাণ্ডৱ বংশৰ আৰু 'কুড়ুখ' বুলি চিনাকি দিয়ে। নিজা ভাষা-কৃষ্টি আছে।

(৪) চাওঁৰা ঃ

চাওঁৰাসকলৰ আদি বাসস্থান হ'ল-- বিহাৰ, উৰিষ্যা, মধ্য প্ৰদেশ আৰু তামিলনাডুৰ পেল্লা কেমেন্দি, অৰাইচিং, মৰিচিং, অনিদিংছা, পুতুৰ, আবাচোং, প্ৰতা, গাইতা ইত্যাদি। তেওঁলোকৰ মাজত কেইবাটাও ফৈদ আছে। ফৈদবোৰ হ'ল-- কিণ্ডাল, চবৰ, মনে, আৰ্চীত, কাম আৰু কাপ। নিজকে 'চৰা' বুলি চিনাকি দি ভাল পোৱা তেওঁলোকৰ ভাষা-টোক 'জুৰিয়া' বুলি কয়। সমাজৰ মুৰব্বীজনক 'বয়া', 'হজা' বা 'কুড়ান' বোলে। সামাজিক কামৰ যোগাযোগ কৰোতাজনক 'চুড়াম' আৰু গাঁৱৰ গাঁওবুঢ়াজনক গামাং বুলি কয়। প্ৰধান জীৱিকা খেতি। পূজাত বলী বিধান আৰু লাওপানী উৰ্ছগা দিয়াৰ প্ৰথা আছে। পূজা পৰ্ৱবোৰ হ'ল আম পূজা, ৰহৰ বা ৰাঁৱ পূজা, কাঠ আলু বা খামালু পূজা, চে'দদৰু, কাহলী বা কুটাৰে পুৰ পূজা, ফাকুৱা পৰৱ ইত্যাদি। মানুহ মৰিলে মৃতকৰ চোতালত ধেদৰা (ঢাঁক), টুদুম (নাগাৰা) আৰু সাঁহনাই আদি বাদ্য কৰুণ সুৰত বজায়। গৰুক লক্ষ্মী আৰু ম'হক শনি হিচাপে গণ্য কৰে। পূজাত ম'হ বলিও দিয়ে। ফাৰ্চা (পৰশু কুঠাৰ) আৰু ধনু-কাঁড় তেওঁলোকৰ প্ৰধান অস্ত্ৰ। অনিদিংছাৰ চাওঁৰাসকলে সাপৰ মাংস খায়।

(৫) ভূঁইয়া ঃ

ভূঁইয়াসকলৰ আদি বাসস্থান হ'ল-- পাটনা, হাজাৰিবাগ, ভাগল-পুৰ, গয়া, মুংগেৰ, ৰাঁচী, পালামৌ আৰু দালটেনগঞ্জ। তেওঁলোকৰ মাজত ৭টা ফৈদ আছে। ফৈদ কেইটা হ'ল-- মাংৰিয়া, মাঘায়া, অঘৰীয়া, দাড়ৱাৰ, মুছৰ, পজলীয়া আৰু বিছুৱাৰ। ভক্তা, খেৰুৱাৰ আৰু বীৰহৰ জাতি কেইটা তেওঁলোকৰ লগত প্ৰায় একে কাৰণে পাৰস্পৰিক বিয়া-বাৰু চলে। গোত্ৰবোৰ হ'ল-- খচিয়াছন বালক (মুনি), মোচ (নিগনি), ছিড়ৰা (কেৰ্কেটুৱা), নাগ, বাঘ, গাধায়া আৰু পালমু। ভূমিকৰ্মৰ লগত বেছি সম্পৰ্ক বাবে ভূঁইয়া বুলি হেনো পৰিচিত। বীৰ পূজাৰ উপাসক ভূঁইয়াসকলৰ প্ৰধান দেৱতা হ'ল পৱনবীৰ আৰু হনুমানবীৰ। বীৰ পূজা পাতে ফাগুন চ'ত মাহত। ইয়াৰ বাহিৰেও তুলসীবীৰ, বালকবীৰ, দধিবীৰ, লহংবীৰ, নাদবীৰ, বাচাৰ বীৰ আৰু দুলাৰবীৰ নামৰ আন সাত গৰাকী বীৰ দেৱতাৰ পূজা কৰে। কালী পূজা আৰু দুৰ্গা পূজা আদিও কৰে। পূজাত বলী বিধান দিয়ে। তেওঁলোকৰ প্ৰধান বাদ্য যন্ত্ৰ হ'ল-- মাদল চুমচা আৰু নাগৰা।

(৬) পাহাৰীয়া ঃ

পাহাৰীয়াসকলৰ আদি বাসস্থান হ'ল ৰাঁচী, চাওঁতাল পৰগণা, ডুমকা, জাড়ি, কালুদিগড়া চামৰালাড় আৰু ছোটনাগপুৰ। তেওঁলোকৰ আন এটা ভাগ হ'ল মালপাহাৰীয়া। গাঁৱৰ মুখীয়ালজনক মাঝি বোলে। গাঁৱৰ সকলো বিচাৰ আদি মাঝিয়ে কৰে। বিচাৰত মাঝিক কেইজনমানে সহায় কৰে। তেওঁলোকক 'আঁকু' বুলি কয়। পাহাৰত ঘাইকৈ বাস কৰে কাৰণে তেওঁলাকক পাহাৰীয়া বোলে। হাবি-জংঘল, পাহাৰ-পৰ্বতেই তেওঁলোকৰ দেৱতা আৰু বিধিমতে ইয়াক পূজা কৰে। বহাগ মাহত কৰা এই পূজাক 'মানগ'ত এড়ুৱে পূজা' বুলি কয়। বেমাৰ-আজাৰৰ পৰা ৰক্ষা পোৱাৰ কামনাৰে ফাগুন-চ'ত মাহত 'চিতাৰেড়ৱে' নামৰ এক পূজা পাতে। দুৰ্গা পূজা, কালী পূজা আদিও পাতে। পূজাত বলী বিধান আছে। প্ৰধান জীৱিকা 'ঝুম খেতি'। মানুহ মৰিলে মুখাগ্নি কৰাৰ নিয়ম নাই। মৰাশ শ্মশানলৈ নিয়াৰ আগতে তেল-হালধি ঘঁহি, গা-পা ধুৱাই মূৰ ফনিয়াই দিয়ে। বিয়াত বাঁহী আৰু মাদলৰ বাহিৰে অন্য বাজনা নবজায়।

(৭) মালপাহাৰীয়া ঃ

বিহাৰ, উৰিষ্যা, মধ্যপ্ৰদেশ আৰু চাওতাল পৰগণা আদি তেওঁ-লোকৰ আদিম বাসস্থান। পাহাৰীয়া অঞ্চলবোৰত বিশেষকৈ বাস কৰি থকা এই লোকসকলে চিকাৰ কৰি, মাছ ধৰি, ঝুম খেতি কৰি আৰু

খৰি কাঠ আদি বিক্ৰী কৰি জীৱিকা নিৰ্বাহ কৰে। 'জমিন বা ধৰিত্ৰী পূজা' আৰু 'সিংহ বা হিনী পূজা' নামৰ দুবিধ পূজা কৰে আৰু বলী দিয়ে। কালী পূজা, দুৰ্গা পূজা আৰু লক্ষ্মী পূজা আদিও পাতে। আগতে নৰবলিও দিছিল। পাহাৰৰ মালভূমি এলেকাত বাস কৰিছিল বাবে মালপাহাৰীয়া নামে পৰিচিত বুলি জনা যায়। 'কামধেনু গাই'ৰ পৰা তেওঁলোকৰ সৃষ্টি বুলি এক প্ৰবাদ আছে।

(৮) পৰজা ঃ

পৰজাসকলৰ আদি বাসস্থান হ'ল-- উৰিষ্যা, বিহাৰ, তামিলনাডু, জয়পুৰ, কালান্দী, ময়ুৰ ভঞ্জ আৰু কৰাপুট ইত্যাদি। তেওঁলোকৰ মাজত থকা গোত্ৰবোৰ হ'ল জানি, জুৰিয়া, বাৰিজুৰীয়া, গদাবা, পানীংগা কোণ্ড, পেংগ আৰু গাণ্ডা। ৰজা-জমিদাৰৰ ঘৰত কাম-বন কৰি প্ৰজা বা ৰায়ত হিচাপে দিন অতিবাহিত কৰিছিল বাবে সিহঁত পৰজা হিচাপে পৰিচিত। সামূহিক ভাবে পতা লক্ষ্মীপূজাত ম'হ বলি দিয়ে। ঘৰুৱা-ভাবে ইষ্ট দেৱতাৰ পূজা আৰু গুৰুমাইৰ পূজা পাতে। আমখোৱা বতৰত মুৰ্গী বলি দি 'আম পৰব' পাতে। মানুহ মৰিলে শ্মশানৰ পৰা আহি সকলোৱে মদ খায়। গাহৰি মাৰি মাহেকীয়া শ্ৰাদ্ধ পাতে। সমাজৰ মুৰব্বীজনক 'পেংগাম' বোলে। তিৰোতাবোৰে নাকত 'মুৰকা', কাণত 'গুনজুংগা' ভৰিত 'আনচুংগা' হাতত 'আজাংগা', ডিঙিত 'নাজুংগা' আৰু 'কুৰচাংগা' নামৰ অলংকাৰ পিন্ধে। আন জাতিৰ মানুহক নিজৰ জাতিত উঠাওঁতে তাৰ চুলি খুৰাই দিয়ে আৰু গাত গৰম লোহাৰ দাগ দিয়ে। প্ৰধান জীৱিকা কৃষি। চিকাৰ কৰাটো তেওঁলোকৰ এক সামাজিক প্ৰথা। যুদ্ধত ভাগ লোৱা সকলক 'পাইক পৰজা' হিচাপে জনা যায়।

(৯) গৌড় ঃ

মধ্য ভাৰত তেওঁলোকৰ আদি বাসস্থান। তাৰ বিলাসপুৰ, ৰায়পুৰ, ভূপাল, জব্বলপুৰ, ৰিমা নামৰ ঠাইবোৰত ঘাইকৈ বাস কৰিছিল। কাৰো কাৰো মতে গণ্ডৱানা অঞ্চলত আৰু কাৰো কাৰো মতে গণ্ডকী নদীৰ পাৰত গোনতে বাস কৰিছিল বাবে সিহঁত গণ্ড, গড় বা গৌড় হিচাপে পৰিচিত। তেওঁলোকৰ মাজত ২৫ টা ফৈদ আছে। ফৈদ কেইটা হ'ল, মাৰকাম, বঘেলচুৰী বা খুচৰু, চৌহান ছেদহহা, কৌৰাম, ডুইকা জগত, কৌমৰা, পাইলা-মাতৰা, কতলাম, সলাম, পুৰডুৰী, পদ্ৰাম, পুৰাম, লেবকা, নভোৰণ কুংজাম, শ্যাম, খুৰসাম, লেবতা, পদাম, মাংৰা তাৰম, মাড়ই, টেকাম, নেতাম, সুপ্ৰাম আৰু কৰিয়াম। গোত্ৰ ৫ টা হ'ল-- (১) গংগা বংশীয় কুম্ভ গোত্ৰ (২) নাগ বংশীয় পুহ পুলন্ত গোত্ৰ (৩) চন্দ্ৰ বংশীয় পুহচ গোত্ৰ (৪) যদু বংশীয় মাৰকাম গোত্ৰ আৰু (৫) সূৰ্য বংশীয় কৌশল গোত্ৰ। তেওঁলোকে ধ্ৰুৱ ক্ষত্ৰীয়, ঠাকুৰ, সিংবা সিং দেও, পানিকা, চাহ ৰিণঝিয়া, গড় বা গোড় বুলি পৰিচয় দিয়ে। বহাগ মাহৰ ন-জোন ওলোৱাৰ দিনা পালন কৰা 'বড়দেৱ পূজা' হৈছে তেওঁলোকৰ ডাঙৰ পূজা। ইয়াৰ বাহিৰে কাতি মাহৰ অমাবস্যা তিথিত 'কুল পূজা' পাতে। কালী, দুৰ্গা, লক্ষ্মী, কৰম, ফাকুৱা আৰু গ্ৰাম পূজা আদিও কৰে। তেওঁলোকৰ মাজত বাল্য বিবাহৰ প্ৰচলন আছে। বিধবা বিয়া আৰু ছোৱালী পলুৱাই নি বিয়া কৰোৱা প্ৰথা আছে। কিছুমানে পয়া, অইমা আৰু পডেটি নামেৰে পৰিচয় দিয়ে। কিছুমানে আকৌ মাৰাই, মাৰকম, মহানন্দী, সিং আৰু টিকাম নামেৰে পৰিচয় দিয়ে। গৌড় জাতিৰ পৰা মাৰিয়া, আৰু কয়া আদি কেইটামান জাতিৰ উৎপন্ন হয়। তিৰোতাবোৰে পিন্ধা অলংকাৰবোৰ হ'ল-কাকনা, ৰাংচী, বাজু, বাজুবইটা, পয়ঁৰী, গড়মূল, ঝুটীয়া, টিকলী, সীতা-পটী আৰু হাস্‌লী আদি। হাত আৰু ভৰিত খদনা লয়। লাল বস্ত্ৰ তেওঁ-লোকৰ জাতীয় ৰঙৰ বস্ত্ৰ। জব্বলপুৰীয়া গৌড় মহিলা পোন্ধ মাৰি শাড়ী পিন্ধে। মতাবোৰে আগতে তালুত একোছা দীঘল চুলি ৰাখিছিল। এই জাতিৰ আন জাতিৰ লগত মিশ্ৰণ ঘটি কলগড়, কালাৰ গড়, বাছুৰ গড়, প্ৰধান গড়, পৰজাগড় আৰু কয়াগড়ৰ সৃষ্টি হয়।

(১০) কন্ধ ঃ

উৰিষ্যাৰ ৱালাটিৰ বৰহমপুৰ, উদৰগিৰি, ৰচনুকুণ্ডা, পিকৰড়ি, বৰিমুণ্ডা, কামাগুড়া, ফুখুগুড়া, টিজবালি বড়দাইনী, দশপলা আৰু অনুগুল আদি পাহাৰীয়া অঞ্চল কন্ধ জাতিৰ আদি বাসস্থান। তেওঁ-লোক জিমদাৰ, জানি, নাগুৰীয়া আৰু হলদিয়া কন্ধ আদি বিভিন্ন ভাগত বিভক্ত। পুৰণি কালত বিয়াৰ ভোজ-ভাত খুৱাওতে ম'হৰ মাংস দিছিল বুলি জনা যায়। দোল যাত্ৰা, জমিন পূজা, পাহাৰ পূজা, ডাঙৰীয়া পূজা আৰু বুঢ়ী ঠাকুৰাণীমাৰ পূজা আদি পতাৰ উপৰিও মকৰ সংক্ৰান্তি, দেৱালী আৰু ফাকুৱা পৰব আদি পালন কৰে। সমাজৰ মুখীয়ালজনক দীগুলা' আৰু পূজাৰীজনক 'বিচি' বুলি কয়। তেওঁলোক গংগা বংশীয় আৰু নাগ, সোনা, বাঘ আৰু কুম্ভ নামৰ চাৰিটা তেওঁলোকৰ গোত্ৰ আছে। সেন্দুৰ

আৰু খদনা লোৱাৰ নিয়ম নাই। জনজাতীয় ৰীতি-নীতি তেওঁলোকৰ মাজত চলা দেখা যায়। বিয়াত দৰাই ঝাঁউ বনেৰে সজা মৌড় বা মুকুট পিন্ধে। মূৰত পহুৰ শিং আৰু গছৰ ডাল পাত বান্ধি নাচে। কন্যাৰ গা-ধন হিচাপে মদ আৰু ম'হ দিয়ে। আগতে নৰ বলি দিছিল। তিৰোতাবোৰে পিন্ধা অলংকাৰবোৰ হ'ল কিচাৰক, বালা, মাকড়ি আৰু মালা। তেওঁলোকে অতীজতে পাহাৰৰ কন্দ বা গুহাত বাস কৰিছিল বাবে কন্ধ নামেৰে পৰিচিত বুলি প্ৰবাদ আছে। আন এক প্ৰবাদ মতে পূৰ্ব পুৰুষে কান্ধত তুলি ভগবানক ঘূৰাই ফুৰাইছিল বাবে কন্ধ নাম পায়।

(১১) বাইগা ঃ

বাইগাসকলৰ আদিম বাসস্থান মধ্যপ্ৰদেশ। টঁড়ীয়া, ধৰীয়া, পাটনীয়া, ভাইনঠী, দেবাড়ীয়ান আৰু চৰজমীয়া বাইগা নামৰ কেইবাটাও ভাগ তেওঁলোকৰ মাজত আছে। তাৰ ভিতৰত চৰজমীয়াসকল উচ্চ আৰু টঁড়ীয়াসকল নিম্ন খাপৰ। চাৰি বছৰৰ মূৰে মূৰে ফাগুন-চ'ত মাহত ঘৰৰ দৰজা মুখত পতা 'নাড়ু পূজা' হৈছে তেওঁলোকৰ প্ৰধান পূজা। ইয়াৰ বাহিৰেও দুৰ্গাপূজা, কালী পূজা আৰু থান পূজা পাতে। পূজাত বলী দিয়াৰ প্ৰথা আছে। বিয়াত সেন্দুৰ আৰু কাজল নিগিন্ধে। দৰাই ভৰি তলুৱাৰ ধূলি আৰু হালধি ৰং কন্যাৰ কপালত সানি বিবাহ কাৰ্য সম্পন্ন কৰে। বিয়াৰ পুৰোহিতজনক 'দেৱাৰ' আৰু সমাজৰ মুখীয়ালজনক 'গাৱঠীয়া' বোলে। খেতি বাতি কৰাৰ উপৰিও চিকাৰ কৰা, মাছ মৰা আদি কৰ্ম কৰি জীৱিকা নিৰ্বাহ কৰিছিল। বহুতে ভূত-প্ৰেতৰ পূজা কৰে। তিৰোতাবোৰে খদনা লয়।

(১২) খাড়িয়া ঃ

খাড়িয়াসকলৰ আদি বাসস্থান উৰিষ্যা, মানভূম আৰু ছোটনাগপুৰ। তেওঁলোকৰ মাজত দুধ, ধোলক বা ঢেলকী, কল, এৰেঙা, পুৰাণ আৰু মুণ্ডা খাড়িয়া নামৰ কেবাটাও ভাগ আছে। গোত্ৰবোৰ হ'ল মুৰা (কাছ), সুৰেন (শিল), চমাদ (পহু), মৈল (ধূলী), আইন্দ (মাছ), ডুংডুং (মাছ), চাৰলিহা (ফল), চৰা (চৰাই) আৰু তপ্ন (চৰাই) ইত্যাদি। তেওঁলোকৰ প্ৰধান দেৱতা 'সিং বোংগা' (সূৰ্য্য)। তাৰোপৰি বুৰুবুংগা, মাৰাংবুৰু বা পাটচাৰণা নামৰ দেৱতাৰো পূজা পাতল কৰে। বসন্ত কালত চাৰহল বা চাৰুল পূজা পাতে। বিয়াৰ সময়ত আগতে দৰাঘৰে



কন্যা ঘৰক গৰু-ম'হ দিয়াৰ নিয়ম। পাঁচ মুঠা খেৰ আৰু যঁৱলীত থিয় হৈ দৰাই কন্যাৰ মূৰত বিয়াত সেন্দুৰ ঘঁহে। সেইদৰে কন্যায়ো দৰাৰ কপালত সেন্দুৰৰ ফোঁট দিয়ে। বিধবা বিবাহৰ প্ৰচলন আছে। মানুহ মৰিলে মানুহ পোতা ভেটিৰ ওপৰত গছ ৰুই দিয়ে। কিছুমানে ভেটিৰ ওপৰত শিল পুতি দিয়ে। সামাজিক ৰীতি নীতি বহুখিনি মুণ্ডা জাতিৰ লগত মিলে। 'পুৰাণ' জাতিৰ দৰে খাড়িয়া জাতিৰো উৎপত্তি ময়ুৰ চৰাইৰ পৰা হোৱা বুলি প্ৰবাদ আছে।

(১৩) অসুৰ ঃ

অসুৰ জাতিৰ আদি বাসস্থান হ'ল 'সাত ভাউৰা' নামৰ কোনোবা এক পাহাৰী অঞ্চল। পাল্‌মা, খেন্দুৱা, হানিয়াৰ, বেংচৰুৱা, তৰিয়াল, পৰজা নাগবাসী, আৰু আগাৰীয়া নামৰ কেইবাটাও ভাগ তেওঁলোকৰ মাজত আছে। তাৰ ভিতৰত হানিয়াৰক উচ্চ আৰু তাৰিয়ালক নিম্নখাপৰ বুলি জনা যায়। সিংবোংগা বা সূৰ্য দেৱতাই হ'ল প্ৰধান দেৱতা। মাঘ-ফাগুনত এই দেৱতাৰ নামত ডাঙৰকৈ পূজা পাতে। পূজাত বলী দিয়ে। ইয়াৰ বাহিৰে আসাৰী পূজা, গৰয়া পূজা, ডাঙৰীয়া পূজা, দুৰ্গা পূজা, কালিপজা, মনসা পূজা আৰু বৰ পাহাড়ী পূজা পাতে। পূজাবোৰত 'ঝুপান' উঠে। বিয়াত দৰাই কন্যাক মৰাপাটৰ ঠাৰিৰে মূৰত সেন্দুৰ লগাই দিয়ে। বিহাৰত এই জাতিৰ লোক ঘাইকৈ আছে।

(১৪) কোল ঃ

কোল জাতিৰ আদিম বাসস্থান হ'ল বিহাৰ, মধ্যপ্ৰদেশ আৰু মধ্য ভাৰতৰ বিভিন্ন ঠাই। এই জাতিটো মূলতঃ মুণ্ডা জাতিৰ পৰা সৃষ্টি হয় বাবে তেওঁলোকক কোল মুণ্ডা বুলিও জনা যায়। ঠাকুৰীয়া, মামাচী, ৰাউতীয়া আৰু কোল কামাৰ নামৰ কেইবাটাও ভাগ আছে। তাৰে ঠাকুৰীয়াবোৰ উচ্চ আৰু কোল কামাৰবোৰ হ'ল নিম্নখাপৰ। তেওঁলোকৰ একমাত্ৰ গোত্ৰ হ'ল বাউতীয়া। ৰাউতীয়া শব্দৰ অৰ্থ হ'ল আকাশীলতা। অতীজতে লগুণ ব্যৱহাৰ কৰিছিল। চ'ত মাহৰ নৱমী তিথিত পতা 'দোলা দেৱতাৰ পূজা' হ'ল তেওঁলোকৰ ডাঙৰ পূজা। দুৰ্গা পূজা, কালী পূজা আৰু সূৰ্যাহী পূজা আদিও পাতে। বিয়াত সমাজৰ মুখীয়ালজনে পুৰোহিতৰ কাম কৰে। বিয়াৰ সময়ত দৰাঘৰীয়া লোকে জোৰ কৰি কন্যাক ঘৰৰ ভিতৰৰ পৰা বাহিৰ কৰি অনাৰ নিয়ম। মুণ্ডাৰী ভাষাৰ লগত কোল

ভাষাৰ মিল আছে। কোল শব্দৰ অৰ্থ 'মানুহ'। কিছুমানে তাৰ অৰ্থ 'গাহৰি' বুলি কয়। 'লাড়কা' আ'হো' জাতিৰ মানুহে নিজকে কোল বুলি চিনাকি দিয়ে। পিঠাকে মুণ্ডাৰী ভাষাত 'হলং' আৰু কোল ভাষাত 'কলং' বোলে। সেই দৰে সন্তানক মুণ্ডাৰীত 'হন' আৰু কোলত 'কণ' বুলি কয়। দেখা যায়, শব্দ উচ্চাৰণৰ ধ্বনিৰ ক্ষেত্ৰত দুয়োটা ভাষাৰ সম্বন্ধ অতি ওচৰ।

(১৫) ভীল ঃ

ভীল জাতিৰ আদি বাসস্থান হ'ল ৰাজস্থান, মধ্যপ্ৰদেশ, মহাৰাষ্ট্ৰ আৰু ৰাজপুতনাৰ পাহাৰী অঞ্চল। এওঁলোকৰ জনসংখ্যা কম। ভীল শব্দৰ অৰ্থ ধেনু। তীৰ-ধেনু তেওঁলোকৰ জাতীয় অস্ত্ৰ। তেওঁলোক বৰ সাহসী। তেওঁলোকৰ মাজত 'উজলে ভীল' আৰু 'মৈলে ভীল' নামৰ দুটা ভাগ আছে। প্ৰধান জীৱিকা হ'ল কৃষি, চিকাৰ, মাছ মৰা আৰু খৰি বিক্ৰী কৰা। কৰুৱা আৰু বীৰহৰ এই সম্প্ৰদায়ৰে আন দুটি ঠাল।

(১৬) সৱৰ ঃ

সৱৰ জাতি হ'ল চাওঁৰা জাতিৰ পৰা ফালৰি কাটি অহা এটা অংশ। তেওঁলোকক চাৱা, চধা আৰু কবাৰী বুলিও জনা যায়। বালী-সুগ্ৰীৱৰ বংশধৰ হিচাপে পৰিচিত সৱৰসকলৰ মাজত পত্ৰ বা পাতুৱা, জৰা, বসু, ঘুমৰা, জালা, মুণ্টীয়া আৰু সৱৰ নামেৰে ৭টা ভাগ আছে। আগতে সিহঁতে লগুণ পিন্ধিছিল। সিহঁতে কৰা পূজা-পাতলবোৰ হ'ল মংলা পূজা, শীতলা দেৱীৰ পূজা, বাঘুৱা পূজা ইত্যাদি। বৈষ্ণৱীয় প্ৰথাত ত্ৰিনাথ মেলা পাতে। কালী, দুৰ্গা আৰু চণ্ডী পূজাও পাতে। সৱৰ জাতিৰ গোত্ৰবোৰ হ'ল-- শালমাছ, কাছ, বাঘ, নাগ, অন্ধাৰ বাউৰতী আৰু চুবকি আলু। তেওঁলোকৰ আদিবাসস্থান উৰিষ্যা, মধ্য ভাৰত আৰু ছোটনাগপুৰৰ জটনী, চৰাটিকা, দধৰাগাঁথ, বৰবাৰণা, ছোট বাৰণী, ফেওগড়, নোৱাগড় আৰু মেদিনীপুৰ। বিয়াত দৰা ঘৰে কন্যাঘৰক মদ, শুকান মাছ আৰু খাড়া শাক দিয়ে। বিয়াত হোমপোৰে আৰু হোমৰ চাৰিওফালে মদ ঢালে। দৰাই শহুৰেকক পাগুৰী আৰু শাহুয়েকক পিতলৰ বালা দিয়ে। সৱৰসকলৰ কিছুমানে ভেকুলী, বান্দৰ কেৰ্কেটুৱা, বাদুলী আৰু কাউৰী খায়। গুঁই ধৰা আৰু মৌ ধৰাত বৰ পাৰ্গত। তিৰোতাবোৰে নাকত দণ্ডি, কাণত কাণতড়কী, মূৰত সীতাপটী, হাতত তাঁড়, ভৰিত পৈৰী, ভৰি আঙুলিত ঝুটিয়া আৰু ডিঙিত মালতী নামৰ অলংকাৰ পিন্ধে। তেওঁলোকৰ খদনা লোৱাৰ নিয়ম নাই।



(১৭) কৰুৱা ঃ

কৰুৱাসকলৰ আদিম বাসস্থান হ'ল পালামৌ, দালটেনগঞ্জ আৰু মধ্য প্ৰদেশৰ পাহাৰীয়া অঞ্চল। কড়া কুলি নামেৰেও তেওঁলোকক জনা যায়। তেওঁলোকৰ প্ৰধান জীৱিকা চিকাৰ আৰু লা'ৰ খেতি। চাৰগাঁঠ, কাঠটলী, সনগৰী আৰু এৰে নামৰ চাৰিটা সিহঁতৰ গোত্ৰ আছে। নৃত্যপ্ৰিয় কৰুৱাসকলে নাচিবৰ সময়ত ভৰিত নুপুৰ, কৰ্কালত নুপুৰ বান্ধি লয়। মাদল আৰু ধুমচা প্ৰধান বাজনা। মন কৰিবলগীয়া যে কন্যাইহে দৰা ঘৰলৈ গৈ দৰাক বিয়া কৰি আনে। চাহ জনজাতি সমাজত ই ব্যতিক্ৰম। চেহেৰাত তেওঁলোক হটঙা আৰু ওখ-পাখ। কথা বতৰাত চিধা-চিধি। ধনু-কাঁড়, টাংগিয়া আৰু ফাৰ্চা সিহঁতৰ মুখ্য অস্ত্ৰ। তিৰোতা বোৰে গা-ঢকাকৈ অলংকাৰ পিন্ধে। তেওঁলোকে ৰামপুত্ৰ কুশৰ বংশধৰ বুলি চিনাকি দিয়ে।

(১৮) গৰাইত ঃ

গৰাইত জাতিৰ আদিম বাসস্থান ৰাঁচী, মধ্যপ্ৰদেশ, বিহাৰ আৰু উৰিষ্যা। তেওঁলোকৰ ভিতৰত বড়তিকী, ষাঁড়তিকী, কাচুৱা, কাৱা, ইন্দ আৰু মাহলী গৰাইত নামৰ ৬টা ফৈদ আছে। ইয়াৰে ইন্দবোৰ হ'ল-- উচ্চ শ্ৰেণীৰ আৰু কাচুৱাবোৰ নিম্ন শ্ৰেণীৰ। মাঘ ফাগুনত বুঢ়ী ছাগলী বলী দি হাবিৰ মাজত 'বড় পাহাড়ী' পূজা পাতে। ঘৰত পতা পূজা পাত-লৰ ভিতৰত সূৰ্যাহী পূজা, বুঢ়া-বুঢ়ী পূজা আৰু টুসু পূজাই প্ৰধান। সমাজৰ মুখীয়ালজনক 'কাৰঠা' বোলে।

(১৯) ভূমিজ ঃ

ৰাচী, সিংভূম, মানভূম, চাইবাচা, শেখৰভূম, পুৰুল্যা, নাগপুৰ, ডুমকা আৰু গাংপুৰ তেওঁলোকৰ আদিম বাসস্থান। কৃষিজীৱী এই জাতিটোৰ খেতি বা ভূমিৰ লগত নিবিড় সম্পৰ্ক থাকে তেওঁলোকক ভূমিজ বুলি কোৱা হয়। আচাৰ-ব্যৱহাৰ, ৰীতি-নীতিৰ ক্ষেত্ৰত মুণ্ডা জাতিৰ লগত বহু পৰিমাণে মিলে। পূজা-পাতলৰ ভিতৰত সঁহৰাই বা গহাল পূজা, কৰম পূজা, টুসু পূজা, বৰ পাহাড়ী পূজা, চাৰুল পূজা আদি পাতে। বিয়াত ছাগলীৰ লাদেৰে কন্যাৰ 'পণ' ধৰে। ভূমিজ সকলৰ 'মুণ্ডা ভূমিজ' আৰু 'বৰাহী ভূমিজ' এই দুটা ভাগ আছে। বহুতে 'সিং' যোগ দি 'সিং ভূমিজ' লিখে।

(২০) ঘাটোৱাল ঃ

ঘাটোৱালসকলৰ আদিম বাসস্থান বীৰভূম, ৰায়পুৰ, নোৱাগড়, হাজাৰিবাগ, বাঁকুৰা, বৰসত, মেদিনীপুৰ, ছোটনাগপুৰ, ডুমকা, পুৰুল্যা, ঝাইলদা আৰু চাইবাচা। ৰজা-জমিদাৰৰ গাৰঘাটত কাম কৰি জীৱিকা নিৰ্বাহ কৰিছিল বাবে তেওঁলোক ঘাটোৱাল নামেৰে পৰিচিত হয়। ঘাটোৱালক ঘাটোৱাৰ বুলিও কয়। তেওঁলোকৰ মাজত থকা ভাগকেইটা হ'ল ৰায় বা টিকইট্ ঘাটোৱাৰ, সিং ঘাটোৱাৰ, শুকুৰ ঘাটোৱাৰ আৰু ভূঞা ঘাটোৱাৰ। তাৰে ৰায় ঘাটোৱাৰবোৰ হ'ল-- উচ্চ থাপৰ। শুকুৰ ঘাটোৱাৰবোৰে শুকুৰ বাৰে জীৱ হত্যা নকৰে। সেইদৰে ৰায় ঘাটোৱাৰসকলে বৃহস্পতি বাৰে জীৱহত্যা নকৰে। এই জাতিৰ গোত্ৰবোৰ হ'ল-- নাগ, কাছ ধুন্দুলী আৰু হস্তী। পূজা-পাৰ্বনৰ ভিতৰত সূৰ্যাহী পূজা, গৰয়া পূজা, আষাৰী পূজা, মনসা পূজা ইত্যাদি। কিছুমানে পাণ-তামোলক গোত্ৰ বুলি ভাবে। সেইসকলে পাণ-তামোল দুয়োটা একেলগে নেখায়। মানুহ মৰিলে শ'টো পোতোতে শ'টোৰ নাক বা বুকুৰ ওপৰত গছৰ ডাল এটা থিয় কৈ থৈ মাটি দিয়ে। মাটি দিলে ডালটো উলিয়াই আনে আৰু আনোতে যিটো বিন্ধা হয় তাত ৰাইজে পানী ঢালে। তাক 'নিকাচ পানী' ঢলা বুলি কয়। সমাজ পৰিচালনাৰ ক্ষেত্ৰত গাঁবুঢ়া, ছড়ীদাৰ আৰু টেকলা পদবী দি তিনিজন মুখীয়াল বাছি লয়।

(২১) ভক্তা ঃ

ভক্তাসকলৰ আদিম বাসস্থান ডুমকা, নাগপুৰ, পুৰুল্যা, হাজাৰিবাগ আৰু ছোটনাগপুৰ। ভক্তা, গঞ্জু, নয়া, চৰয়া আদি কেইবাটাও ভাগত তেওঁলোক বিভক্ত। তেওঁলোকৰ গোত্ৰবোৰ হ'ল-- হাকিয়ান, টেংগৰীয়া, ধন কে, নাগবংশী, সূৰুজবাসী, খেচিয়াৰ, চিলকৈৰ, বালি হাৰিয়ান আৰু কুলি খোৱাৰ। তেওঁলোকে দুৰ্গা, কালী, মনসা, বিশ্বকৰ্মা, কৰমা, লক্ষী-সৰস্বতী, টুসু, গ্ৰাম আৰু সূৰ্যাহী পূজা পাতে। বিয়াত পুৰোহিতৰ কাম ভাগিন সম্বন্ধীয় লোকে কৰে। মামাৰ জীয়েকক বিয়া কৰোৱাৰ নিয়ম আছে। গাঁওবুঢ়াক মুখীয়াল বোলে। মাদল আৰু ঘেৰা মাদল তেওঁ-লোকৰ একমাত্ৰ বাদ্য। নিজা দোৱান আছে। পূৰ্বপুৰুষে জমিদাৰৰ ঘৰত বনুৱাৰ কাম কৰিছিল। তিৰোতাবোৰে মণি, মালা আৰু ৰূপৰ অলংকাৰ পিন্ধে। সোণৰ কোনো অলংকাৰ নিপিন্ধে। চাৰ্মন নামৰ কোনো এক ঋষিৰ পৰা এই জাতিৰ উৎপত্তি বুলি প্ৰবাদ আছে।



(২২) গঞ্জু ঃ

এওঁলোকৰ আদিম বাসস্থান ৰাঁচী, হাজাৰিবাগ, ছোটনাগপুৰ, পুৰুল্যা আৰু বাঁকুৰা। খেৰুৱাৰ আৰু দেৱালবন নামৰ দুটা ভাগত তেওঁলোক বিভক্ত। মৰাপাটৰ খেতি আৰু তাৰ ৰচি-সূতাৰ ব্যৱসায় কৰি মূলত জীৱিকা নিৰ্বাহ কৰা গঞ্জুসকলৰ প্ৰধান দেৱতা 'বানচিং'। মাঘ-ফাগুন মাহত এই দেৱতাৰ পূজা পাতে। পূজাত বলী বিধান আছে। অন্যান্য পূজা-পৰবৰ ভিতৰত সূৰ্যাহী বা ধৰম পূজা, কৰম পূজা, ফাকুৱা পৰৱ আৰু সহঁৰাই পৰবেই প্ৰধান। নাগ, শালমাছ, কাছ আৰু চুয়া গোত্ৰৰ লোক। হোম পুৰি বিয়া পাতে।

(২৩) বৰাইক ঃ

বৰাইকসকলৰ আদিবাসস্থান বিহাৰ, মধ্য ভাৰত, উত্তৰ প্ৰদেশৰ অন্তৰ্গত ৰাঁচী, শিল্লী, সিংভূম, চাইবাচা, ছোটনাগপুৰ আৰু হাজাৰি-বাগ। বৰাকৰ পৰা বৰাইক নামটো হৈছে বুলি ঠাৱৰ কৰিব পাৰি। বৰাইক ভাষাত বৰাক শব্দৰ অৰ্থ হ'ল যোদ্ধা। পূৰ্বপুৰুষে ৰজাৰ যোদ্ধা হিচাপে কাম কৰিছিল বুলি জনা যায়। পশুপালন আৰু কৃষি কৰ্মও কৰিছিল। তেওঁলোকৰ মাজত থকা ফৈদ তিনিটা হ'ল-- ক্ষত্ৰিয়, ৰৌতিয়া আৰু কাৰজি চাহাৰ। গোত্ৰবোৰ হ'ল পলিহা, হস্তী, মহানন্দী, হৰিণ, বাঘ আৰু বাচ্চি। বক্সী, সিং, চিক্ আৰু ৰাজপুত- এই চাৰিটা তেওঁলোকৰ উপাধি। ৰথ-যাত্ৰা, কৰম পূজা, দুৰ্গা পূজা আদি পালন কৰে। অন্যান্য দেৱ-দেৱীৰ পূজাও কৰে। পূজাত বলী দিয়ে। যদু বংশীয় বুলি পৰিচয় দিয়ে।

(২৪) চিক্ ঃ

চিকণ অৰ্থাৎ ধুনীয়াৰ পৰা চিক্ জাতিৰ নাম হৈছে বুলি তেওঁলোকে ক'ব খোজে। তেওঁলোকৰ আদিম বাসস্থান ৰাঁচী, সিংভূম, চাইবাচা, গাংপুৰ, ছোটনাগপুৰ ইত্যাদি। কাপোৰ বোৱা তেওঁলোকৰ আদি বৃত্তি। তেওঁলোকৰ মাজত কেবাটাও ফৈদ আছে। ফৈদ কেইটা হ'ল-- চিক্ বৰাইক, চিকোৱা গাড়া, চিকোৱা, চিক্ চৌহান আৰু চিক্-কোঁৱৰ। পূজা-পাতলৰ ভিতৰত চণ্ডী-পূজা, আম পূজা, বাঘ পূজা, শীতলা দেৱীৰ পূজা আদিয়েই প্ৰধান। তেওঁলোকৰ মাজত থকা গোত্ৰ হ'ল-- চানোৱানী আৰু মহানন্দীয়া। পূৰ্বভূমিত বহুতে নিজহাতে

বনাই লোৱা লেংটি মাৰিছিল আৰু তিৰোতাবোৰে সামান্য পৰিমাণৰ কাপোৰ পিন্ধিছিল। আনহাঁক আগতে গীত-মাত-ইংগিতৰ জৰিয়তে সোধ-পোচ-কথা-বতৰা হৈছিল ।

(২৫) কাঁৱৰ ঃ

কৌৰৱ কুলৰ বুলি পৰিচয় দিয়া এই কাঁৱৰসকলৰ আদি বাসস্থান হ'ল জামছেদপুৰ, উদয়পুৰ আৰু সুৰগুঞ্জাৰ ভিতৰত থকা কটকেল, ঝাইলেৰনেসা, ঝেৰাদী, বুলুংগা আদি অঞ্চলবোৰ । তেওঁ-লোকৰ মাজত কাঁৱৰ, ছাটি কাঁৱৰ, পাইখৰা কাঁৱৰ, ৰাঠিয়া কাঁৱৰ আৰু দুধ কাঁৱৰ নামৰ কেবাটাও ভাগ আছে। সমাজৰ মুখীয়ালজনক গঁৱঠীয়া বোলে। পূজা-পাতলৰ ভিতৰত সূৰ্যাহী পূজা, গ্ৰাম পূজা আদি কৰে। মানুহ মৰিলে শ্মশানলৈ যাওঁতে বা ঘূৰোতে 'হৰিবোল' দিয়াৰ নিয়ম নাই। শ্মশানত মানুহ পুতি তাৰ ওপৰত বাটি এটা ভাঙি থৈ আহে। ঘাটত ইজনে সিজনলৈ মাটিৰ লডা দলি মৰাৰ নিয়ম। বিয়াত কন্যাক পিপড় বা জৰী গছৰ পাতেৰে বনোৱা মৌড় পিন্ধায়। পুৰোহিতৰ কাম কৰে নানা-নানী সম্বন্ধীয় লোকে। দৰা-কইনাই ইজনে সিজনক সেন্দুৰৰ ফোঁট দিয়ে।

(২৬) বাউৰী ঃ

বাউৰীসকলৰ আদিম বাসস্থান বাঁকুৰা, বৰ্ধমান, আচানচোল, মালভূম, মেদিনীপুৰ, শেখৰভূম, ৰাঁচী ইত্যাদি । তেওঁলোকৰ মাজত থকা ভাগবোৰ হ'ল-- গবৰীয়া, তুইলা, ভূঁই, ঝিটা বা ঝাইটা, মূলা, ধূলা আৰু মালা। বগলী তেওঁলোকৰ গোত্ৰ বাবে বগলী নেমাৰে আৰু নেখায়। কুকুৰক ঠাকুৰ জ্ঞান কৰে। সেয়ে আগতে ভাত ৰান্ধি প্ৰথমতে কুকুৰক খাবলৈ দিছিল। এই নিয়ম আজি কালি উঠি গৈছে। কুকুৰ মাৰিলে পৰাচিত দিব লগা হয়। সমাজৰ মুখীয়ালজনক মাঝি বোলে। তেওঁলোকৰ পূজা হ'ল মনসা পূজা। টুসু পূজা, আষাড়ী পূজা, ফাকুৱা পবৰ, বৰ-পাহাৰী পূজা আদিও পালন কৰে। এই সমাজত একে গোত্ৰৰ মাজতহে বিয়া-বাৰু হয়। ই এক ব্যতিক্ৰম। তিৰোতাসকলে কপাল আৰু হাতৰ বুঢ়া আঙুলিত খদনা লয়। নামৰ পিছত ঋ, দাস, ভুঁই, বাউৰী আৰু ক্ষেত্ৰপাল লিখে।



(২৭) খদাল ঃ

উৰিষ্যাৰ গঞ্জাম, বানপুৰ আদি তেওঁলোকৰ আদি বাসস্থান । খদাল, বানীদাস, বানিকদাস, আৰু দাস হিচাপে তেওঁলোক পৰিচিত আৰু ৭ টা ফৈদত বিভক্ত। প্ৰধান জীৱিকা বেহা-বেপাৰ। চ'ত মাহত পতা কুঠি-চাল পূজা হ'ল ডাঙৰ পূজা। এই পূজাত কালী, দুৰ্গা, গংগা, ইন্দ্ৰ, মংলা আৰু বাইধৰ দেৱতাৰ নামত সেৱা আগবঢ়ায়। পূজাৰীজনে জুইৰ আঙঠাৰ ওপৰেদি সুদা ভৰিৰে খোজ কাঢ়ি পাৰ হয়। পূজাত হাঁহ-কুকুৰা-ছাগলী আদি বলি দিয়ে। ফাকুৱা পবৰ, সঁহৰাই পবৰ, দুৰ্গা পূজা, মনসা পূজা আদিও পালন কৰে। মানুহ মৰিলে শ্মশানলৈ শ' লৈ যাওঁতে ৰাস্তাত খুচুৰা পইচা আৰু আখৈ দলিয়াই যায় আৰু লগত এটা মাটিৰ কলহ আৰু তুলসী গছ এজোপা নিয়ে। সমাধিৰ ওপৰত তুলসী জোপা ৰুই দিয়ে আৰু কাষতে কলহটো থৈ দিয়ে। সমাজৰ মুখীয়ালজনক বেহৰা বোলে। বিয়াৰ আগতে কন্যা দেখা (কাপোৰ পিন্ধোৱা) দিনাই কন্যাক সেন্দুৰ দিয়াৰ নিয়ম। একে গোত্ৰৰ মাজত বিয়া নহয়।

(২৮) কুমহাৰ ঃ

কুমহাৰসকলৰ আদিম বাসস্থান পুৰুল্যা, সুৰগুজীয়া, ডুমকা, ৰাঁচী আৰু হাজাৰিবাগ। তেওঁলোক কুমাৰ, কুম্ভাৰ, আৰু হীৰা নামেৰে পৰিচিত। মাটিৰ কলহ, হাড়ী, চৰু, মলা, ধুনাদানী আদি বনোৱা তেওঁলোকৰ পূৰ্ব-প্ৰধান কৰ্ম। 'শালিবাহন' তেওঁলোকৰ আদিম ৰজা। পূজা-পাতলৰ ভিতৰত দুৰ্গা, পূজা, কালী পূজা, ডাঙৰীয়াৰ পূজা, শীতলা পূজা, মংলা পূজা, দ্বাৰ পূজা আৰু সত্যনাৰায়ণ পূজা মানে। ষাঁড়গৰু আৰু নাগ হ'ল তেওঁলোকৰ গোত্ৰ। তিৰোতাসকলে বিভিন্ন অলংকাৰ পিন্ধে। পুৰুষসকলে মূৰত টিকনি ৰাখে আৰু কাণত পাঘৰা পিন্ধে।

(২৯) কেওঁট ঃ

বিহাৰ, বঙ্গ, উৰিষ্যাৰ অন্তৰ্গত চিলকাৰ নাংগলচৰ, পথাৰা, কোলপুৰ, চাবিলিয়া, ৰম্ভা, বড়পুল, পাৰকুদি, ৰচকুদি, খোলাসুৰ, যোধপুৰ, ৰাঁচী, ছোটনাগপুৰ আৰু হাজাৰিবাগ হ'ল কেওঁটসকলৰ আদিম বাস-স্থান। কৈৱৰ্ত হিচাপে তেওঁলোক পৰিচিত । মুখ্যতঃ নাৱৰীয়া বৃত্তি অৱলম্বন কৰিলেও মাছ ধৰি বিক্ৰী কৰাটো তেওঁলোকৰ প্ৰধান জীৱিকাৰ পথ। এই সম্প্ৰদায়ৰ মাজত থকা ফৈদ কেইটা হ'ল-- (১) বাঁড়ী কেওঁট

বা চিম্‌লী কেওঁট, (২) খটিয়া বা খয়চীয়া কেওঁট আৰু (৩) কন্ধৰা কেওঁট। চিমলীসকলে চিৰা-মুড়ি আৰু খাটিয়া ও কন্ধৰা সকলে ঘাইকৈ মাছৰ বেপাৰ কৰে। চিম্‌লীবোৰ আন দুটাতকৈ উচ্চখাপৰ। হালিক কেওঁট আৰু জালিক কেওঁট নামৰ আৰু দুটা ভাগ থকাৰ কথা জনা যায়। কিছুমানে মাছুৱা আৰু মালাহ হিচাপে পৰিচয় দিয়ে। তেওঁলোকে ঘাইকৈ গংগা আৰু বাচ্‌লি দেবীৰ পূজা কৰে। বাচ্‌লি দেবীক দুৰ্গাৰ এটা ৰূপ হিচাপে গণ্য কৰে। পূজাত ফল-মূল, চাকি-বন্তিৰ বাহিৰেও শুকান মাছ আৰু বলী দিয়ে। কালসী পূজা, উষা পূজা, মংলা পূজা, কাৰ্তিক পূৰ্ণিমাৰ ব্ৰত আৰু ত্ৰিনাথ মেলা আদি পালন কৰে। গোত্ৰবোৰ হ'ল-- নাগ, পান, ধুন্দুলী, মন্দা বা ৰুটী ইত্যাদি। সমাজৰ মুখীয়ালজনক বেহ্‌ৰা বোলে।

(৩০) কন্‌ধেৰ ঃ

উৰিষ্যাৰ সম্বলপুৰ আৰু গঞ্জাম আদি তেওঁলোকৰ আদিম বাসস্থান। পূজা-পাতলৰ ভিতৰত ঠাকুৰাণী মাৰ পূজা বা ধৰম পূজা, চূলা-ধৰা পূজা আদি মানে। চূলা মানে চৌকা। এই চৌকাৰ তিনিটা খুটিক ব্ৰহ্মা-বিষ্ণু-ৰুদ্ৰ হিচাপে গণ্য কৰে। অগ্নি দেৱতাৰ নামত চৌকাত মুগী বলি দিয়াৰ নিয়ম আছে। কাজ-কৰ্মত বামুণ-নাপিতৰ আৱশ্যক নাই। শ্ৰাদ্ধ আদি মৃতকৰ ভিনীহি সম্বন্ধীয় লোকে কৰে। বিয়াত দৰা কন্যাৰ মাজত কয়লাৰ তিনিডাল আঁচ টানে আৰু ইজনক সিজনৰ গালৈ চাউল ছটিয়াবলৈ দিয়ে। ইয়াক 'বিন্‌কি মৰা' বোলে। তিৰোতা-বোৰে আনৰ দৰে খদনা নলয়। এই সমাজৰ জনসংখ্যা কম।

(৩১) কৈৱৰ্ত্ত ঃ

কৈৱৰ্ত্তসকলৰ আদি বাসস্থান হ'ল বিহাৰ, বঙ্গ, উৰিষ্যা আৰু উত্তৰ প্ৰদেশ। শাক-পাচলিৰ খেতি কৰি বজাৰত বিক্ৰী কৰা তেওঁ-লোকৰ আদিম বৃত্তি। মূলতঃ বৈশ্য। সাধাৰণতে তেওঁলোকে কৈৱৰ্ত্ত বা কোয়েৰী, ভগত, বাৰ্মা, কাছুৱাই আৰু সিং আদি লিখে। তেওঁলোকৰ ভিতৰত বড়কীডাংগিন আৰু চুটকীডাংগিন নামৰ দুটা ভাগ বা ফৈদ আছে। বড়কীডাংগিন ফৈদটো ইটোতকৈ উচ্চ খাপৰ। সিহঁতৰ বিয়া-বাৰু কেৱল নিজৰ ফৈদৰ ভিতৰতে হয়। সিহঁত কাশ্যপ গোত্ৰৰ। পূজা-পাৰ্বণৰ ভিতৰত গণেশ পূজা, লক্ষ্মী পজা, শীতলা দেবীৰ পূজা আৰু ত্ৰিনাথ মেলা আদি পাতে। সকাম-নিকাম, কাজ-কৰ্ম্ম আদি সাধাৰণ হিন্দু নিয়ম



মতে কৰে। বংগৰ চুড়ী আৰু উৰিষ্যাৰ সাহসকলক বুলি কয়।

(৩২) কাহাৰ ঃ

বিহাৰ আৰু উত্তৰ প্ৰদেশ তেওঁলোকৰ আদিম বাসস্থান। প্ৰধান জীৱিকা খেতি-বাতি যদিও কিছুমানে পাল্কী কঢ়িয়াই দিন অতিবাহিত কৰাৰ কথা জনা যায়। তেওঁলোকৰ কেইবাটাও ফৈদ আছে। তাৰে এটা হ'ল 'ডোলী কাঁহাৰ' বা 'চৌদুলী কাঁহাৰ'। সত্য নাৰায়ণ পূজাক শ্ৰেষ্ঠ পূজা আৰু কুল পূজা হিচাপে গণ্য কৰে। সকলো ৰীতি-নীতি সাধাৰণ হিন্দুৰ ৰীতি-নীতিৰ সমগামী। জৰাসন্ধৰ বংশধৰ বুলি পৰিচয় দিয়ে।

(৩৩) কাঁসাৰি ঃ

ৰাঁচী, পুৰুল্যা, ছোটনাগপুৰ আৰু হাজাৰিবাগ তেওঁলোকৰ আদিম বাসস্থান। তেওঁলোক কাস্‌ৰা বা কাংসাৰি নামেৰেও পৰিচিত। প্ৰধান জীৱিকা কাঁহ-পিতলৰ বাচন-বৰ্তন বনাই বিক্ৰী কৰা। পূজা-পাতলৰ ভিতৰত শাল পূজা বা ভাটী পূজা, বিশ্বকৰ্মা পূজা, দুৰ্গা পূজা, মনসা পূজা, গ্ৰাম পূজা আৰু চণ্ডী পূজা আদি মানে। পূজাত বলি বিধান আছে। কিছুমানে কৰম পূজা পাতে। কাজ-কৰ্ম সাধাৰণ হিন্দু ৰীতি-নীতি অনুসাৰে কৰে। গোত্ৰবোৰ হ'ল কাছ, হাতী আৰু শাল মাছ। তামৰ বস্তু বনাই বিক্ৰী কৰা তাম্‌ৰীয়া নামৰ ফৈদ এটাও তেওঁলোকৰ মাজত আছে।

(৩৪) কয়া ঃ

উৰিষ্যা, মধ্য ভাৰত, বস্তাৰ, গদালপুৰ আৰু গোদাবৰীৰ পাহাৰীয়া অঞ্চল কয়া জাতিৰ আদিম বাসস্থান। এই জাতিৰ লোকসকল বৰ উগ্ৰ আৰু সংখ্যাত তাকৰ। ধনু-কাঁড় চলোৱাত পাৰ্গত। চিকাৰ কৰাত বৰ নিপুণ। এক বিশ্বাসী জাতি। ঠগ-ঠাগ ভাল নেপায়। সামাজিক কাজ-কৰ্ম পৰ্‌জা জাতিৰ লগত কিছু মিলে। তেওঁলোকৰ শ্ৰেষ্ঠ দেৱতাৰ নাম 'মেটেতা দেয়াম'। চ'ত বহাগ মাহত 'আম পৰৱ' পতাৰ পাছতহে বছৰটোলৈ ফল-মূল খায়। গংগা, ভৈৰৱ আৰু অঘৰী দেৱতাবো পূজা কৰে। দৰা ঘৰতহে কন্যাক আনি বিয়া পাতে। দৰাই কন্যাৰ মূৰত সেন্দুৰ বা হালধি ঘঁহাৰ নিয়ম। পানী দিয়া ভাত (মাড় ভাত) খাই ভাল পায়। আলহীকো এই ভাত খাবলৈ দিয়ে। এই ভাতক তেওঁলোকে 'পেজ' বোলে।

(৩৫) ৰাজোৱাৰ ঃ

ৰাঁচী, পালাম, অৰমানজি, নাৱাগড়, ৰামগড়, মানভূম, বকচিদি, চাওঁতাল পৰগণা আৰু পুৰুলিয়া ৰাজোৱাৰসকলৰ আদিম বাসস্থান। তেওঁলোকৰ মাজত নাগবংশী ৰাজোৱাৰ আৰু আংগোৱা ৰাজোৱাৰ নামৰ ফৈদ দুটা আছে। নাগ, কাছ আৰু ৰাজহাঁহ আদি তেওঁলোকৰ গোত্ৰ। ফাগুন মাহত যশপুৰীয়া বা ধৰম দেৱতাৰ পূজা পাতে। পূজাত পাঠা বলি দিয়ে। ইয়াক কুল পূজা বোলে। ইয়াৰ বাহিৰে ঘৰৰ ভিতৰত কাটুল মুগী, চোতালত বগা মুগী আৰু বাৰীচুকত পখৰা ৰঙৰ মুগী বলি দি বাঘুত দেৱতাৰ পূজা পাতে। আগতে ৰজা জমিদাৰৰ খাজনা তোলা, বাতৰি যোগান আৰু ৰাজ-কাৰ্যৰ ইটো সিটো সহায়কৰ কাম কৰিছিল। বিয়াৰ ৰভাতলীত সূৰ্যাহী পূজা পাতি ছাগলী বলি দিয়াৰ নিয়ম। ক্ষত্ৰিয় বুলি চিনাকি দিয়া ৰাজোৱাৰ সকল বামুণ পন্থী।

(৩৬) তুৰি ঃ

বিহাৰ, বংগ, উৰিষ্যা তেওঁলোকৰ আদিম বাসস্থান। বিহাৰৰ-বোৰক মিৰ্ধা আৰু বংগ-উৰিষ্যাৰবোৰক তুৰি বুলি জনা যায়। মূলতঃ দুয়োটা একেই। তেওঁলোকৰ মাজত থকা অন্যান্য ভাগবোৰ হ'ল মংগৰীয়া, গিধ-ৰীয়া, ডুমকীয়া, আৰু মৰচীয়া তুৰি ইত্যাদি। ঠাই অনুসাৰে এই ভাগবোৰ হৈছে। বাঁহৰ পাচী, খৰাহী, ডলা, চালনী, ডুলী আদি বনাই বিক্ৰী কৰা তেওঁলোকৰ আদি বৃত্তি। কৃষিকৰ্মও কৰে। ধৰম বা সূৰ্যাহী পূজা তেওঁলোকৰ প্ৰধান পূজা। প্ৰতি ৫ বছৰৰ মূৰে মূৰে ফাগুন মাহৰ প্ৰথম সপ্তাহত এই পূজা পাতে। বাঁহ, কাছ আৰু ধুন্দুলী আদি তেওঁলোকৰ গোত্ৰ। বাঁহ গোত্ৰৰ লোকসকলক বাঁস ৰাজপুত বোলে। দুৰ্গা পূজাত হাঁহ, মুগী, পাৰ, ছাগলী, ৰবাব টেঙা, কোমোৰা আৰু মাগুৰ মাছ বলি দিয়ে। সমাজৰ মুখীয়ালজনক মুক্তিয়াৰ বোলে। তিৰোতাবোৰে খদনা লয় আৰু মাকড়ি, লুলুক, নাকফুটকী, কানতড়কা, বাজু, পয়ৰী, ঝুটিয়া, চন্দ্ৰহাৰ, সিকি-গাঁথা, হাস্‌লী আদি অলংকাৰ পিন্ধে। পুৰুষসকলে কাণত পাঘৰাই পিন্ধে।

(৩৭) চুঁড়ী ঃ

চুড়ীসকলৰ আদিম বাসস্থান বংগ, বিহাৰ আৰু উৰিষ্যা। তেওঁলোক চুণ্ডী, চাহু, মণ্ডল আৰু কালুৱাৰ আদি নামেৰে পৰিচিত। মহুল গছৰ ফুলৰ পৰা মদ বনাই বিক্ৰী কৰা তেওঁলোকৰ অতীত বৃত্তি। পূজা-পাতলৰ ভিতৰত মহুল পূজা, গহাল পূজা, দুৰ্গা পূজা আৰু লক্ষ্মী পূজা আদি পাতে। আম পৰৱো পাতে। সাধাৰণ হিন্দু ৰীতি-নীতি অনুসাৰে চলে। তিৰোতাসকলে বিভিন্ন অলংকাৰ পিন্ধে আৰু খদনা লয়। পুৰুষ-সকলে মূৰত টিকনি ৰাখে আৰু কাণত পাঘৰা পিন্ধে।



(৩৮) বাগ্‌তি ঃ

বংগ-বিহাৰ তেওঁলোকৰ আদি বাসস্থান। তেওঁলোক তেত্‌লা, কেওঁটীয়া, দাস, খৈৰা, মাল, ৰায় আদি কেইবাটাও ভাগত বিভক্ত। চিৰা-মুড়ি আদি বিক্ৰী কৰাটো পূৰ্ব বৃত্তি। শালমাছ, কাছ, কাঁইথা বা ধুন্দলী আৰু কাঁইচ বা লাল বগলী আদি তেওঁলোকৰ গোত্ৰ। লাল বগলী গোত্ৰৰ লোকসকলে লাল ৰঙৰ কোনো বস্তু সাধাৰণতে ব্যৱহাৰ নকৰে। সাধাৰণ হিন্দু ৰীতি-নীতি অনুসাৰে সকলো কাজ-কৰ্ম হয়। সমাজৰ মুৰব্বীজনক 'পোৰামাণিক' বোলে। তিৰোতাবোৰে বিভিন্ন অলংকাৰ পিন্ধে আৰু কপালত কদম গছৰ প্ৰতীকৰ খদনা লয়। পূজাৰ ভিতৰত দুৰ্গা পূজা, কালী পূজা, মনসা পূজা, গৰয়া পূজা আৰু টুসু পূজা আদি পাতে। পূজাত 'ঝুপান' উঠে।

(৩৯) মোদী ঃ

ডুমকা, পুৰুল্যা, মেদিনীপুৰ আৰু হাজাৰিবাগ তেওঁলোকৰ আদি বাসস্থান। তেওঁলোকৰ মাজত হাজাৰিয়া মোদী, ডুমকীয়া মোদী, পাটমুৰা মোদী, চাঁফা মোদী, ৰাজগোত্ৰীয়া মোদী, জলমোদী আদি কেইবাটাও ভাগ আছে। সমাজৰ কাম 'গাঁবুঢ়া' আৰু 'চৌধাৰী'ৰ কথা মতে চলে। মনসা পূজা, গ্ৰাম পূজা, টিলা বা হাঁফলু পূজা আদি পাতে। পূজাত মুগী বলি দিয়ে। তিৰোতাসকলে পঁয়ৰী আৰু গিল্‌টি পিন্ধে। কৃষি কৰ্ম কৰাৰ বাহিৰেও কুঁৱা-পুখুৰী-নলা খন্দা কামবোৰ আগতে কৰিছিল

(৪০) চৰাঁগ ঃ

ৰাঁচী আৰু পুৰুল্যা তেওঁলোকৰ আদিম বাসস্থান। খেতি-বাতিৰ কাম কৰি জীৱিকা নিৰ্বাহ কৰে। টুসু পূজা আৰু আম গছৰ পূজা পাতে। পূজা-কৰ্ম বামুণৰ দ্বাৰা কৰায়। বিয়াত দৰাই কন্যাক সেন্দুৰ ঘঁহে। খদনা লোৱাৰ নিয়ম নাই।

(৪১) হাজাম ঃ

হাজামসকলৰ আদিম বাসস্থান হ'ল বংগ, বিহাৰ, পঞ্জাব, মাৰোৱাৰ আৰু উৰিষ্যা। তেওঁলোক বংগত বৈদ্য, শীল, চন্দ, বিহাৰত ঠাকুৰ, শৰ্মা, পঞ্জাবত ৰাজা, মাৰোৱাৰত নিয়োগী আৰু উৰিষ্যাত ভাণ্ডাৰী হিচাপে পৰিচিত। চুলি কটা কাম তেওঁলোকৰ আদি বৃত্তি। তেওঁলোকৰ মাজত অৰধিয়া আৰু কনৌজিয়া নামৰ দুটা ফৈদ আছে। পূজা পাতলৰ ভিতৰত সত্য নাৰায়ণ পূজা, ছঠ পূজা, সূৰ্যাহী পূজা, বিশ্বকৰ্মা পূজা আৰু গ্ৰাম পূজা আদি কৰে। বিষ্ণু হ'ল তেওঁলোকৰ উপাস্য দেৱতা। কিছুমানে মনসা পূজা কৰে। বিয়াত হালধি ৰং দিয়া কাপোৰ পিন্ধে। দৰা-কন্যাই মৌড় পিন্ধে। বয়সস্থসকলে মৃতত পাগুৰী মাৰে। বাল্য বিবাহৰ প্ৰচলন আছে। সমাজৰ মুৰব্বীজনক মুখীয়া বোলে। পুৰুষসকলে কাণত সোণৰ পাঘৰা পিন্ধে আৰু দাঁতত সোণ লগাই লয়। তিৰোতাসকলে বিবিধ অলংকাৰ পিন্ধে আৰু খদনা লয়। কাশ্যপ আৰু শাণ্ডিল্য তেওঁলোকৰ প্ৰধান গোত্ৰ। অসমৰ চাহ বাগিচালৈ বিশেষকৈ হাজাৰিবাগ, মুংগেৰ, চাপ্ৰা, বলিয়াৰ, সুৰগুজিয়া আৰু মজফৰপুৰৰ পৰা আহে।

(৪২) হালুৱাই ঃ

বিহাৰ, উত্তৰ প্ৰদেশ, উৰিষ্যাৰ অন্তৰ্গত জনকপুৰ, জব্বলপুৰ, গাজীপুৰ, কটক, পাটনা আদি তেওঁলোকৰ আদিম বাসস্থান। বৈশ্য বৰ্ণৰ লোক হিচাপে পৰিচয় দিয়া হালুৱাই জাতিৰ জনসংখ্যা খুব কম। তেওঁলোকৰ মাজত মাঘায়া, মদেশী আৰু কনৌজীয়া নামৰ তিনিটা ফৈদ আছে। তাৰে মদেশীবোৰ হ'ল উচ্চ থাপৰ। মিঠাইৰ কাৰবাৰ তেওঁলোকৰ পূৰ্ব বৃত্তি। 'গোবিন্দ' হ'ল উপাস্য দেৱতা। মাঘ মাহত এই দেৱতাৰ পূজা পাতে। বলি বিধানৰ নিয়ম নাই বুলি জনা যায়। পূজাৰ কল মাটিত সিঁচি দি বুটলি খোৱাটো তেওঁলোকৰ নিয়ম। কিছুমানে দুৰ্গা পূজা, কালী পূজা আৰু গণেশ পূজা কৰে। উৰিষ্যাৰ গুড়িয়াসকল এই জাতিৰ সমতুল্য বুলি জনা যায়। নিজৰ ভিতৰত ভোজপুৰী ভাষাৰে কথা-বতৰা পাতে।

(৪৩) ৰজক ঃ

সাধাৰণতে 'ধুবি' হিচাপে পৰিচিত ৰজকসকলৰ আদি বাসস্থান বংগ, বিহাৰ আৰু উত্তৰ প্ৰদেশ। ফাকুৱাৰ দুদিন আগতে ঘৰৰ ভিতৰত পতা



বজৰংৱলীৰ পূজা হ'ল তেওঁলোকৰ ডাঙৰ পূজা। পূজাৰ এভাগ নদীৰ ঘাটত পাতে। কাপোৰ ধোৱা পাটাৰ নামত ছাগলী বলি দিয়ে। কাপোৰ ধোৱা যিহেতুকে তেওঁলোকৰ প্ৰধান বৃত্তি সেয়ে কাপোৰ ধোওঁতে যাতে কাপোৰ নাফাটে আৰু কাপোৰ চাফা হয় তাৰ বাবে এই পূজা হেনো পাতে। ইয়াৰ বাহিৰে হোলি, সত্যনাৰায়ণ পূজা, দুৰ্গা পূজা, লক্ষ্মী পূজা, কালী পূজা আদিও পাতে। কাজ-কৰ্ম সাধাৰণ হিন্দু ৰীতি মতে কৰে। আগতে বাল্য বিবাহ চলিছিল। তিৰোতাসকলে খদনা নলয় আৰু পঁয়ৰী, বাজু আদি অলংকাৰ একো নিপিন্ধে। কাছ, ৰাজহাঁহ আৰু ধুন্দুলী তেওঁলাকৰ গোত্ৰ। চ'ত মাহত ছট বা সূৰ্য পূজা পাতে। বিৰ্‌হা নামৰ গীত তেওঁলোকৰ বৰ প্ৰিয়।

(৪৪) দুচাদ ঃ

মধ্য ভাৰত, বিহাৰ আদি তেওঁলোকৰ আদিম বাসস্থান। তেওঁলোকৰ মাজত কনৌজিয়া, পাচুৱান, কুৰণা, ডাঁৰি, মগয়া, পঞ্চুৱাৰ, চিৰটা আদি কেইবাটাও ভাগ আছে। সমাজৰ মুখীয়ালজনক প্ৰধান বোলে। সূৰ্য বা চন্দ্ৰ গ্ৰহণত পতা ৰাহু পূজা তেওঁলোকৰ ডাঙৰ পূজা। এই পূজাত ভেৰা আৰু গুকৰ বলি দিয়ে। আন এটা ডাঙৰ পূজা হ'ল চড়ক পূজা। এই পূজাত ৬০ হাত দীঘল গাত খানি, ৬০ বোজা আম খৰিৰ জুই ধৰি তাৰ আঙঠাৰ ওপৰেদি সুদা ভৰিৰে খোজ কাঢ়ি পাৰ হয়। কালী পূজা, দুৰ্গা পূজা, হোলী আৰু শাওণৰ সপ্তমী পূজা পাতে। সপ্তমী পূজাত গাহৰি বলী দিয়ে। কেচুৱা জন্ম হ'লে প্ৰসূতিৰ কাষত অস্ত্ৰ ৰাখি দিয়ে আৰু ঘৰৰ ভিতৰত জুই ধৰে। মানুহ মৰিলে জৰী গছত ঘট আঁৰে আৰু নিতৌ তাত পানী ঢালে। দুচাদ জাতিটো চামাৰ জাতিৰ এটা ঠাল বুলি বহুতে ক'ব খোজে।

(৪৫) তংলা ঃ

উৰিষ্যাৰ আন্দুল আৰু ধেংকানল আদি তেওঁলোকৰ আদিম বাসস্থান। সমাজৰ মুখীয়ালজনক বেহ্‌ৰা আৰু সহকাৰীসকলক ডাকুৱা, চাই বেহ্‌ৰা আদি বোলে। তেওঁলোকৰ মাজত কেইবাটাও ফৈদ আছে। ফৈদকেইটা হ'ল বেহ্‌ৰা ৰণঘটীয়া, কাণ্ডী, তংলা আৰু চামল তংলা। গোত্ৰ হ'ল নাগ। নাগৰাজে টিলা বা হাঁফলুত বাস কৰে বুলি বিবেচনা কৰি টিলা পূজা পাতে। এইটো তেওঁলোকৰ ডাঙৰ পূজা। বিয়াৰ আগতে

টিলা পূজা কৰিহে বিয়া পাতে। ইয়াক কুল পূজা বুলিও কয়। পুৰোহিতক দেহৰী বোলে। বিয়াত দৰাই পাগুৰী মাৰে। দৰাৰ সলনি নবৌ-নানী আদিয়ে কন্যাৰ মূৰত সেন্দুৰ ঘঁহে। তিৰোতাসকলে বিবিধ অলংকাৰ পিন্ধে। পুৰুষ-সকলে ডিঙিত সূতা বান্ধি লয়।

(৪৬) পাছি ঃ

পাছিসকলৰ আদি বাসস্থান বিহাৰ আৰু উত্তৰ প্ৰদেশ। অসমত তেওঁলোকৰ সংখ্যা খুব কম। চৌধুৰী নামেৰে পৰিচয় দিয়া এই সমাজৰ আনৰ দৰে কোনো ভাগ বা ফৈদ নাই। কাশীধামকে গোত্ৰ বুলি ভাবে। বেহা-বেপাৰ আৰু কৃষি-কৰ্ম কৰি জীৱিকা নিৰ্বাহ কৰে। মুখীয়ালসকলৰ কথামতে সকলো চলে। বিভিন্ন দেৱ-দেৱীৰ পূজা কৰে। পূজাত ঝুপান উঠে। তেওঁলোকৰ ভাষা ভোজপুৰী। তিৰোতাসকলে গেৰোহা ঢাকি শাৰী আৰু বিভিন্ন প্ৰকাৰৰ অলংকাৰ পিন্ধে। পুৰুষসকলে ধুতি, পাগুৰী আৰু কাণত পাঘৰা পিন্ধে। বামুণৰ দ্বাৰা কাজ-কৰ্ম কৰায়।

(৪৭) তেলী ঃ

বিহাৰ আৰু উত্তৰ প্ৰদেশ তেলীসকৰ আদি বাসস্থান। তেওঁ-লোকৰ ভাষা হিন্দী আৰু ভোজপুৰী। তেওঁলোকৰ মাজত ৰিহাউত, কনৌজিয়া, পাথ, বাংগালী, বোৰীয়া, হৰদিয়াল, মঘয়া আদি কেবাটাও ফৈদ আছে। তাৰে ৰিহাউতসকল উচ্চ থাপৰ আৰু মঘয়াসকল নিম্ন থাপৰ বুলি জনা যায়। নাগ, কচ্ছপ আদি তেওঁলোকৰ গোত্ৰ। নাগ গোত্ৰৰ লোকসকলে সাপ আৰু কচ্ছপ গোত্ৰৰ লোকসকলে কাছ নামাৰে। তেলী, সাহু আৰু দাস আদি উপাধি লিখে। পূজা-পাতলৰ ভিতৰত সত্যনাৰায়ণ পূজা বছৰত এবাৰকৈ পতাৰ উপৰিও কিছু পৰিমাণে দুৰ্গা পূজা, কালী পূজা, মনসা পূজা আৰু সূৰ্যাহী পূজা পাতে। পূজাত বলি দিয়াৰ নিয়ম নাই। বিয়াত আগতে কন্যাঘৰে দৰাঘৰৰ পৰা যৌতুক আদায় কৰিছিল। ই এক ব্যতিক্ৰম। সাম বেদৰ ওপৰত বৰ বিশ্বাসী। কাজ-কৰ্ম ৰীতি অনুসাৰে বামুণৰ দ্বাৰা কৰোৱায়। তিৰোতাসকলে খদনা লয় আৰু বিবিধ অলংকাৰ পিন্ধে। মিঠা তেলৰ কাৰবাৰ কৰি জীৱন নিৰ্বাহ কৰাটো তেওঁলোকৰ জাতীয় বৃত্তি। তেলৰ কৰ্ম কৰাৰ বাবে তেলী বা তেলীয়া নামেৰে পৰিচিত।



(৪৮) বনিয়া ঃ

পুৰুলিয়া, মেদিনীপুৰ, ডুমকা, হাজাৰিবাগ আৰু মজফৰপুৰ আদি বনিয়া জাতিৰ আদিম বাসস্থান। বেপাৰ বাণিজ্য তেওঁলোকৰ পূৰ্ব বৃত্তি। তেওঁলোকৰ মাজত গন্ধ-বনিয়া, সোমাৰ বনিয়া, শাকা বনিয়া, চান্দ বনিয়া, কেশৰী বনিয়া, আগৰ বনিয়া, কলুৱাৰ বনিয়া আদি কেইবাটাও ভাগ আছে। পূজা-পাতলৰ ভিতৰত ঠাকুৰ পূজা, গণেশ পূজা লক্ষ্মী পূজা, বাঘুত পূজা আৰু সত্য নাৰায়ণ পূজা পাতে। ৰাখী বন্ধন আৰু ভাই ফোঁটাও মানে। কাশ্যপ, শাণ্ডিল্য আৰু ধুন্দুলী আদি তেওঁলোকৰ গোত্ৰ। সাগৰ, নদী, বিল আৰু হ্ৰদৰ পাৰত বাস কৰা বনিয়াসকলে মাছ আৰু খৰিৰ ব্যৱসায় কৰে। তেওঁলোক বণিক নামেৰে পৰিচিত আৰু আনবোৰ বনিয়াৰ লগত সিহঁত নিমিলে।

(৪৯) ভাট ঃ

ভাটসকলৰ আদি বাসস্থান বিহাৰ, উত্তৰ প্ৰদেশ আৰু উৰিষ্যা। সংখ্যাত তাকৰ আৰু ক্ষত্ৰিয় বংশ। ভাট, ভট্ট আৰু নট-ভাট হিচাপে পৰিচিত। ভাৰাছোৱাজা, ব্ৰাহ্মণ ভট্ট, দাজ উনবি, গজ ভীম, মগকেলিয়া, গন্ধৰ্ব, মহাপাত্ৰ, ৰায় আৰু ৰাজভট্ট নামৰ ৯ টা ফৈদ তেওঁলোকৰ ভিতৰত আছে। আদিতে ৰজা-জমিদাৰ আৰু ধনী সম্প্ৰদায়ৰ লোকৰ ঘৰত গান-বাজনা কৰি জীৱন ধাৰণ কৰিছিল। গাঁৱত গৈ গীত-মাত-কীৰ্তন কৰি পেট পুহিছিল। মঠ-মন্দিৰ-দৌল-দেৱালয়ত নৃত্য-গীত কৰিছিল। পূজা-পাতলৰ ভিতৰত শিৱ পূজা, মহাবীৰ পূজা আৰু সাৰদা দেৱীৰ পূজা কৰে। সন্তান জন্ম হ'লে 'নান্দী-মুখ' পাতে। বিধবা বিবাহৰ প্ৰচলন নাই। যৌতুক দিয়াৰ প্ৰথা আছে। মাইকী মানুহৰ লগত মুখা-মুখী হ'লে মতা মানুহবোৰে মুখত কাপোৰ ঢাকি পাৰ হয়। ই এক ব্যতিক্ৰম।

(৫০) চাষা ঃ

উৰিষ্যাৰ নাকীঠনাগড়, ৰাণীগড়, ঝাড়েদী, গোবিন্দপুৰ, পাৰকুড, পঞ্চপাড়া, পুৰী আৰু ধেংকানল আদি চাষাসকলৰ আদি বাসস্থান। চাষ বা খেতি-বাতি কৰি জীৱিকা নিৰ্বাহ কৰা বাবে তেওঁলোক চাষা হিচাপে পৰিচিত। 'কৰণ' গোষ্ঠীৰ পৰা তেওঁলোকৰ উৎপত্তি বুলি জনা যায়। সাধাৰণতে সিং, চৌধুৰী, সাউ, কৰণ, কায়স্থ, তাছা, কুৰথীয়া, মুদলী, প্ৰধান, পাইক, খণ্ডাইত, বেনাটিকা, মালুৱা, মোহান্তি, জেনা, সোৱাই,

বিশ্বাল, মহাপাত্ৰ হিচাপে জনা যায়। পূজা-পৰ্বৰ ভিতৰত সত্যনাৰায়ণ পূজা, শিৱখাণ্ডা বা অস্ত্ৰ পূজা, কালী পূজা, লক্ষ্মী পূজা, ত্ৰিনাথ মেলা, গণেশ পূজা, তুলসী পূজা, জন্মাষ্টমী, শীতলা পূজা, ফাকুৱা, দেৱালী, মকৰ সংক্ৰান্তি আৰু চৈত সংক্ৰান্তি আদি পালন কৰে। তিৰোতাসকলৰ কিছুমানে সাবিত্ৰী ব্ৰত, ঝনী উষা ব্ৰত আৰু খুদ্ বী কণী উষা ব্ৰত পালন কৰে। বৃহস্পতি বাৰে জীৱ হত্যা নকৰে। তেওঁলোক বামুণ পন্থী আৰু গুৰুমুখী। তিৰোতা সকলে বিবিধ অলংকাৰ পিন্ধে আৰু খদনা লয়। কাজ-কৰ্ম হিন্দু ৰীতি-নীতি অনুসাৰে কৰে। পুৰুষসকলে কঁকাল বা ডিঙিত সাতগুণৰ লগুণ লয় আৰু কাণত পাঘৰা পিন্ধে। তেওঁলোক ক্ষত্ৰিয় আৰু বিৰাট ৰজাৰ বংশধৰ বলি ক'ব খোজে।

(৫১) ৰাজপুত ঃ

বিহাৰ, বংগ, মজফৰপুৰ, জয়পুৰ, ৰাঁচী, বাঁকুৰা, মেদিনীপুৰ পুৰুল্যা, চাইবাচা আদি তেওঁলোকৰ আদিম বাসস্থান। বুৰঞ্জী প্ৰসিদ্ধ জাতি। তেওঁলোকৰ মাজত ৰাঠুৰ, গহৰ ওৱাল, পাৰমাৰ আৰু চৌহান নামৰ ৪ টা ফৈদ আছে। ক্ষত্ৰী, সিংহ, ৰাঈ, ৰাণা, চৌহান, সূৰ্যবংশী আৰু ৰাজপুত উপাধি লিখে। ৰাঠু মেৰাৰ, কাশ্যপ মেৰাৰ আৰু নাগ আদি হ'ল গোত্ৰ। সমাজৰ মুখীয়ালজনক মালিক বা মুখীয়া বোলে। ডাঙৰ পূজা হ'ল সন্যাসী পূজা। এই পূজাৰ প্ৰসাদ তিৰোতা মানুহে খাব নেপায়। আহাৰ মাহত পতা মংলা পূজাত পাঠা বলি দিয়ে। কালী পূজা, দুৰ্গা পূজা মনসা পূজা, সত্য নাৰায়ণ পূজা, লক্ষ্মী পূজা, ত্ৰিনাথ মেলা, ৰাম নৱমী, ফাকুৱা, দেৱালী আৰু মকৰ সংক্ৰান্তি আদি পালন কৰে। আগতে সতী যোৱা প্ৰথা আছিল। বিয়াত দৰা কন্যাই মৌড় পিন্ধে। যোদ্ধা জাতি হিচাপে জনা-জাত ৰাজপুতসকল তৰোৱাল যুঁজত অতি নিপুণ। তেওঁলোক সূৰ্যবংশী।

(৫২) গউড় ঃ

আদি বাসস্থান উৰিষ্যা। বাচিয়া, কাণ্ডিয়া, বিদ্যা আৰু জানুঘণ্টীয়া গউড় এই চাৰিটা ভাগত তেওঁলোক বিভক্ত। বাচিয়াসকলে বামুণৰ কাজ-কৰ্মত সহায় কৰে। বিদ্যা গউড়সকলে দৈ-গাখীৰ-ঘিঁউৰ কাৰবাৰ কৰে। কাণ্ডিয়াসকলে খেতিবাতি আৰু দোলা কঢ়িওৱা কাম কৰে। জানুঘণ্টীয়া সকলে যোগী সাধুৰ বেশেৰে ঘৰে ঘৰে গৈ আশ্ৰম খোলাৰ নামত চান্দা-ভীক্ষা আদি তুলি ফুৰিছিল। গাঁৱলৈ যাওঁতে আঠুত ঘণ্টা বান্ধি লৈছিল।



যাদৱ, গোপাল আৰু পড়িৱা আদি উপাধিবোৰ লিখে। বিষ্ণু বা জগন্নাথক ইষ্ট দেৱতা হিচাপে পূজা কৰে। তাৰ বাহিৰে আন দেৱ-দেৱীক বৰকৈ নামানে। বলি-বিধানৰ নিয়ম নাই। গোপাষ্টমীত গৰু-গাইক ৰুটী-পিঠা খাবলৈ দিয়ে। ফাকুৱা, মকৰ সংক্ৰান্তি, ধেনু সংক্ৰান্তি, দধি সংক্ৰান্তি, জন্মা-ষ্টমী সত্যনাৰায়ণ ব্ৰত, ত্ৰিনাথ মেলা, কুঁৱৰী উষাব্ৰত, জোতিয়া উষা ব্ৰত আদিও পালন কৰে। কাজ-কৰ্মত বামুণ লগায়। সমাজৰ মুখীয়াল হিচাপে কেৱাজনো লোক থাকে। তেওঁলোকক ডাকুৱা, ভলভায়া, বেহৰা আৰু প্ৰধান বোলে।

(৫৭) গোৱালা ঃ

গোৱালা জাতিৰ আদি বাসস্থান পুৰুল্যা, মেদিনীপুৰ, চাইবাচা, ৰাঁচী আৰু ডুমৰীয়া। গো-পালন তেওঁলোকৰ প্ৰধান বৃত্তি। গাখীৰ, ঘিঁউ, মাখন, দৈ আদিৰ ব্যৱসায় কৰি জীৱিকা নিৰ্বাহ কৰে। তেওঁলোকৰ মাজত কৃষ্ণ গোৱালা, নন্দ গোৱালা, দধি গোৱালা আৰু চাওনীয়া গোৱালা নামৰ চাৰিটা ফৈদ আছে। তাৰে কৃষ্ণ গোৱালা উচ্চ থাপৰ। দধিনাগ, কালী নাগ, ভঁইছা আৰু শালমাছ আদি তেওঁলোকৰ গোত্ৰ। পূজা-পৰ্বৰ ভিতৰত গৰয়া পূজা, মহাদেৱ পূজা, দুৰ্গা পূজা, কালী পূজা, কৰম পূজা, কাত্যায়নী ব্ৰত, ৰাসলীলা, ফাকুৱা পৰ্ব, সত্য নাৰায়ণ ব্ৰত, জন্মাষ্টমী, মকৰ সংক্ৰান্তি, চৈত সংক্ৰান্তি, লক্ষ্মী পূজা আৰু বুঢ়া ডাঙৰীয়া বাবাৰ পূজা আদি মানে। কৃষি কৰ্ম কৰা সকলে নদীৰ পাৰত বাস কৰে। কাজ-কৰ্ম সাধাৰণ হিন্দু ৰীতি-নীতি অনুসাৰে কৰে আৰু পুৰোহিত হিচাপে বামুণ লগায়। কোনো এক শূদ্ৰৰ পুত্ৰ আৰু ব্ৰাহ্মণৰ কন্যাৰ পৰা জন্ম লাভ কৰা পুৰুষজনেই হেনো গোৱালা জাতিৰ আদি পুৰুষ বুলি প্ৰবাদ আছে।

(৫৮) বাঢ়ৈ ঃ

বিহাৰ আৰু উৰিষ্যা তেওঁলোকৰ আদি বাসস্থান। বিহাৰৰ পৰা অহাসকলক মিস্ত্ৰী আৰু উৰিষ্যাৰ পৰা অহা সকলক বাঢ়ৈ বোলে। মূলতঃ দুয়োটা একেই। কাঠ মিস্ত্ৰীৰ কাম কৰাটো আদি বৃত্তি। তেওঁলোকৰ মাজত বিহাত, সংগত, বাঢ়ি আৰু পানবাঢ়ৈ নামৰ চাৰিটা ফৈদ আছে। সমাজৰ মুখীয়ালজনক ৰাণা বা চুনিৰাণা আৰু সহকাৰীজনক নাৰু বোলে। কাছ, বাঘ, নাগ আৰু হাতী তেওঁলোকৰ গোত্ৰ। পূজা-পৰ্বৰ ভিতৰত গোহালি পূজা, বিশ্বকৰ্মা পূজা, ত্ৰিনাথ মেলা, ফাকুৱা, সত্য নাৰায়ণ ব্ৰত, মকৰ

সংক্ৰান্তি, জন্মাষ্টমী আদি পালন কৰে। অন্যান্য দেৱ-দেৱীৰ পজাও কৰে একে গোত্ৰৰ মাজত বিয়া পাতিব পাৰে। তিৰোতাসকলে বিবিধ অলংকাৰ পিন্ধে আৰু খদনা লয়। পুৰুষসকলে কাণত পাঘৰা পিন্ধে।

(৫৫) প্ৰধান ঃ

প্ৰধান জাতিৰ আদিম বাসস্থান উৰিষ্যা। পূৰ্ব পুৰুষসকলে মঠ মন্দিৰত পূজাৰীৰ প্ৰধান সহায়ক হিচাপে কাম কৰিছিল বাবে প্ৰধান নামেৰে পৰিচিত। কিছুমানে খেতি-পথাৰৰ কামো কৰে। কোণ্ড প্ৰধানসকলৰ লগত মিল নাই। তচা, মহান্তি, বিশ্বাল, সোঁৱাই, জেনা, সাউ, খণ্ডাইত, গউড় আদি প্ৰধান জাতিৰ সমতুল্য। পূজা-পৰ্ব্বৰ ভিতৰত কালী, দুৰ্গা, শিৱ, জগদ্ধাত্ৰী আদিক মানে। নাগ আৰু বৰাহ আদি তেওঁলোকৰ গোত্ৰ। বেহৰা আৰু ভল্লুকীয়া নামধাৰী দুজন হ'ল সমাজৰ মুখীয়াল। সামাজিক কাজ-কৰ্ম হিন্দু ৰীতি-নীতি অনুসাৰে হয়। গুৰুমুখী আৰু বামুণপন্থী। বিয়াত দৰা-কন্যাই হালধি ৰং দিয়া কাপোৰ পিন্ধে। পুৱা সদায় মাড়লী দিয়ে আৰু গা-পা ধুই সূৰ্য্য প্ৰণাম কৰে। সন্ধ্যা তুলসী তলত চাকি দিয়ে। সধবাসকলে লোহাৰ খাৰু আৰু বিধবাসকলে বগা বস্ত্ৰ পিন্ধে। খদনা লোৱাৰ প্ৰথা আছে।

(৫৬) মহান্তি ঃ

মহান্তিসকলৰ আদি বাসস্থান উৰিষ্যা। ৰজা-জমিদাৰ আৰু মঠ-মন্দিৰৰ পূজাৰীৰ লগত সহায়ক হিচাপে কাম কৰা তেওঁলোকৰ পূৰ্ববৃত্তি। নিজহাতে কৃষি কৰ্ম নকৰে; আনৰ হতুৱাই কৰে। বস্তু ভাৰ কৰি নিনিয়ে। মূৰত কঢ়িয়াই নিয়ে। এতিয়া তাৰ পৰিবৰ্তন ঘটিছে। বাঘ হ'ল তেওঁলোকৰ গোত্ৰ। সেয়ে ঘৰত বিয়া সকাম কিবা পাতিলে হাবিত গৈ আগতে বাঘ-পূজা কৰি আহে। ক'ৰবাত বাঘৰ খোজৰ চিন দেখা পালে তাত চাকি-বন্তি জ্বলাই বাঘৰ আশিষ বিচাৰে। তেতিয়া কোনো অপায় অমঙ্গল নহয় বুলি তেওঁলোকৰ বিশ্বাস। অন্যান্য পূজা-পাতলৰ ভিতৰত গণেশ পূজা, ইষ্ট দেৱতাৰ পূজা, লক্ষ্মী পূজা, আষাড়ী পূজা, সত্য নাৰায়ণ পূজা, জন্মাষ্টমী, ফাকুৱা, মকৰ সংক্ৰান্তি আৰু চৈত সংক্ৰান্তি আদি মানে। বৃহস্পতি বাৰে চাউল গুড়িৰ মাড়লী দিয়ে, নিৰামীষ ভোজন কৰে আৰু ভীক্ষাৰীক ভীক্ষা নিদিয়ে। সমাজৰ মুখীয়ালজনক বেহৰা বোলে। গুৰুমুখী আৰু বামুণপন্থী। তিৰোতাসকলে নানান অলংকাৰ পিন্ধে আৰু খদনা লয়।



(৫৭) মাহলি ঃ

বংগ, বিহাৰ, উৰিষ্যাৰ ৰাঁচী, বাঘমূৰ, চিলি, ঝেলদা, পাতকুম, মালভূম আৰু ডুমকা আদি মাহলিসকলৰ আদিম বাসস্থান। তেওঁলোক কানটিয়াৰ, বাঘমূৰীয়া, ডুমৰ কুদৰীয়া, নাগপুৰীয়া আৰু গাতকুমিয়া এই ৫ টা ফৈদত বিভক্ত। তাৰে কানটিয়াৰসকল উচ্চ খাপৰ আৰু বাঁসৰাজ-পুত অৰ্থাৎ বাঁহৰ কামৰ ৰজা বুলি পৰিচয় দিয়ে। বাঁহৰ ডলা-কুলা, পাচি, খৰাহী, ডেমনি, টুপা, টুকৰী আদি বনাই বিক্ৰী কৰি জীৱন নিৰ্বাহ কৰিছিল। ধুন্দুলী, মেৰলাই আৰু ডিমৰু তেওঁলোকৰ গোত্ৰ। সমাজৰ মুখীয়ালজনক কানটিয়াৰ বোলে। পূজা-পাৰ্বণৰ ভিতৰত বুঢ়া-বুঢ়ীৰ পূজা, টুসু পূজা, গহাল পূজা আদি কৰে। ধৰম পূজা হ'ল শ্ৰেষ্ঠ পূজা। কাজ-কৰ্মত বামুণ নলগায়। সকলো কৰ্ম মুখীয়ালজনে কৰে।

(৫৮) পানিকা ঃ

মধ্যপ্ৰদেশ, বিমা, চিৰবিদা, সুৰগুজা, আৰু বিলাসপুৰ আদি তেওঁলোকৰ আদিম বাসস্থান। তাঁতবোৱা আৰু কাপোৰ বেচা তেওঁলোকৰ পৰ্বৱৃত্তি। কিছুমানে খেতি-বাতিও কৰে। পানীত নিজৰ প্ৰতিবিম্ব দেখি ভয় খোৱা বাবে পানিকা হিচাপে পৰিচিত বুলি প্ৰবাদ আছে। গাণ খাই পেলোৱা পিকৰ ওপৰত গুৰু গৃহত পৰা দিনৰে পৰা পান্‌কা বা পানিকা বুলি জনা যায় বুলি কিছুৱে কয়। তেওঁলোকৰ মাজত কবিৰাহা, শক্তাহা, মাড়লী, ভক্তাহা আৰু সুৰগুজীয়া নামৰ ৫ টা ফৈদ আছে। পাড়ুৱাৰ, চাওঁৰা, মাৰায়া, দ্বাৰাককা, চুঁটি, পাৰেৱা, গালখোৰ, সোনোৱালি, ধনগুৰ আৰু কাঠী আদি গোত্ৰীয় ভাগ। কবীৰ পন্থী কবিৰাহা সকল উচ্চ খাপৰ বুলি জনা যায়। তেওঁলোকে পূজা-পাতল আৰু জীৱ হত্যা নকৰে। মাঘী পূৰ্ণিমা আৰু কবীৰ গুৰুক মানে। আনবোৰ পানিকাই কুলশ্ৰেষ্ঠ চিনুৱানী দেবীৰ পূজা কৰে। ভিতৰ ঘৰত কৰা এই পূজাত হাঁহ-মুগী বলি দিয়ে আৰু ঝুপান উঠে। এই পূজা নকৰাকৈ ফাগুৱা নেখেলে। কিছুয়ে কালী, দুৰ্গা আৰু লক্ষ্মী দেৱীৰো পূজা কৰে। বিয়াৰ পাছত 'সমধি ভেঁট' আৰু 'মদ ৰুটী-খানা' অনুষ্ঠিত হয়। সমাজত পুৰোহিত হিচাপে সোনোৱালি বা সোনা গোত্ৰৰ লোকে কাজ-কৰ্ম কৰে। তেওঁক 'নাইকাহা' বোলে। পূৰণি কালত মামাৰ জীয়েকক বিয়া কৰাৰ প্ৰথা আছিল যদিও আজিকালি প্ৰায় উঠি গৈছে। ইয়াক ভাগ্নীদান বুলি কৈছিল। সমাজৰ মুখীয়ালজনক কটুৱাৰ বোলে।

(৫৯) পাতৰ ঃ

মেদিনীপুৰ, চাইবাচা, পুৰুলিয়া, বাঁকুৰা আৰু খড়গপুৰ আদি তেওঁলোকৰ আদি বাসস্থান। তন্তুৱাই শ্ৰেণীৰ বংশধৰ আৰু ঠাই ভেদে ৰীতি-নীতি বেলেগ বেলেগ। পানসকল তেওঁলোকৰ অন্তৰ্গত। সদাশিৱৰ ঘামৰ পৰা সৃষ্টি হোৱা বুলি প্ৰবাদ আছে আৰু সেয়ে 'শিৱ সূত্ৰ পাত্ৰ' বা 'শিৱ কুলৰ লোক' হিচাপে পৰিচিত। শালমাছ, মাগুৰ মাছ, ধুন্দুলী বা কাইথা আৰু নাগ আদি তেওঁলোকৰ গোত্ৰ। পূজা-পৰবৰ ভিতৰত ধৰম পূজা, ইণ্ট দেৱতাৰ পূজা, কালী পূজা, দুৰ্গা পূজা, টুসু পূজা, মনসা পূজা, গণেশ পূজা আদি মানে। সাধাৰণ হিন্দু আচাৰ-বিচাৰ মতে কাজ-কৰ্ম কৰে। বিয়াত কন্যা ঘৰে সূতা আৰু আঙুঠি পিন্ধাই দৰা আদৰে আৰু চ্যুত নাচৰ আয়োজন কৰে।

(৬০) তাঁতি ঃ

বংগ, বিহাৰ আৰু উৰিষ্যা তেওঁলোকৰ আদি বাসস্থান। তাঁতবোৱা তেওঁলোকৰ পূৰ্ব বৃত্তি। আগতে তন্তী, তন্ত্ৰীপাল আৰু তন্তুবায় হিচাপে পৰিচিত। সম্প্ৰতি তাঁতি, নন্দ, সোণ, সনাতন, দীপ, কুলদীপ, ছত্ৰী, ছত্ৰীয়া, নাগ, চাচনী, দল, দলে, পাত্ৰ, পাতৰ, নায়ক, কৰকৰীয়া, হৰপাল, মল্লিক, সাঁৱাচী, বিভাৰ, বাৰিক, টাণ্ডি, তঁড়ীয়া, বাঘ, দাস, জাল আদি হিচাপে পৰিচিত। সম্বলপুৰৰ পৰা অহা সকল সম্বলপুৰীয়া আৰু গেড়ুঁা তাঁতি হিচাপে পৰিচিত। গোত্ৰবোৰ হ'ল মহানন্দীয়া, সোন, বত্তি, ছাতু, নাগ আৰু মুগী আদি। পূজা-পাৰ্বনৰ ভিতৰত চণ্ডী পূজা, দণ্ড নাচৰ জৰিয়তে শিৱ পূজা, পাল্লা নাচ, ত্ৰিনাথ মেলা, জন্মাষ্টমী, সত্যনাৰায়ণ ব্ৰত, লক্ষ্মীপূজা, ফাকুৱা, দেৱালী, গংগা পূজা, তাঁত পূজা, ইংখুৰ পূজা, মংলা পূজা, ফুচপুনী পূজা, তুলসী পূজা আদি পালন কৰে। দণ্ড নাচৰ বাবে ১৩ জন ভক্তই পূজাৰ থানত শিৱ আৰাধনা কৰে। সেই দিন ধৰি তেওঁলোকে ঘৰত নোসোমায়, কাকো নোচোৱে, আৰু মাজনিশা আহাৰ গ্ৰহণ কৰে। ১৩ দিনৰ দিনা দণ্ড নাচৰ শেষ অনুষ্ঠান অনুষ্ঠিত কৰে। ইয়াক 'মেৰু' বোলে। শিৱৰ লীলা-খেলা, নৃত্য নাটিকা প্ৰদৰ্শন কৰাই দণ্ড নাচৰ তাৎপৰ্য। পাল্লা নাচত ৰামায়ণ, মহাভাৰত আদি ধৰ্ম গ্ৰন্থৰ কাহিনী ফুটাই তোলে। বেহৰা, পড়িচা, চাটিয়া, ভল্লুকীয়া আদি নামধাৰীসকলে সমাজৰ মুখীয়াল হিচাপে কাম কৰে। পান তাঁতি, দশফলীয়া তাঁতি, ফুলবৰীয়া তাঁতি, বজনিয়া তাঁতি, ঘুমচৰিয়া তাঁতি আৰু বৌদিয়া তাঁতি এইখন সমাজৰে অন্তৰ্গত।



(৬১) হাৰি ঃ

বংগ, আৰু বিহাৰ তেওঁলোকৰ আদি বাসস্থান। দাস, ৰায়, হাজিৰা, চহিচ ফুলমালী আৰু হাৰি হিচাপে পৰিচিত। ঘোঁৰাৰ আলপৈচান ধৰা, মৰাশ পেলোৱা আৰু উচ্চবৰ্গ ধনী-মানীৰ ঘৰত কাম-বন কৰা তেওঁলোকৰ পূৰ্ববৃত্তি। পূজা-পাতলৰ ভিতৰত ধৰম পূজা, বুঢ়া-ডাঙৰীয়াৰ পূজা, বাঘুত পূজা, টিলা পূজা আৰু মংলা পূজা মানে। কিছুমানে অন্যান্য দেৱ-দেবীকো মানে। মানুহ মৰিলে পুতি থয়। খৰি দিয়াৰ নিয়ম নাই। বামুণৰ দ্বাৰা কোনো কাম নকৰে। জাতিৰ পুৰোহিতে সকলো কৰ্ম কৰে। তান্ত্ৰিক যোগী হাৰীপ্পাৰ পৰা 'হাৰি' নাম অহা বুলি কয়।

(৬২) চামাৰ ঃ

জব্বলপুৰ, ৰায়পুৰ, ধানবাদ, ৰিমা আৰু পুৰুল্যা আদি চামাৰসকলৰ আদি বাসস্থান। চাম্‌ৰা ব্যৱসায় আৰু চামৰাৰ বাদ্যযন্ত্ৰ বনাই বিক্ৰী কৰা তেওঁলোকৰ পূৰ্ব বৃত্তি। তেওঁলোকৰ মাজত ধুচিয়া, দুছাদ, দেচুৱাৰা, কনৌজিয়া, পুনজৰীতোড় আৰু ছেত্ৰী নামৰ ৬ টা ফৈদ আছে। ৰবিদাস, ৰুহিদাস, সৎনামী, মুচি আৰু ৰাম হিচাপে চামাৰসকল পৰিচিত। পূজা-পাৰ্বনৰ ভিতৰত সত্যনাৰায়ণ পূজা, ধৰম পূজা, ৰামনৱমী, মহাবীৰ পূজা, জাৱাৰা পৰৱ, আষাড়ী পূজা, দুৰ্গা পূজা, বিশ্বকৰ্মা পূজা, জগদ্ধাত্ৰী পূজা, দেৱালী, ফাকুৱা, শিৱ-চতুৰ্দশী আদি পালন কৰে। পূজাত বলি দিয়া আৰু ঝুপান উঠাৰ নিয়ম আছে। বিয়াত পক্ষ মানি এক পক্ষত লগন বান্ধি আন পক্ষত বিয়া পাতে। বাল্য বিবাহ হয়। সমাজৰ মুখীয়ালজনে পুৰোহিতৰ কাম কৰে। মুখীয়ালজনক চৌধুৰী বা ছড়ীদাৰ বোলে। কাছ, ধুন্দুলী, নাগ, চান্দী আৰু সোণ আদি গোত্ৰ। তিৰোতাসকলে বাজুবইঠা, হাসলী, চন্দ্ৰহাৰ, গড়মল, শিকলি, কাণতড়কা, সীতাপটী, পয়ঁৰী আদি অলংকাৰ পিন্ধে আৰু ভৰিত আলতা লগায়। পূৰ্ব ভাষা ভোজপুৰী।

(৬৩) ঘাঁছি ঃ

পাটনা, ছোটনাগপুৰ, হাজাৰিবাগ, সম্বলপুৰ, ডুমকা, কালাহাণ্ডি, ৰাঁচী, নোৱাগড় আৰু ধেংকানল তেওঁলোকৰ আদি বাসস্থান। তেওঁলোকৰ মাজত নায়ক, তুমড়ীয়া, বজনিয়া, ঘাঁছি নামৰ চাৰিটা ভাগ আছে। নাগ, বাঘ, ঝিংগা, ধুন্দুলী, সোনা, শালমাছ আদি গোত্ৰ। ফাগুন মাহত পত্া

ধৰম পূজা হ'ল তেওঁলোকৰ ডাঙৰ পূজা। তাৰ বাহিৰে বুঢ়া ডাঙৰীয়াৰ পূজা, গৰয়া পূজা, বৰ পাহাড়ী পূজা, বাঘুত পূজা, টিলা পূজা, ত্রিনাথ মেলা আদি মানে। পুৰোহিতৰ কাম মামা সমন্ধৰ লোকে কৰে। পূৰণি কালত মামাৰ জীয়েকক বিয়া কৰোৱাৰ নিয়ম আছিল। এই নিয়মক ভাগ্নী দান বুলিছিল। বিয়াৰ দিনা ৫ গৰাকী তিৰোতাই কন্যাৰ মূৰত সেন্দুৰ ঘঁহে। মানুহ মৰিলে খৰি নিদিয়ে; পুতি থয়। তিৰোতাসকলে ধাইৰ কাম কৰে। আনৰ বিয়াত বাদ্য যন্ত্র বজোৱাটো জাতীয় বৃত্তি। নিম্ন শ্রেণীৰ লোক হিচাপে কুলীনসকলে অস্পৃশ্য জ্ঞান কৰি গাঁৱৰ ভিতৰত থাকিবলৈ দিয়া নাছিল বুলি জনা যায়।

(৬৪) ডম ঃ

ডমসকলৰ আদিম বাসস্থান হ'ল--বংগ আৰু উৰিষ্যা। নিম্ন হিন্দু ৰূপে পৰিগণিত এই জাতিৰ লোকসকলক আগতে উচ্চ হিন্দু জমিদাৰ মহাজনসকলে দাস কৰি ৰখাৰ কথা জনা যায়। ঢাক-ঢোল বজোৱা আৰু কৃষি শ্রমিকৰ কাম কৰি জীৱন ধাৰণ কৰিছিল। তেওঁলোকৰ মাজত নাগ বা কালিন্দী, বাচফৰ বা বাল্মিকী আৰু চিখইৰা নামৰ তিনিটা ফৈদ আছে। তাৰে কালিন্দীসকল আন দুটাতকৈ অলপ ওপৰ শ্রেণীৰ। আদিতে কালিন্দী নদীৰ পাৰত বাস কৰিছিল বাবে কালিন্দী নামে জনাজাত হয়। ডম জাতিৰ গোত্রবোৰ হ'ল-- ষাঁড়, শালমাছ, কাছ, ধুন্দুলী আৰু নাগ সাপ। সমাজৰ মুখীয়ালজনক গ্রামানী বোলে। তেওঁ পুৰোহিতৰ সকলো কাম কৰে। পূজা-পাৰ্বণৰ ভিতৰত মনসা, মংলা, দুর্গা, কালী, টুসু আৰু কৰম পূজা মানে। বাৰীচুকত লাও গছৰ তলত পতা 'কালুগাদেওৰ পূজা' তেওঁ-লোকৰ ডাঙৰ পূজা। ফাগুন-চ'ত অথবা আহিন-কাতি মাহৰ ভিতৰত এই পূজা পতাৰ নিয়ম। পূজাত বলি-বিধান দিয়ে। বিয়াত দৰাই পাগুৰী মাৰে আৰু কন্যাই ঘুংটা লয়। কন্যাৰ মূৰত দৰা বা কন্যা পক্ষীয় লোকে সেন্দুৰ ঘঁহে। মানুহ মৰিলে পোতে বা খৰি দিয়ে। ভগুসী আৰু পাইদী গোষ্ঠীৰ লোকসকল ডম গোষ্ঠীৰ সমতুল্য।

(৬৫) কমাৰ ঃ

পুৰুল্যা, ঝাইলদা, বাঘমুৰা, ডুমকা, হাজাৰিবাগ, ৰাঁচী, আৰু নাগ-পুৰ আদি কমাৰসকলৰ আদিম বাসস্থান। তেওঁলোক কমাৰ বা কামাৰ, কৰ্মকাৰ আৰু লোহাৰ বা লহৰা নামেৰে পৰিচিত। কোৰ, দা, কটাৰী, ফাল, কাঁচি আদি বনোৱা আৰু ঝালাই কাম কৰা তেওঁলোকৰ পূৰ্ব বৃত্তি। তেওঁলোকৰ মাজত সৎ কামাৰ, নাড়ী কামাৰ আৰু তামাৰীয়া কামাৰ নামৰ তিনিটা ফৈদ আছে। তাৰে সৎ কামাৰসকল উচ্চ থাপৰ আৰু নাড়ী কামাৰসকল নিম্ন থাপৰ। সৎ কামাৰসকলে গহণা বনায়। নাড়ী কামাৰৰ তিৰোতাসকলে ধাইৰ কাম কৰে। তামাৰীয়া কামাৰসকলে তামৰ কাম কৰে। তেওঁলোকৰ গোত্রবোৰ হ'ল ধুন্দুলী বা কাঁইথা, কাছুৱা, মেহদী, বড়ুৱাৰ, সোণ তিৰ্‌কী, চনমঘই, নাগ আৰু ষাঁড়গৰু আদি। পূজা পাৰ্বণৰ ভিতৰত দুর্গা পূজা, ধৰম বা সূৰ্যাহী পূজা, বাঘুত পূজা, বড় পাহাড়ী পূজা, সহঁৰাই পৰৱ, চৈত পৰৱ, কৰম পূজা, ভাটী পূজা আদি মানে। দুর্গা পূজা কুলশ্রেষ্ঠ পূজা। সমাজৰ মুখীয়ালজনে পুৰোহিতৰ কাম কৰে যদিও কিছু-মানে পুৰোহিত হিচাপে বামুণ লগায়। তিৰোতাসকলে নানান অলংকাৰ পিন্ধে আৰু খদনা লয়। এবাৰ যুদ্ধৰ সময়ত এক ৰজাক এজন কমাৰ প্রজাই একে ৰাতিৰ ভিতৰতে ৮০ মোন ওজনৰ গুলী আৰু ৮৪ মোন ওজনৰ যাঠী বনাই দিয়াৰ প্রবাদ আছে।

(৬৬) পাইক ঃ

পাইকসকলৰ আদিম বাসস্থান হ'ল-- বিহাৰ আৰু উৰিষ্যা। সৈনিক হিচাপে কাম কৰা তেওঁলোকৰ পূৰ্ব বৃত্তি। দেহুৰী হিচাপে পৰিচিত পাইক সকলৰ মাজত খাণ্ডাইত পাইক, বাৰটিকা পাইক, সুদ পাইক, দৰা পাইক আৰু ৰণা পাইক আদি কেইবাটাও ভাগ আছে। মাঘ-ফাগুন মাহত পতা 'ছঠ পূজা' হ'ল তেওঁলোকৰ ডাঙৰ পূজা। তদুপৰি দুর্গা, গংগা, ব্রহ্মা, বিষ্ণু, মহেশ আদিৰো পূজা কৰে। সমাজৰ মুখীয়ালজনে পুৰোহিতৰ কাম কৰে। সাধাৰণ হিন্দু ৰীতি-নীতি অনুসাৰে কাজ-কৰ্ম কৰে।

(৬৭) দেচুৱা ঃ

পাইক বুলি পৰিচয় দিয়া এই দেচুৱা জাতিৰ আদি বাসস্থান হ'ল উৰিষ্যা। ৰজা-মন্ত্রীৰ গা-ৰক্ষক হিচাপে কাম কৰা তেওঁলোকৰ পূৰ্ব বৃত্তি। জনসংখ্যা অনুপাতে কম। 'ঢাল' তেওঁলোকৰ প্রতীক। 'দশহাৰা' তেওঁ-লোকৰ ডাঙৰ পূজা। পূজাত বলি দিয়াৰ নিয়ম নাই। অন্যান্য দেৱ-দেৱীকো মানে। বিয়াত আগভাগ লোৱাসকলক 'বেহৰা ভলুকীয়া বোলে। পুৰোহিতৰ কাম বামুণে কৰে। 'সিন্দৰাদান'ত ৫ গৰাকী তিৰোতাই

কন্যাৰ মূৰত সেন্দুৰ ঘঁহে। কন্যাৰ পিতা-মাতাই কন্যাক দিব লগা বস্তু-বাহানি বিয়াৰ চাৰি দিনৰ দিনা দৰা ঘৰত অৰ্পণ কৰে। ইয়াক চৌথী-সন্দী বোলে। শিশুৰ বয়স এক বছৰ হ'লে বালক ভোজন পাতি মূৰৰ চুলি খুৱাই দিয়ে। সাধাৰণ হিন্দু ৰীতি-নীতি অনুসাৰে কাজ-কৰ্ম কৰে।

(৬৮) বেদিয়া ঃ

হাজাৰিবাগ, ৰাঁচী আদি তেওঁলোকৰ আদিম বাসস্থান। বেদিয়া কুৰ্মী বুলি পৰিচয় দিব খোজা এই বেদিয়াসকলৰ মাজত চিলিমাৰি, গলৱাৰ আৰু টামৰিয়া নামৰ তিনিটা ভাগ আছে। সমাজৰ মুখীয়ালজনক মাহত্ব বোলে। ঘৰচুৱা, চৰালি, ফেঁচা, কাছ, বিহা, বাম, পানী আদি তেওঁলোকৰ গোত্ৰ। মাটিচুৱা, কাঠচুৱা, বগাচুৱা, কলাচুৱা, পাখৰাচুৱা, আৰু টাংনাচুৱা আদি হ'ল উপগোত্ৰ। পূজা-পাতলৰ ভিতৰত দুৰ্গা পূজা, কালী পূজা, মনসা পূজা আদি মানে। বলি বিধান আৰু ঝুপান উঠাৰ নিয়ম আছে। সাধাৰণ ৰীতি-নীতি মতে কাজ-কৰ্ম কৰে।

(৬৯) কুৰ্মী ঃ

বংগ, বিহাৰ, উৰিষ্যা, উত্তৰ প্ৰদেশ, তামিলনাডু, গুজৰাট, মহাৰাষ্ট্ৰ, অন্ধ্ৰপ্ৰদেশ আদি কুৰ্মী জাতিৰ আদি বাসস্থান যদিও সমগ্ৰ ভাৰত জুৰি তেওঁলোকৰ শাখা-প্ৰশাখা আছে। কুৰ্ম ঋষিৰ পৰা সৃষ্টি হোৱা বাবে কুৰ্মী নামেৰে পৰিচিত। বহুতে কৰ্মৰ পৰা কুৰ্মী হোৱা বুলি কয়। কুৰ্মী শব্দৰ অৰ্থ ভূ-পতি বা ৰজা। তেওঁলোক সূৰ্যবংশীয় আৰু ক্ষত্ৰিয়। বামুণপন্থী আৰু গুৰুমুখী। শিৱাজীৰ বংশধৰ আৰু স্বাধীনচেতীয়া। কৃষিকৰ্মক প্ৰধান বৃত্তি হিচাপে লৈ বাগিচা এৰি গ্ৰামাঞ্চলত বসতি স্থাপন কৰে। কুৰ্মী, মেহ্তা, মাহাতো, পেটেল, নাইডু, সিং, চৌধুৰী, কুনবী, ৰেড্ডী, দেশাই, দেশমুখ, চৌহান, জাঠ, মাৰাঠা, চণ্ডেল, পাতিল, ছোৱাৰ, সিন্ধে, গাইকোঁৱৰ, জয়ছোৱাৰ, ৰাউত, যাদৱ, মহন্ত, পাৱাৰ, ৰায়, লোবা আৰু চন্দ্ৰাকৰ হিচাপে পৰিচিত। অখিল ভাৰতীয় কুৰ্মী ক্ষত্ৰিয় মহাসভাৰ দ্বৰে জাতীয় অনুষ্ঠান আৰু কুৰ্মী ক্ষত্ৰিয় জাগৰণ তথা কুৰ্মী সন্দেশৰ দ্বৰে জাতীয় মুখপত্ৰ থকা কুৰ্মীসকল আৰ্থিক দিশত টনকিয়াল। সমাজৰ মুখীয়ালজনক মাহত্ব বোলে। পূজা পাৰ্বণৰ ভিতৰত কালী, দুৰ্গা, লক্ষ্মী, টুসু, মনসা, গ্ৰাম পূজা, কৰম পূজা, ফাকুৱা, চৈত পৰৱ, সত্যনাৰায়ণ পূজা আদি মানে। টুসু পূজাৰ টুসুদেৱী এইখন সমাজৰে এগৰাকী 'সতী' আছিল বুলি কয়। হিন্দু



ৰীতি-নীতি অনুসাৰে কাজ-কৰ্ম কৰে। তিৰোতাসকলে সোণ-ৰূপৰ অলঙ্কাৰ পিন্ধে আৰু খদনা লয়। সধবাসকলে লোহাৰ খাৰু আৰু বিধবা-সকলে শুভ্ৰ বস্ত্ৰ পৰিধান কৰে। গোত্ৰবোৰ হ'ল-- টিকুৱাৰ (ভৰদ্বাজ), বাচৰিয়া, কাশ্যপ, বাঘবানোৱাৰ, জালবানোৱাৰ, লাংটুৱাৰ, চুছমুত্ৰা,-- কাড়োৱাৰ, পুনৰীয়া (চিলাবন্ধা), চাথোৱাৰ, কাঠিয়াৰ নাগ ইত্যাদি।

(৭০) জাতাপদৰা ঃ

তেওঁলোকৰ আদি বাসস্থান হ'ল-- গঞ্জাম। তেলেগু ভাষা কোৱা এই লোকসকলৰ ডাঙৰ পূজা হ'ল সতী পূজা। ফাগুন-চ'ত মাহত এই পূজা পাতে। অন্যান্য পূজা-পাতলৰ ভিতৰত গ্ৰাম পূজা, মংলা পূজা, দুৰ্গা পূজা, বিশ্বকৰ্মা পূজা, আদি মানে। পূজাত বলি বিধান আছে। কাতি আৰু পুহ মাহত মৃতকৰ পিণ্ড দিয়াৰ নিয়ম। নখোৱাত ক্ষীৰভাত আৰু উৰহী, ডাংবদীৰ তৰকাৰী খায়। সকাম-নিকামত তেতেলী টেঙাৰ টক্ খায়। মামা সম্বন্ধৰ লোকে মৰা-হাৰাত ক্ষৌৰকৰ্ম কৰে। বিয়াত তিৰোতাসকলে কাজল পিন্ধে। দৰাই কন্যাৰ মূৰত সেন্দুৰ ঘঁহে আৰু ডিঙিত এডাল সোণৰ হাৰ পিন্ধাই দিয়ে। হাৰডালক 'শ্বেত মানুমু' বোলে। দৰাই পাগুৰী মাৰে আৰু কন্যাই ঘুংটা বা ওৰণি লয়। বিয়া কাৰ্যৰ ভিতৰত পতা হৰিণ চিকাৰত দৰাই মৰা কাঁড় কন্যাই বুটলি আনি দিয়ে আৰু দিওঁতে প্ৰতিবাৰে দৰাক গুৰৰ পানী খুৱায় আৰু বিড়ি এডাল জ্বলাই মুখত গুজি দিয়ে। কাজ-কৰ্ম পুৰোহিতে কৰে। পুৰোহিতক 'দিছলডু' বোলে। সমাজৰ মুখীয়ালজনক জাত পেদ্দা বোলে। চুঁড়ী আৰু পাগুৱ জাতিৰ লোকসকল তেওঁলোকৰে অন্তৰ্গত। আদিতে চুড়ীসকলে মদৰ বেপাৰ কৰিছিল। 'পাগুৱ'সকলে নিজকে পঞ্চপাণ্ডৱৰ বংশধৰ বুলি কয়। মানুহ মৰিলে মৃতকৰ ভেটিত ডাঙৰ শিল এটা পোতে আৰু মৃতকৰ আত্মাৰ কল্যাণৰ বাবে প্ৰতি বছৰে সেই ভেটিৰ ওপৰত গাহৰি মাৰি তাৰ নাড়ী-ভেৰু পুৰোহিতে গাত সানি লৈ পূজা পাতে। ইয়াক 'বাতলু পূজা' বোলে। সংখ্যাগত হিচাপে কম।

(৭১) তেলেগু ঃ

তেলেঙ্গা হিচাপে পৰিচিত তেলেগুসকলৰ আদিবাসস্থান অন্ধ্ৰ আৰু তামিলনাডুৰ ভিজিগাপট্টম, নেলোৰ, বেলেৰী, চিনুৰবেল্লী, মান্দছকটা, পাৰলাকিউড়ী, দাংলামুখ, তেকল পাটনামু, পাগলাটি পৰু ইত্যাদি।

তেওঁলোকৰ মাজত কাপল্লু, মাইতকল্লো, গাজলল্লু, বাগলল্লু, চাইলল্লু, চাকলল্লু, মাংলড়ু, বেলল্লু, কাউচাল্লু, মইলল্লু, কুমৰড়ু, গল্লুড়ু, এল্লমড়ু, অপ্রল্লু, ৰেডকল্লু, নাইনড়ু, কলিংল্লু, মাইল-মাইঠল্লু, এইটলল্লু আৰু দৰালল্লু নামৰ ২০টা ফৈদ আছে। তাৰে কাপল্লুসকলে কাপু, মাইতকল্লুসকলে মাদগী, গাজলল্লুসকলে গাজলু বা গাজলুকেন্স, ৰেলল্লুসকলে ৰেলী, মালল্লু সকলে মাল বা ৰাও, ৰেডকল্লুসকলে বেড়্ডী আৰু নাইনড়ুসকলে নাইডু লিখে। কৌলড়ু, টৌলল্লু, বেগুল্লু, সাইবড়ু, ৰেংগালল্লু, গৌগুল্লু, চিত্তো, গড়মল্লু, কাশ্যপ আৰু নাগ আদি হ'ল তেওঁলোকৰ গোত্র। পূজা-পাতলৰ ভিতৰত জেঠ মাহত পাৰাম্মা বা শীতলা দেবীৰ পূজা, আহাৰ মাহত আইচৰাম্মা বা গ্ৰাম পূজা, আহিন মাহত আমতাল্লি বা দুৰ্গা পূজা আৰু চ'ত মাহৰ অমাবস্যা তিথিত সৰ্প পূজা কৰে। কালী, মংলা, বুঢ়া ডাঙৰীয়া আৰু মকৰ সংক্ৰান্তি আদিও মানে। পুৰোহিতৰ কাম বামুণে কৰে। কিছুমানে মামী পক্ষৰ লোকৰ দ্বাৰা পুৰোহিতৰ কাম কৰোৱায়। এনে পুৰোহিতক মৰুত-কাড়ু বা জাইনড়ু বোলে। ৫ খন বা ততোধিক গাঁৱৰ মুৰব্বী হিচাপে মনা সমাজৰ মুখীয়ালজনক 'বাইড়কড়' বোলে। মুখীয়ালজনৰ হাতত সদায় এডাল ৰূপ খটোৱা জুনুকা বন্ধা লাঠী থাকে। মানুহ মৰিলে মানুহ পোতা ভেটিত মুগী গোৱালী এৰে আৰু তুলসী, বড় বা পিপড় গছৰ পুলি ৰোৱে। সামাজিক কাজ-কৰ্ম সাধাৰণ হিন্দু ৰীতি-নীতি অনুসাৰে কৰে। তেলেঙ্গা সকলে ব্যৱহাৰ কৰা বাদ্যযন্ত্ৰবোৰক মাইদিকাণ্ডা, ৰগ্নতল্লু, চুতি, চাহনাই, ডাপু আৰু মাংগল মেড়মু বোলে।

(৭২) পাটোৱা ঃ

পাটোৱাসকলৰ আদিবাসস্থান বিহাৰ। দক্ষিণ বিহাৰৰ উৰাঁও জনজাতিৰ অন্যতম গোষ্ঠী পাটোৱা জাতিৰ পূৰ্বৱৃত্তি হ'ল পাট উৎপাদন কৰা আৰু পাটৰ কাপোৰ বোৱা। পাট-তাঁতি বা পত্ৰ-তাঁতি হিচাপেও পৰিচিত। সময়ত তেওঁলোকে চাওঁতাল পৰগণা, ছোটনাগপুৰ, হাজাৰিবাগ আদিত থাকিবলৈ লয়। বিভিন্ন দেৱ-দেবীৰ পূজা কৰে। তাৰে ভিতৰত দুৱাৰ দেবী বা দুৱাৰশনিয়া দেবীৰ পূজা, বাঘাউত বা বাঘ পূজা, বনদেবীৰ পূজা, দুৰ্গা দেবীৰ পূজা, সতী-সতীয়াৰিণ বা শিৱ-পাৰ্বতীৰ পূজা, কৰম গছৰ পূজা, পিপড় গছৰ পূজা, মনসা দেবীৰ পূজা, নাগ দেৱতাৰ পূজা আদি প্ৰধান। নাগ আৰু কাচ্ছপ তেওঁলোকৰ গোত্ৰ। বৈদিক প্ৰথাৰে কাজ-কৰ্ম কৰে। বহুপত্নী বিয়াৰ নিয়ম আছে। বাল্য বিয়া হয়। একে গোত্ৰৰ



মাজত বিয়া হ'ব পাৰে। বামুণ পন্থী পাটোৱা জাতিৰ মাজত বেৱাৰ, তাঁতি, পটহৰ, লোহৰা, গোসাঁই, তাঁতৱা, ছাউছান, চৌধুৰী আৰু পাটোৱাৰী নামৰ ৯টা ফৈদ আছে। সমাজৰ মুৰব্বীজনক মুখীয়া বা চৌধুৰী বোলে। মাতৃভাষা মাগাহী।

(৭৩) মালী ঃ

মালী জাতিৰ আদিবাসস্থান বংগ আৰু বিহাৰ। মালাকাৰ নামেৰে তেওঁলোক পৰিচিত। মঠ-মন্দিৰত পূজাৰীক ফুল যোগান দিয়া তেওঁলোকৰ পূৰ্বৱৃত্তি। ৰজা-জমিদাৰৰ ফুলৰ বাগানত কাম কৰাৰ পৰা মালী আৰু ফুলৰ মালা মন্দিৰলৈ অহা যাত্ৰীক বিক্ৰী কৰি জীৱিকা নিৰ্বাহ কৰাৰ পৰা মালাকাৰ নাম পায় বুলি বহুতে ক'ব খোজে। মালী, মালাকাৰ আৰু মহাপাত্ৰ হিচাপে চিনাকি দাঙি ধৰা এই সমাজখনে খণ্ডাইত, তচা, মহান্তি, পাইক আৰু গউড়সকলক নিজৰ সমতুল্য ৰূপে বিবেচনা কৰে। তেওঁলোক বৈশ্য আৰু বামুণ পন্থী। বামুণে পুৰোহিতৰ কাম কৰে। বিভিন্ন দেৱ-দেবীৰ পূজা মানে। জনসংখ্যা অনুপাতে কম।

(৭৪) কিষাণ ঃ

আৰা, দ্বাৰভাঙ্গা, মতিহাৰী, পাটনা, মজফৰপুৰ, গোৰখপুৰ আদি কিষাণ জাতিৰ আদিম বাসস্থান। কৃষিকৰ্ম তেওঁলোকৰ প্ৰধান আৰু আদিবৃত্তি। সমাজৰ মুৰব্বীজনক মাহত্ব বোলে। পুৰোহিতৰ সকলো কাম বামুণে কৰে। মাতৃ-ভাষা ভোজপুৰী। সত্যনাৰায়ণ পূজা তেওঁলোকৰ প্ৰধান পূজা হ'লেও কালী, দুৰ্গা, আৰু লক্ষ্মী পূজা আদিও মানে। এই জাতিৰ লোক অসমত খুব কম।

(৭৫) বামুণ ঃ

গোসাঁই হিচাপে পৰিচিত এই বামুণ সম্প্ৰদায়ৰ লোকসকলৰ আদি বাসস্থান বিহাৰ, বংগ, উৰিষ্যা আৰু উত্তৰপ্ৰদেশ। অন্যান্য চাহ জনজাতি লোকৰ দৰে তেওঁলোকে শ্ৰমিক ৰূপে কাম নকৰে। 'যজমানী' কৰা তেওঁলোকৰ প্ৰধান বৃত্তি। বৈষ্ণম বুলিও তেওঁলোকক জনা যায়। দহা-কাজত 'দধিমথন' আৰু 'কীৰ্তন' কৰিবলৈ গোসাঁই নহ'লেই নহয়। গিৰী, পুৰী, মিশ্ৰ, ভাৰতী, গোসাঁই বা বৈষ্ণম আদি কেবাটাও ভাগ তেওঁলোকৰ মাজত আছে। সংখ্যাগত ভাবে কম।

(৭৬) জলহা :

বিহাৰ তেওঁলোকৰ আদিবাসস্থান। কাপোৰ বোৱা, জাল বোৱা আৰু সেইবোৰ বিক্ৰী কৰি জীৱিকা নিৰ্বাহ কৰা তেওঁলোকৰ প্ৰধান বৃত্তি। ধৰ্মত ইছলাম আৰু সংখ্যাগতভাৱে অসমত খুব কম। উজনি অসমৰ কেইখনমান চাহ বাগিচাতহে সম্প্ৰতি এই সম্প্ৰদায়ৰ লোক আছে। মাত-কথাত ভোজপুৰী ভাষাৰ প্ৰভাৱ আছে। বংশ পৰিচয় সম্বন্ধে সবিশেষ জনা নাযায়।

# সংস্কৃতি

সংস্কাৰৰ পৰা সংস্কৃতি শব্দৰ উৎপত্তি বুলি ক'ব পাৰি। সমাজত চলি অহা ৰীতি-নীতিবোৰ প্ৰকৃতি-পৰিবেশ আৰু যুগৰ লগত সামঞ্জস্য ৰাখি সংস্কাৰ কৰাৰ পৰা সংস্কৃতি নাম পায়। সমাজ বান্ধোনৰ মাজত থাকি জন্মৰ পৰা মৃত্যুলৈকে এজন মানুহে যি ৰীতি-নীতি মানিব লগা হয়, যি হাঁহি কান্দোনৰ মাজেৰে যাব লগা হয়, যি সাজ-পোছাক পিন্ধিব লগা হয় আৰু ৰুচিৰ পথাৱত যি নৃত্য-গীত কৰি বাদ্যযন্ত্ৰ ব্যৱহাৰ কৰিব লগা হয় এই সকলোবোৰ মিলি হয় সংস্কৃতি। সংস্কৃতিয়ে দিয়ে জাতিৰ পৰিচয়। সংস্কৃতিয়ে দিয়ে সমাজৰ পৰিচয়। সংস্কৃতি হৈছে জাতি আৰু সমাজৰ দাপোণ স্বৰূপ। ই এটা জাতিৰ পৰিচয় দাঙি ধৰাৰ লগতে বহু জাতি সম্বলিত এখন সমাজৰ পৰিচয়ো দাঙি ধৰে। এটা জাতি বা এখন সমাজক বুজিবলৈ সংস্কৃতিয়ে যিদৰে সহায় কৰিব পাৰে অন্য কোনোৱে তেনেদৰে সহায় কৰিব নোৱাৰে।

পুৰুষ আৰু প্ৰকৃতিক লৈয়ে সমাজ। অকল পুৰুষ বা অকল প্ৰকৃতি স্বৰূপ নাৰীক লৈ এখন পূৰ্ণাঙ্গ সমাজ হ'ব নোৱাৰে। এটাক বাদ দিলে আনটো আধৰুৱা হৈ ৰয়। আদিম যুগৰ পৰা বৈদিক যুগ ধৰি পুৰুষ-নাৰীৰ সুশ্ৰাব্য অবাধ মিলন সংঘটিত হোৱাৰ বিষয়ে অমৰ মহাকাব্য ৰামায়ণ আৰু মহাভাৰতৰ কাহিনীত পোৱা যায়। মহাপণ্ডিত ৰাহুল সাংকৃত্যায়নৰ বিখ্যাত গ্ৰন্থ 'ভল্গা সে গংগা'তো উল্লেখ আছে। যুগৰ দাবীত সময়ত সেই অবাধ মিলনৰ ধাৰা ৰহিত হয়। পুৰণি কালত এগৰাকী পত্নীৰ একাধিক পতি আৰু এজন পতিৰ একাধিক পত্নী থকাৰ কথা জনা যায়। আজি পত্নীয়ে একাধিক পতি ৰখাৰ নিয়ম নাই যদিও পতিয়ে একাধিক পত্নী ৰখাৰ নিয়ম কম বেছি পৰিমাণে আছে। অভাৱ-অনাটনৰ মুখ নেদেখা ৰজা-জমিদাৰসকলৰ মাজত এই প্ৰথাৰ বেছি প্ৰাদুৰ্ভাৱ থকা দেখা গৈছিল। সৰ্বসাধাৰণৰ ভিতৰত কিছু পৰিমাণে থাকিলেও অৰ্থনৈতিক সমস্যাই তাৰ ৰূপ সলনি কৰে। আনকি পূৰ্বাপৰ চলি অহা ভালেখিনি ব্যয়-বাহুল্য ৰীতি-নীতি সংকুচিত হৈ পৰে আৰু 'শক্তি অনুসাৰে ভক্তি' হিচাপে চলিব ধৰে।

চাহ বাগিচাৰ সংস্কৃতি বুলিলে আজিৰ পৰা প্ৰায় ডেৰশ বছৰৰ আগতে, উৰ্বৰা অসম ভূমিত চাহ খেতি আৰম্ভ হোৱাৰ লগে লগে ভাৰতৰ

বিভিন্ন প্ৰান্তৰ পৰা 'চল মিনি আসাম যাব' বুলি অসমলৈ আহি অসমত থিতাপি লোৱা, ভিন্ ভিন্ স্বজাতীয় স্বকীয় সাংস্কৃতিক জীৱনৰ অধিকাৰী হোৱা আৰু সময়ৰ বালিত সকলো এক কৰ্মৰাজিৰ মাজেদি গৈ মিলন ঘটাত, এটি কলি দুটি পাতৰ আঁৰত এক সংমিশ্ৰণ উমৈহতীয়া যি সংস্কৃতিৰ সৃষ্টি হ'ল---সেয়ে আজি চাহ বাগিচাৰ সংস্কৃতি।

প্ৰত্যেক সমাজৰে নিজা স্বকীয় সংস্কৃতি, ৰীতি-নীতি আচাৰ-ব্যৱহাৰ, পূজা-পাৰ্বণ সাজ-পোছাক নৃত্য-গীত আৰু ব্যৱহাৰিক বাদ্য-যন্ত্ৰ আছে। এইবোৰে সমাজ এখনৰ পৰিচয় মানৱ জাতিৰ আগত দাঙি ধৰে। ভাৰতৰ অন্যতম আদিবাসী দ্ৰাবীৰী জাতিৰ বংশধৰ চাহ জনজাতিসকল অসমভূমিত পোনতে অৱহেলিত আৰু হেয় জ্ঞান মনোভাবৰ মাজেৰে কুলি হিচাপে পৰিচিত হৈছিল। চাহ বাগিচাৰ সৰ্বজনবিদিত 'কুলি লাইন'-বোৰেই তাৰ নিদৰ্শন। চাহ বাগিচাৰ সংস্কৃতিত আদিবাসী বা দ্ৰাবীৰী সংস্কৃতিৰ প্ৰভাৱ থকা দেখা যায়। আদিবাসীসকলক সাম্প্ৰতিক অসমৰ জনজাতিসকলৰ লগত বিজাৰ পাৰি। ভাৰতৰ আদিবাসীসকল জড় উপাসক আছিল। অসম ভূমিত থিতাপি লোৱা তেওঁলোকৰ বংশধৰ চাহ জনজাতিসকলো জড় উপাসক। বায়ু, সূৰ্য, বৰুণ, গছ, সাপ, বাঘ, পাহাৰ আদিক পূজা কৰাৰ ৰীতি-নীতি আছে। ভূত-প্ৰেতৰ অনুভৱ বৰকৈ কৰে বাবে বলি বিধান সহকাৰে ভূত-প্ৰেতৰ পূজা পাতল মন দি কৰা দেখা যায়। তাৰ মাজতে চলি আছে তন্ত্ৰ-মন্ত্ৰৰ পূৰ্বাগৰ প্ৰচলন। পশু-পক্ষীৰ বলি দিয়াৰ উপৰিও নৰবলি দিয়াৰ প্ৰথা বিদ্যমান। সমাজৰ, জাতি-উপজাতিৰ ভাগে ভাগে বিবিধ জীৱ-জন্তু বধ কৰি ভক্ষণ কৰাৰ নিয়ম আছে। বৈদিক ৰীতি-নীতি অনুসাৰে সামাজিক কাজ-কৰ্ম কৰাও জাতি আছে। আদিবাসী ৰীতি-নীতিৰ মাজেৰে যোৱা জাতি উপজাতি আৰু বৈদিক ৰীতি-নীতিৰ মাজেৰে যোৱা জাতি-উপজাতি সম্বলিত চাহ জনজাতিসকল আৰ্থ-সামাজিক শিক্ষাৰ ক্ষেত্ৰত পিছপৰা বুলি ক'ব পাৰি। অভাৱ-অনাটনৰ মাজত থাকি মানসিক ভাৱে দুৰ্বল হৈ পৰাত কুৰি শতিকাৰ যুগতো ভূত-প্ৰেত ঝাড়া-ফুকা তন্ত্ৰ-মন্ত্ৰৰ ওপৰত নিৰ্ভৰ কৰিব লগা হয়। অন্ধবিশ্বাসী মনবোৰক আন্ধাৰে আৱৰি ৰাখে। ঘৰৰ ভিতৰবোৰো আন্ধাৰ কৰি ৰাখে। ভিতৰ ঘৰখন আন্ধাৰ কৰি নাৰাখিলে ভূত-প্ৰেত থকাত অসুবিধা পায় আৰু তেতিয়া ঘৰখনৰ অমঙ্গল হয় বুলি ভাবে। সেয়ে বাহিৰত, গোহালি বা ভঁড়ালৰ কাষত ভূত-থান ৰখাৰ উপৰিও ভিতৰ ঘৰত পোহৰ সোমাব নোৱাৰা কোঠাত একোখন ভূত-থান পাতি যথা বিহিত ভূত-প্ৰেতৰ পূজা কৰে।



চাহ জনজাতিসকলে 'যত জীৱ জঙ্গম, কীট-পতঙ্গম, আগগন জগ তেৰি কায়া' কথাষাৰ আগত ৰাখিয়েই বোধ হয় সকলোবোৰ ভূত-প্ৰেতক সন্তুষ্ট কৰিবৰ যত্ন কৰে। পণ্ডিতপ্ৰৱৰ ৰাহুল সাংকৃত্যায়নৰ মতে অতীত কালত আৰ্য-সমাজৰ মাজত অনাৰ্যৰ ব্যৱহৃত গো-মাংস ভক্ষণ কৰাৰ নিয়ম আছিল। পিছত কৃষি কৰ্ম কৰিবলৈ আৰু গাখীৰ খাবলৈ গৰুৰ অভাৱ পৰিলক্ষিত হোৱাত সময়ত সেই প্ৰথা বন্ধ হৈ যায় বুলি জনা যায়।

বুৰঞ্জীয়ে স্মৰণ কৰিব পৰা যুগ ধৰি সময় সাপেক্ষে ভাৰতীয় সংস্কৃতি সংস্কাৰৰ মাজেৰে পৰিবৰ্তিত হৈ আহিছে। চাহ জনজাতিৰ সংস্কৃতি বা চাহ বাগিচাৰ সংস্কৃতি তাৰ ব্যতিক্ৰম নহয়। অসমৰ হাৱা-পানীৰ মাজত থকা চাহ বাগিচাৰ উমৈহতীয়া সংমিশ্ৰণ সংস্কৃতিত অসমীয়া সংস্কৃতিৰ প্ৰভাৱ পৰিছে। যাৰ ফলত দুয়োটা সংস্কৃতি অজানিতভাৱে দুয়ো দুয়োৰে ওচৰ চাপি যোৱা দেখা গৈছে। বহাগ বিহুত গো-সেৱা কৰা আৰু হুঁচৰি গোৱা যিদৰে অসমীয়া সংস্কৃতি ঠিক সেই দৰে সহঁৰাই পৰৱত গো-সেৱা কৰা আৰু জাহ্‌লী (হুঁচৰি স্বৰূপ) গোৱাটো চাহ বাগিচাৰ সংস্কৃতি। অসমীয়া সমাজে হুঁচৰিত গাইছে-- 'দেউতাৰ পদূলিত গোন্ধাইছে মধুৰি/কেতেকী মলে মলাই ঐ গোবিন্দাই ৰাম।' ঠিক সেই একে দৰেই চাহ জনজাতি সমাজে জাহলীত গাইছে,-- 'ফালানাকে ঘৰে ভালা তুলসীকা পিণ্ডা হো/ওপৰে যে উড়ে হাঁসা ৰাজা ৰে।' দুয়োৰে ভাবাৰ্থ একেই। বহাগ বিহুত অসমীয়া সমাজে আঁহতৰ তলত নৃত্য-গীত কৰাৰ দৰে কৰম পৰৱত চাহ জনজাতি সমাজে কৰম বা চিকা মৰলীয়াৰ তলত নৃত্য-গীত কৰে। কৃষি উৎসৱৰ লগত দুয়োবিধৰে সম্বন্ধ আছে।

চাহ জনজাতি সমাজে জাতি আৰু স্থান ভেদে কম বেছি পৰিমাণে পালন কৰা পূজা-পাৰ্বণবোৰ হ'ল-- (১) কৰম পূজা (২) টুসু পূজা বা পৌষ পৰৱ (৩) গৰয়া পূজা বা কালী পূজা বা সহঁৰাই পৰৱ (৪) গ্ৰাম পূজা (৫) ফাকুৱা পৰৱ (৬) ফুছপুনী মাৰ পূজা (৭) বড় পাহাড়ী পূজা (৮) বীৰ পূজা (৯) চাৰুল পূজা (১০) কুড়াল বাগদেই পূজা (১১) সূৰ্যাহী পূজা (১২) ক্ষেত্ৰ পূজা (১৩) প্ৰথম মাঘৰ অনুষ্ঠান (১৪) দুৰ্গা পূজা (১৫) মনসা পূজা (১৬) কুকুৰা যুঁজ (১৭) মংলা পূজা (১৮) দেৱালী উৎসৱ (১৯) ধৰম পূজা (২০) গংগা পূজা (২১) বাঘূত পূজা (২২) ভূত পূজা (২৩) সত্যনাৰায়ণ পূজা (২৪) ত্ৰিনাথ মেলা (২৫) লক্ষ্মীপূজা (২৬) তুলসী পূজা (২৭) গণেশ পূজা (২৮) শীতলা পূজা (২৯) জন্মাষ্টমী (৩০) শিৱৰাত্ৰি (৩১) চড়ক পূজা ইত্যাদি।

তেওঁলোকৰ গীত-মাতবোৰ হ'ল, (১) ঝুমইৰ গীত (২) দমকচ গীত (৩) টুসু গীত (৪) সহঁৰাই গীত (৫) সাদী গীত (৬) মনসা গীত (৭) কাঠী নাচৰ গীত (৮) ঘেৰা গীত (৯) লৰি বা ছেনা খেলা গীত ইত্যাদি। সেই দৰে সচৰাচৰ নৃত্য-নাচবোৰ হ'ল-- (১) ঝুমইৰ নৃত্য (২) টুসু নৃত্য (৩) কাঠী নৃত্য (৪) দণ্ড নাচ (৫) দমকচ নৃত্য (৬) নটুৱা নৃত্য (৭) ঝাণ্ডা নাচ ইত্যাদি। ব্যৱহৃত বাদ্য-যন্ত্ৰবোৰ হ'ল-- (১) ঢাঁক (২) ঢোল (৩) মাদল (৪) ধুমচা বা নাগৰা (৫) ডাফলা (৬) শাহনাই (৭) মদনভেড়ী (৮) মুৰুলী (৯) ঝাঁঝ ইত্যাদি। চাহ জনজাতি সমাজৰ সামগ্ৰীকভাৱে সকলো সাঙুৰি ৰখা লিখিত ৰূপত কোনো ভাষা নাই যদিও কথিত ৰূপত 'সাদানী' আৰু 'খৰটা' ভাষাৰ যি বহুল ৰূপত প্ৰচলন আছে ইয়ে চাহ জনজাতি সমাজখনক একত্ৰিত কৰি ৰাখিছে আৰু সংযোগী ভাষাৰ স্থান অধিকাৰ কৰিছে। চাহ বাগিচাৰ ভাষা-সংস্কৃতি এই দুই সংযোগী ভাষা সাদানী আৰু খৰটাৰ মাধ্যমেৰে আগবাঢ়ি যাব ধৰিছে। চাহ বাগিচাত তথা চাহ জনজাতিৰ মাজত সংমিশ্ৰণ ৰূপত গঢ় লৈ উঠা ভাষাটোক সাধাৰণতে 'বাগানীয়া ভাষা' হিচাপে অভিহিত কৰা হয়।

ওপৰত উনুকিয়াই অহা চাহ জনজাতিসকলে পালন কৰা উল্লেখনীয় কিছুমান পূজা-পৰ্বৰ সংক্ষিপ্ত বিৱৰণ তলত দাঙি ধৰা হ'ল।

কৰম পূজা ঃ

ভাদ মাহৰ শুক্লা একাদশী তিথিত কৰম পূজা পালন কৰা হয়। কৰম পূজা বুলি ক'লে চাহ জনজাতিৰ ডেকা-গাভৰু আনকি বুঢ়া-বুঢ়ীসকলৰো গা-মন নাচি উঠে। বয়সৰ বাধা নেমানি মনৰ উল্লাহত সকলোৱে যেন পূৰ্ণ যৌৱন লাভ কৰে। জাতি ভেদে ব্যক্তিগতভাৱে সকলোৱে এই পূজা নকৰিলেও সামূহিকভাৱে পতা কৰম অনুষ্ঠানত সকলোৱে যোগদান কৰে। 'ঝাৱাঁ ধৰা' এই পূজাৰ প্ৰধান অংগ। পূজাৰ তিনি, পাঁচ বা সাত দিনৰ আগতে মাহিলাসকলে নদীৰ ঘাটত গা-পা ধুই ধূপ-ধূনা জ্বলাই পুষ্প আৰতি কৰে আৰু নতুন টোপা বা পাচিত বালি ভৰায়। উপবাসে থোৱা মহিলা বা কৰমতীসকলে বালিৰ পাচিত ধান-বাজৰা, বুট-মণ্ড, মাটিমাহ, সৰিয়হ আদি সিঁচি দিয়ে। পূজাৰ দিনালৈ সেই সিঁচি দিয়া বস্তুৰ গজালি উঠে। নৈৰ ঘাটৰ পৰা বালি ভৰাই পাচিত অনা পৰ্বটোক বালি-উঠা বা ঝাঁৱা ধৰা বোলে। ঝাঁৱা ধৰাৰ পাছৰে পৰা কোনো হাই-হোল্লা, কাজিয়া-পেচাল যাতে নহয় তালৈ চকু ৰাখে। নহ'লে কৰম দেৱতা অসন্তুষ্ট হ'ব



পাৰে বুলি আশংকা কৰা হয়। কৰমতীসকলে সেইদিনাৰ পৰা গৰম পানী বা চাহ পানী আদি ফুৱাই নাখায়। খালে ঝাঁৱাবোৰ লেৰেলি যাব পাৰে বুলি বিশ্বাস কৰে। ঝাঁৱা মৰিলে অথবা লেৰেলি গ'লে হেনো কৰমতীসকলৰ মনোবাঞ্ছা পূৰ্ণ নহয়। কৰমতীসকলে সাত্বিক জীৱন যাপন কৰাৰ নিয়ম। নদীৰ পৰা ঝাঁৱা আনি যাৰ ঘৰত ৰখা হয় সেই ঘৰত সদায় সন্ধিয়া চাকি-বন্তি, ধূপ-ধূনা জ্বলাই অলপ অচৰপ ঝুমইৰ নৃত্য-গীত কৰে। ইয়াক ঝাঁৱা জাগৰণ কৰা বোলে। পূজাৰ বাবে যি জোপা গছৰ ডাল অনা হ'ব সেই গছজোপাৰ তলত দুদিন মানৰ আগতে বাদ্য-যন্ত্ৰ বজাই গীত-মাত কৰি আহে। ইয়াৰ দ্বাৰাই গছ-জোপাক জাননী দি অহা হয়। সচৰাচৰ কৰম গছৰ ডাল কাটি অনা হয়। কিছুমানে কদম গছৰ ডাল আনিও পোতে। ইয়াৰ বাহিৰে কিছুমানে বাঁহগছ, বৰগছ, জৰীগছ, কুঁহিয়াৰ গছ অথবা গোটা বাঁহ ফালি কামি যেন কৰি মোটোকাই ফুল কৰিও পুতি লয়। বাঁহ ফালি ফুল যেন কৰি পতা কৰমক 'ফুল কৰম' বোলে আৰু ডাল পুতি পতা কৰমক 'ডাল কৰম' বোলে। পূজাৰ দিনা কৰমতীসকলে চোতালত কৰমবেদী স্থাপন কৰে আৰু চাকি-বন্তি, ধূপ-ধূনা জ্বলাই ফল-ফুলেৰে যথাবিহিত চুমান বা আৰতি কৰি সন্ধিয়া পৰত গছৰ ডাল পুতি নদীৰ পৰা আনি থোৱা ঝাঁৱাখিনি অৰ্পণ কৰি সেৱা সৎকাৰ কৰে। তাৰ পাছত বেদীৰ কাষত সকলো বহি পুৰোহিত স্বৰূপ 'কহনী বুঢ়া'ই কোৱা কৰম পূজাৰ কাহিনী শুনে। কাহিনী শুনাৰ পাছত তাত গোটেই ৰাতি ঝুমইৰ নৃত্য-গীত চলে। কাহিনী মতে প্ৰাচীন কালত অযোধ্যাত কৰমা আৰু ধৰমা নামেৰে দুজন ককাই-ভাই আছিল। কৰমা ডাঙৰ আৰু ধৰমা সৰু। কৰমাৰ সাতজনী ঘৈণীয়েক। ধৰমা অবিবাহিত। ধনে ধানে কৰমাহঁতৰ অৱস্থা বেছ ভাল আছিল। এবাৰ ঘৰ চলোৱাৰ সকলো দায়িত্ব ভায়েকৰ হাতত এৰি দি বেপাৰ কৰিবলৈ বহুত দূৰলৈ গৈছিল। সংসাৰৰ আওভাও নোপোৱা ভায়েকে ঘৰ চলাওতে চকুৰে সৰিয়হ ফুল দেখিছিল। ধৰমাৰ এনে অৱস্থা দেখি ভগবানে বামুণ বেশেৰে আহি কৰম পূজা কৰিবলৈ ক'লে আৰু তেতিয়াহে সুকলমে ঘৰ চলাব পাৰিব বুলি ক'লে। বামুণৰ কথা শুনি ধৰমাই কৰম দেৱতাৰ পূজাৰ আয়োজন কৰে। ইফালে এনেতে ককায়েক কৰমাও বেপাৰ কৰি ঘূৰি আহি ঘাট পায়। নদীৰ ঘাট পাই ভায়েকলৈ খবৰ পঠিয়ালে যে মানুহ-দুনুহ আনি ঘাটৰ পৰা বস্তু-বাহানিবোৰ নিয়াৰ ব্যৱস্থা কৰিব লাগে আৰু তেওঁ ঘৰলৈ যাবৰ কাৰণে কিবা যান-বাহন এখন লৈ আহিব লাগে। পিছে ভায়েকে নবৌয়েকহঁতৰ লগত ঘৰত পূজাৰ কামত খুব ব্যস্ত হৈ থাকিব

লগা হোৱাত নদীৰ ঘাটলৈ যাব নোৱাৰিলে। ককায়েকে বহুপৰ ঘাটত বৈ কাকো নহা দেখি খঙত খোজ কাঢ়িয়েই ঘৰ পালেগৈ । ঘৰত গৈ দেখে যে তেওঁৰ ভায়েক, তেওঁৰ পৰিবাৰ ঘৰৰ সকলো মানুহ পূজাৰ কামত লাগি আছে। তেওঁ অহালৈ কাৰো ভ্ৰুক্ষেপ নাই। তাকে দেখি খঙত অগ্নিশৰ্মা হৈ কৰমাই পূজাৰ বেদীত গোৰ মাৰি সকলো লণ্ড-ভণ্ড কৰি দিলে আৰু কৰম ডালটোকো উভালি পেলাই দিলে আৰু গালি শপনি পাৰি সকলোকে সাত উদ্ধাৰ কৰিলে। তেতিয়াৰেপৰা এসময়ৰ ধনী মানী কৰমাৰ অৱস্থা দিনক দিনে বেয়া হৈ এদিন একেবাৰে লাওলোৱা অৱস্থা হ'লগৈ। কৰম দেৱতাৰ কোপ দৃষ্টিৰ ফলত ভিক্ষাৰীত পৰিণত হোৱা কৰমাক কোনোবাই ভিক্ষা দিলেও ভিক্ষা লৈ অহা চাউল ঘৰত তুঁহগুৰি হৈ পৰে। ফলত কৰমাৰ দুখ দুৰ্দশা কুলাই পাচিয়ে নধৰা হ'ল। এনে অৱস্থাত তেওঁৰ ঘৰলৈ এদিন এজন জ্যোতিষী আহিল। জ্যোতিষীয়ে চাই চিতি ক'লে যে তেওঁৰ ওপৰত কৰম দেৱতাৰ বিতুষ্ট হোৱাৰ কাৰণে এনে দুৰাৱস্থা হৈছে। গতিকে কৰম পূজা পাতি কৰম দেৱতাক সন্তুষ্ট কৰিব পাৰিলে সকলো ঠিক হৈ যাব। জ্যোতিষীৰ কথা মতে কৰম পূজা কৰিবলৈ মনস্থ কৰি সাতনদীৰ সিপাৰত থকা কৰম গছৰ ডাল আনিবলৈ যাত্ৰা কৰিলে। যাওঁতে বাটত খুব পিয়াহ লগাত পুখুৰী এটাত পানী খাবলৈ গৈ দেখে যে পুখুৰীৰ পানীত বিবিধ ধৰণৰ পোক ভৰি আছে। পানী খাব নোৱাৰি মনৰ দুখত গৈ থাকিল। ইফালে ভোকো লাগিছে খুব। অলপ দূৰ যোৱাৰ পাছত দেখিলে গছত বগৰী, ডিমৰু আদি পকী আছে। উপায় নেপাই ভোকত পকি থকা বগৰী, ডিমৰু আদি খাবলৈ গৈ দেখে যে সেই ফলবোৰতো পোকে কিল্‌-বিলাই আছে। বাটত পোৱা অহিৰ বা গোৱালাৰ খুটিত গৈ খাবলৈ ভোকত গাখীৰ বিচৰাত গাখীৰ দিয়া গাই আৰু দামুৰি দুটা ভিৰাই দৌৰ মাৰি পলালত গাখীৰ খোৱাও নহ'ল। ভাগৰত খোজ কাঢ়িব নোৱাৰি ঘোঁৰাশাল এটা পাই শালৰ মালিকক কাকুতি মিনতি কৰি যেনেতেনে এটা লেঙেৰা ঘোঁৰা ল'লে যদিও লেকাম লগাওতে ঘোঁৰাটো পলাই পত্ৰং দিলে। বাটত লগ পোৱা হাতী, ম'হ, ছাগলী আদি কাৰোৰে পৰা একো সহায় নেপালে। অৱশ্যে প্ৰত্যেকেই আজি তেওঁক কিয় সহায় কৰিবলৈ অসমৰ্থ হৈ পৰিছে এই কথা কৰমদেৱতাক যেন সুধি আহে। সৰু নদীবোৰ যেনেতেনে পাৰ হ'ল যদিও শেষৰ ডাঙৰ নদীখন পাৰ হ'ব নোৱাৰি বিপাঙত পৰিল।। এনেতে দেখিলে নদীৰ পাৰৰ বালিত মস্ত ঘৰিয়াল এটা পেট পেলাই পৰি আছে। উপায় নেপাই ঘৰিয়ালটোকে নদীখন পাৰ কৰি সহায় কৰিবলৈ



অনুৰোধ কৰিলে। ঘৰিয়ালে নদী পাৰ কৰি দিব যদিহে তাৰ সদায় অসহ্য পেটৰ বিষ কিয় হৈ থাকে আৰু তাৰ প্ৰতিকাৰৰ বিধান কৰম দেৱতাক সুধি আহে। ঘৰিয়ালৰ কথাত কৰমা মান্তি হোৱাত নদী পাৰ কৰি দি ঘূৰি নহা পৰ্যন্ত পাৰতে পৰি থাকিল। জ্যোতিষীয়ে কৈ পঠোৱা মতে নদী পাৰ হৈ নিৰ্দিষ্ট ঠাই ডোখৰ পালে হয় কিন্তু কৰম গছৰ বিষয়ে জনা বুঢ়া-বুঢ়ীহাল মৰি থকা দেখি সকলো মনোকামনা অথলে গ'ল বুলি বুকু ভুকুৱাই কান্দিব ধৰিলে আৰু কান্দি কান্দি মৰি থকা বুঢ়া-বুঢ়ীৰ ভৰিত পৰি সেৱা কৰিলে। কৰমাৰ একাগ্ৰ আৰু শুদ্ধ মনোকামনাৰ প্ৰমাণ পাই প্ৰমাণ কৰিবলৈ বুঢ়া-বুঢ়ীৰ ভাও জুৰি মৰি পৰি থকাৰ পৰা কৰম দেৱতা আৰু কৰম ৰাণীয়ে মৰাৰ পৰা উঠি কৰমাক কৰম গছৰ সন্ধান দিলে। কৰমাই কৰম ডাল পাই বাটত পাই অহাবোৰৰ বিষয়ে সকলো সুধি-মেলি আৰু প্ৰতিকাৰৰ বিষয়ে জানি বুজি লৈ বুঢ়া-বুঢ়ীৰ পৰা বিদায় ল'লে। আহি প্ৰথমে ঘৰিয়ালক ক'লে যে আগতে সি বহুত মানুহ-দুনুহ খাইছে আৰু সেই মানুহবোৰৰ গাত যি অলংকাৰ-পাতি আছিল সেইবোৰ তাৰ পেটত জমা হৈ থকাৰ কাৰণে পেটৰ বিষ হৈ থাকে। বমি কৰি পেটৰ পৰা উলিয়াই অলংকাৰখিনি কাৰোবাক দান কৰিলে পেটৰ বিষ ভাল হৈ যাব। কথা শুনি ঘৰিয়ালটোৱে বমি কৰি সকলোবোৰ অলংকাৰ পেটৰ পৰা উলিয়াই কৰমাক দি দিলে আৰু তেতিয়াৰ পৰা পেটৰ বিষো ভাল পালে। সেইদৰে পুখুৰী, বগৰী, ডিমৰু আদিৰ তলত পোত খাই থকা ধন-সোণৰ লগতে গৰু-ঘোঁৰাশালৰ তলত থকা সকলোবোৰ ধন-সোণ প্ৰত্যেকে বাহিৰ কৰি কৰমাক দান কৰিলে আৰু পাপৰ পৰা মুক্তি লাভ কৰিলে। বাটত লাভ কৰা ধন-সোণ সোপাকে লৈ আহি আনন্দ মনেৰে লগত অনা কৰমডাল চোতালত পুতি যথা বিহিত থাপনা পাতি ভক্তি সহকাৰে কৰম দেৱতাৰ পূজা কৰে। পূজাৰ পাছৰে পৰা দিনক দিনে কৰমাৰ অৱস্থা ভাললৈ আহিব ধৰিলে। কৰম বুঢ়াই কৈ থকা এই কাহিনী ভাগৰ, মাজে-মাজে কৰমতীসকলে কৰম বেদিত ফল-ফুল, ৰুটি-পিঠা, আৰু গাখীৰ-পানী আদি আগবঢ়াই থাকে । লগতে কৰমতীসকলক উদ্দেশ্য কৰি কৰম বুঢ়াই প্ৰশ্ন কৰে--"কৰম ধইৰকে কি পাইলি ?" উত্তৰত কৰমতীসকলে নিজা নিজা মনোবাঞ্চা অনুসৰি কয়--'খিৰা মতন বেটা পাইলি / কৃষ্ণ মতন স্বামী পাইলি / ৰাধা মতন সতীন পাইলি / লক্ষ্মণ মতন ভাই পাইলি' ইত্যাদি ইত্যাদি। কাহিনী কোৱা শেষ হ'লে কহনী বুঢ়া বা কৰম বুঢ়াক যথাযোগ্য মাননী দি বিদায় দিয়ে আৰু ঝুমইৰ গীত নাচৰ আৰম্ভ কৰে। গোটেই

নিশা নৃত্য-গীত চলে। ৰাতি বেছি হৈ যোৱাৰ লগে লগে প্ৰহৰ অনুযায়ী গাৱলগীয়া গীত গাই মাদলৰ তালে তালে ডেকা-গাভৰু, জীয়ৰী-বোৱাৰী, বুঢ়া-বুঢ়ী নিৰ্বিশেষে ধৰাধৰিকৈ বৃত্তাকাৰে ঘূৰি ঘূৰি নাচে। প্ৰহৰ অনুযায়ী ভাগ কৰা ঝুমইৰ গীতবোৰক ঝিংগা-ফুলীয়া, ডাঁৰশালীয়া, সোণাফুলীয়া আৰু আদৰসীয়া বা ভিনসৰিয়া নামেৰে নামকৰণ কৰা হৈছে। নাচিবলৈ অপাৰগ বুঢ়া-বুঢ়ীসকলে বহি বহি গোৱা ঝুমইৰ গীতক 'বৈঠকখানা' বোলে। গীতৰ মাজে মাজে ৰসাল ছুটি 'খেমটা' নামৰ যি গীত গোৱা হয় তাক ঝুমইৰ গীতৰ 'ৰং' বোলে। ৰংবোৰে গীতক অধিক শুৱলা শ্ৰুতিমধুৰ কৰি তোলে। পূজাৰ পিছদিনা বেলি উঠাৰ লগে লগে কৰম ডাল উভালি ৰীতি অনুযায়ী নদীত বিসৰ্জন দিয়ে আৰু গাতটোত কৰমতীসকলে প্ৰত্যেকে একো মুঠি মাটি দি পুতি পেলায়। ইয়াক 'গাড়া ভাতা' বোলে। বছৰত কৰম পৰব বা কৰম পূজা বেলেগ বেলেগ তিনিটা সময়ত তিনিবাৰ পতাৰ নিয়ম আছে। ভাদৰ মাহৰ শুক্লা একাদশীত 'জিতিয়া কৰম', আহিন মাহৰ বিজয়া দশমীত 'বুঢ়ী কৰম' আৰু আঘোণ মাহৰ পূৰ্ণিমাত 'ৰাস কৰম' নামেৰে পতাৰ নিয়ম থাকিলেও সাধাৰণতে ভাদ মাহৰ জিতিয়া কৰমেই বেছি পতা হয়। আনবোৰ সিমান পতা নহয়। কৰম পূজাৰ বিষয়ে বগা চাহাব W. G. Arcaer য়ে মন্তব্য দি গৈছে এইদৰে -- "The Karam festival occurs in August at the climax of the monsoon, when the paddy is standing in the fields ; but has not yet come to ear."



ঝুমইৰ গীত

(১) ৰাঁচী সে আলাই গাড়ী
চৈড় গেলাই তাড়া তাড়িৰে,
ৰহি গেলাই ছড়া ছড়ি
এখন ভেলাই বুঢ়া-বুঢ়ীৰে।
চলতে চলতে জীৱন ভেলাই ভাৰি
কিয়তে আসাম হামি চাড়ি।
আসামকে কাঁচা সনা
পাতা ভেলাই কলি কলিৰে
লভে লহা ৰহি মৰি হাইৰে হায়,
ৰাঁচী পুৰুলীয়া চাড়ি
আৰত যাৰত ৰেলগাড়ীৰে
লভে লহা ৰহি মৰি হাইৰে হায়।
মনে উঠে মনস্তাপ
দিব নাকি জলে ঝাপ
ঝাপ দিলে ডুবিয়ে মৰিব
হাইৰে, মৰ শ্যামকে কাঁহা দেখা পাব॥

(ৰং) শ্যামকে হামি নাদেখিলে
হই দিশা হাৰাহে,
শ্যাম হামাৰ নয়নেৰ তাৰা।
ঐ যে ছিল বুঢ়া পাখুড়
উড়ে চলে গেল হে
শ্যাম হামাৰ নয়নেৰ তাৰা॥

(লোভত পৰি ৰাঁচী, পুৰুলীয়া আদিৰপৰা গাড়ীৰে আহি অসমতে থাকি গ'লো। চাহ বাগিচাৰ পৰা ঘূৰি যাব নোৱাৰি পানীত জাপ দি কেতিয়াবা মনৰ দুখত মৰিবলৈ মন যায়। পিছে মৰিলে যে মোৰ প্ৰিয়জনক দেখা নাপাম !)

(২) আখড়া বন্দনা কৰি
স্বৰস্বতী মাইগ হৰি,
বসন্ত বন্দনা বেজনাৰী
মদনে ঝুমইৰ লাগল ভাৰি ॥
আইসগ' মা স্বৰস্বতী
কণ্ঠে দেও বৰগ'
বাঁশী স্বৰে হামৰা
খেলিব ঝুমইৰ গ'
বাঁশী স্বৰে ॥

( হে স্বৰস্বতী, মদনত যি ঝুমইৰ নাচৰ আখড়া চলিছে তাত যাতে সুন্দৰভাৱে গাব পাৰো আৰু বাঁহীৰ সুৰে সুৰে যাতে নাচিব পাৰো, তাক যেন আশীৰ্বাদ কৰা ।)

(৩) কণ ফুলে হাঁসিব
কণ ফুলে খেলিব
কণ ফুলেৰ সংগে যাব ভাই সাজন।
জুহী ফুলেৰ সংগে
যাব ভাই সাজন ॥
লাল শালুকেৰ ফুল
ৰাত্রে ফুটে লাল গ'
কণ ফুলটা কত মধু
গণিতে নাপাৰি গ' ॥
কাশী ফুল ফুটি গেল
আশা মোৰ লাগি গেল
কবেৰে আৱত ভায়া ঘৰ সাজন
কবেৰে------॥
বাৰ মাসেৰ বাৰ ফুল
ভাদ মাসে কিয়াৰে,
কিবা দৰে ছাড়ে গেল
অভাগিনীৰ পিয়াৰে ॥

(ফুলৰ লগত হাঁহি ধেমালি কৰিম। কোনটো ফুল কিমান মধুৰ ধৰা টান। কাশী ফুলো ফুলিল। ভাদ মাহ। প্ৰিয়া আজি কাষত নাই।)



(৪) শিশিৰে কি ফুটে ফুল
বিনা বৰিষণে,
বচনে কি মানে মন
বিনা দৰশনে।
কিবা হাড়ি কিবা ডম
পীড়িতে মজিল মন,
মিছাই ধনী কৰিছ ৰদন
ভাবিলে কি হইবে এখন।
তুমি তৰু আমি লতা
বান্ধিয়ে ৰাখিব এথা,
যাও দেখি কোথা যাবে
আমাকে ছাড়িয়েহে।
এক খিলি পাণ দিয়ে
আশা দিয়ে ৰাখলে,
আৱে বলি হে শ্যাম,
নাহি আৱলে
বৃথা গ' নিশি, জাইগ ৰহলি ॥

(বৰষুণ অবিহনে কেৱল নিয়ৰত ফুল নুফুটাৰ দৰে, দেখা নেপাই কেৱল কথাবোৰ শুনি থাকিলেই মন সন্তুষ্ট নহয়। প্ৰেমত জাত পাত নাই। চিন্তা কৰি লাভ নাই। তুমি যদি তৰু হোৱা, মই লতা হৈ তোমাক ক'লৈকো যাব নোৱাৰাকৈ বান্ধি থ'ম। এটা পাণ খুৱাই, আহিম বুলি কৈ নাহি মোক মিছাতে গোটেই নিশা উজাগৰে ৰাখিলা।)

(৫) গাছেৰ মধ্যে তুলসী
পাতেৰ মধ্যে পাণ,
তিৰিৰ মধ্যে ৰাধিকা
পুৰুষ ভগৱান।
মায়ে বাপে জনম দিল
নাবালকে বিবাহ দিল।
শ্বশুৰ ঘৰে খাটিতে নাপাৰি
খুলিয়ে আসলি লহাৰ খাড়ু ॥

গোলাম খাটিতে নৰ
বিচাৰ কৰি হৱি হৰ,
অন্ত কালে পন্থ ভুলি গেল
কাহে বিধি নৰ জনম দেল।

মাই বাপ দূৰে গেল
মাসী পিয়াসী পিয়াৰী ভেল,
অন্তকালে পন্থ ভুলি গেল,
হাইৰে হায়, কাহে বিধি নৰ জনম দেল ॥

মাই বাপে গালি দেল
অন্তৰ মৰ ফাটি গেল
বাহৰাই যাব গ' মাই
কুলে দাগ দিব,
মৰিব হেৱাব প্ৰাণ
জলে ঝাপ দিব ॥

(গছৰ ভিতৰত তুলসী গছ, পাতৰ ভিতৰত পাণ, নাৰীৰ ভিতৰত ৰাধা, উত্তম আৰু পুৰুষক ভগৱান স্বৰূপ ধৰা হয়। মা-দেউতাই সৰু কালতে বিয়া দি দিয়াত শহুৰ ঘৰত তিষ্ঠিব নোৱাৰি গুচি আহিব লগা হয়। সংসাৰত মা-দেউতা, মাহী-পেহী আদি সকলো মিছা। সকলো মৰম খন্তেকীয়া। এই বৃথা জনমত মা-দেউতাৰ গালি খাই পানীত জাপ দি কেতিয়াবা মৰিবৰ মন যায়।)

(৬) আগবাঁস কাটলি
গুৰিবাঁস কাটলি
মাজ বাঁসে মুৰলী বনাইলি
বাঁশী শুনে হামৰ দিল না সহায়
কেহ বাঁশী বনেৰে বাজায় ॥

ৰাম ৰাজা লক্ষণ ৰাজা
পাতালপুৰে কালী পূজা,
আস ৰাজা দিয় বলিদান
কতি দূৰে বীৰ হনুমান ॥



পাহাৰে পৰ্বতে লতা
ফুল ফুটে ঝপা ঝপা
কেমনে বান্ধিব তদেৰ খোঁচা
ডাল ভাঙিয়ে হইল দশা ॥

আম গাছেৰ জাম দিদি
বুকে কেন ফলেহে,
বাঁকা চঁখেৰ ঠাঁৰ দেখি
নিদ নাহি আৱে হে ॥

আল ধানেৰ পাতলা চিড়া
গামছাঁ বান্ধা দহি গ'
খাবাৰ বেলা মনে পড়ে
প্ৰাণেৰ সখীকে গ' ॥

(বং) মাই ঘুমাইল, বাপ ঘুমাইল
ছেনা ঘুমাইল।
ছেনা ঘুমা, ঘুমা গ',
বান্ধৱ বেচাতী।
ভ্ৰানা নাৰে, নাৰে গ' ভ্ৰানা নাৰে না
ভ্ৰানা না-না নাৰে ॥

(বাঁহীৰ মাত শুনি মন পুলকিত হয়। পাতাল পুৰত কালী পূজা, ৰাম-লক্ষণ-হনুমান তাতে। পাহাৰত গছ-লতা-ফুল, ডাল পৰি খুলি যোৱা থোপাক বন্ধা যায় কেনেদৰে! গাভৰুৰ কথা মনত পৰি টোপনি নাহে। চিৰা খাবৰ সময়ত সখীলৈ মনত পৰে।)

(৭) আৱল ভাদৰ মাস ;
লাগিল নৈহৰেৰ আশ,
কবেৰে আৱত ভায়ামৰ সাজন ॥
আষাড় শাৱন গেল,
ভাদ পূৰ্ণিমা ভেল,
গণি গণি ৰে ভায়া
দিন চলি যায়
দিন গেলে ৰে ভায়া
পিছে পসতায় ॥

(ৰং) একটা ছিল বুড়া গৰু
তাকে হেৰাইলি,
হায় হায়, তাকে হেৰাইলি,
চট ভাইৰে, তাচ খেলে সকল ডুবাইলি ॥

(ভাদ মাহ। মাকৰ ঘৰলৈ যোৱাৰ মন। নিবলৈ ভায়েক কেতিয়া আহিব, তাক ভাবি থাকে। আষাৰ-শাওঁন পাৰ হৈ ভাদমাহ সোমাল। পূর্ণিমা তিথিও পালে। মনলৈ অনুশোচনা আহে, এই দৰেই ভাদ মাহটো পাৰ হৈ যাব বুলি ভাবি!)

(৮) বড় ঘৰেৰ বহু বেটী
পিঠে পড়ে চুল গ'
আয়না দেখে খপা বান্ধে
উড়ে গেন্দা ফুল গ' ॥
চট মট চাঁছ ঘৰ
চাহা পানী গৰম কৰ
খায়ে দায়ে যাবৰে কামজাৰী
ঠিকা কাম বড় দিগ্‌দাৰী ॥

বড় বাবুৰ বড় ছাতী
দুৱাৰে বান্ধিল হাতী,
যত টাকা লাগে গুণগাৰী
তবু না ছাড়িব জমাদাৰী ॥
আম গাছে আম ফলী
পিপড় গাছে টিকলি,
ছড়াৰ হাতে লাল ৰুমাল
ছড়িকে ভুলালি ॥

(ৰং) কাঁশী গেলি পইৰাগ গেলি
গেলি বৃন্দাবন,
ঘৰে বসে ভজৰে মন
দুৱাৰে তুলসী বন ॥

(মহিলাসকলে আয়না চাই খোপা বান্ধে। খোপাত নার্জি ফুল গুজি লয়। পুৱা চাহপানী খাই কামলৈ যাওঁ। ঠিকা কাম কৰিবলৈ বৰ দিগ্‌দাৰী।



বড় বাবুৰ চোতালত হাতী বান্ধিছে। যিমান টকা লাগিলেও জমাদাৰ কাম নেৰে। ডেকা ল'ৰাহঁতৰ হাতে হাতে লাল ৰঙৰ ৰুমাল।)

**টুসু পূজা ঃ**

স্বকীয় ৰূপত থকা চাহ জনজাতিৰ অন্যতম প্ৰধান উৎসৱ হ'ল— টুসু পৰৱ বা টুসু পূজা। অসমভূমিত মাঘবিহু নামে জনজাত। টুসু পূজা মহিলা প্ৰধান উৎসৱ। মাঘ বিহুৰ লগত সামঞ্জস্য থকা এই পৰৱৰ বুৰঞ্জীমূলক এক সুন্দৰ আখ্যান আছে। ভাৰত বুৰঞ্জীৰ পাঠক মাত্ৰেই জানে যে খিলিজী বংশৰ প্ৰতাপী ৰজা আল্লাউদ্দিন খিলিজীয়ে হিন্দুসকলৰ ওপৰত অত্যাচাৰ কৰিছিল। সুন্দৰী ৰাণী পদ্মিনীৰ লোভত চিতোৰ আক্ৰমণ কৰিছিল। সাহসী পদ্মিনীয়ে শত সহস্ৰ ৰমণীৰ সৈতে লগ লাগি 'জহৰ ব্ৰত' গ্ৰহণ কৰিছিল। এই অত্যাচাৰী ৰজাজনে যেতিয়া গুজৰাট আক্ৰমণ কৰে তেতিয়া তাৰ কুৰ্মীৰাজ কৰ্ণদেৱে পুত্ৰদ্বয় সীতাৰাম আৰু ৰঘু ৰামৰ সৈতে পলায়ণ কৰি দুই পুত্ৰক মনে মনে পঞ্জাৱৰ কুলন্দা ৰাজ্যৰ ৰজা বীৰবলৰ ঘৰত থৈ আহে। অন্যতম কুৰ্মীৰাজ বীৰবলে সীতাৰাম আৰু ৰঘুৰামক আপোন পুত্ৰ হিচাপে আদৰ সাদৰ কৰি ৰাখে। সময়ত ৰজা বীৰবলে নিজ কন্যা ৰুক্মিণীক সীতাৰামৰ সৈতে বিয়া পাতি দিয়াৰ আয়োজন কৰে। এনে সময়তে আল্লাউদ্দিনে আম্বলা ৰাজ্যৰ ৰজাৰ মুখত ৰুক্মিণীৰ ৰূপ গুণৰ কথা শুনি বিয়াৰ প্ৰস্তাৱ আগবঢ়ায়। প্ৰস্তাৱ পাই বীৰবল কিংকৰ্তব্য বিমূঢ় হৈ পৰে। ক্ষত্ৰিয় হিন্দুৰ ছোৱালীক মুছলমানৰ হাতত কেনেকৈ দিয়ে? মুখ খুলি নিদিও বুলিও ক'ব নোৱাৰে আল্লাউদ্দিনৰ দৰে এজন অত্যাচাৰী শক্তিশালী প্ৰতাপী ৰজাক। সন্ধিৰ বাঁহ-বুদ্ধিৰে কটাৰ উপায় চিন্তি মুছলমানৰ হাতৰ পৰা জাতিকুল ৰক্ষাৰ কাৰণে এক অভিনৱ কৌশলৰ খেল খেলিলে। বীৰবলে আল্লাউদ্দিনৰ প্ৰস্তাৱত সন্মতি যেন দেখুৱাই পত্ৰ প্ৰেৰণ কৰিলে যে বিয়াৰ পূৰ্বে তীৰ্থ ভ্ৰমণ কৰাটো তেওঁলোকৰ এটা জাতিগত নিয়ম। গতিকে তেওঁলোকে এতিয়া তীৰ্থ ভ্ৰমণ কৰিবলৈ যাব আৰু তাৰ পৰা ঘূৰি অহাৰ পিছতেই ৰুক্মিণীক তেওঁৰ লগত বিয়া দিব। ভিতৰৰ কথা ধৰিব নোৱাৰি আল্লাউদ্দিনে যাবলৈ সন্মতি দিলে আৰু বীৰবলে পৰিয়ালসহ ৰুক্মিণীক লগত লৈ তীৰ্থ ভ্ৰমণৰ নামত কুলন্দ ৰাজ্য ত্যাগ কৰি পূব দিশলৈ পলায়ণ কৰে। এদিন দুদিনকৈ কেবামাহো পাৰ হৈ যোৱাৰ পাছতো বীৰবলহঁতৰ ঘূৰি নহাত ই যে এক অভিসন্ধি আছিল এই কথা বুজি পাই তৎক্ষণাৎ সিহঁতক বিচাৰি ধৰি আনিবলৈ সৈন্য সামন্তক আদেশ

দিলে। আদেশ পাই সৈন্য সামন্ত চাৰিওফালে সিহঁতক বিচাৰি গ'ল। বীৰবলহঁত পূব দিশলৈ যোৱা বুলি গম পাই সৈন্যই পূবফালে বিচাৰি যায়। এই কথা বীৰবলে জানিব পাৰি মৰণত শৰণ দি ছদ্মবেশ ধৰি পৰিয়াল সহ ছোটনাগপুৰলৈ পলাই যায় আৰু আদিবাসী চাওঁতালসকলৰ মাজত আত্মগোপন কৰি থাকে। বৰপাহাৰৰ ওপৰত থকা আমগছ এজোপাত পিন্ধি থকা লগুণবোৰ খুলি ওলোমাই থৈ চাওঁতালী সাজ-পোছাক পিন্ধি চাওঁতালীসকলৰ আখড়া নৃত্যত যোগ দি চিনিব নোৱাৰাকৈ সম্পূৰ্ণ চাওঁতালী হৈ পৰে। ইফালে মুছলিম সৈন্যই বিচাৰি ফুৰোতে এদিন এজন সৈন্যই সন্দেহ কৰি ছদ্মবেশত থকা এজনক নাম ধাম পৰিচয় সোধাত বুদ্ধি কৰি নিজকে চাওঁতালী বুলি কোৱাত আৰু নৃত্যথলীত গাহৰি কাটি ভোজৰ আয়োজন কৰা দেখি তাৰ পৰা আনফালে বিচাৰি গুচি যোৱাত ৰুক্‌মিণীহঁত বাচি যায়। আত্মগোপন কৰি থকা কালত ৰুক্‌মিণীয়ে টুসু মণি নাম লৈছিল বাবে তেতিয়াৰপৰা তাইক সকলোৱে টুসুমণি নামেৰে মাতিছিল আৰু পিছলৈকো টুসুমণি হিচাপেই পৰিচিত হয়। ইয়াৰ কিছু দিনৰ পাছত বীৰবলে বঘুৰামক ৰাজ্যভাৰ গতাই দি আল্লাউদ্দিনৰ বিৰুদ্ধে যুঁজ কৰিবৰ কাৰণে অ'ত ত'ত সিচঁৰিত হৈ থকা হিন্দু ৰজাসকলক এক গোট কৰিবলৈ চেষ্টা কৰি ব্যৰ্থ হৈ মনৰ দুখত কাশীয়েদি কৈলাশলৈ যোৱাৰ পথত মৃত্যু হয়। ইফালে চাওঁতালী ছৰ্দাৰজনৰো মৃত্যু হোৱাত নতুন ছৰ্দাৰৰ পৰা জীৱনৰ কোনো আশা-ভৰষাৰ থল বিচাৰি নোপোৱাত পূৰ্বভূমিৰপৰা চাওঁতালীসকল গুচি যোৱাত টুসুমণিহঁত ৰজা ভৰত সিংহৰ ভূমিজ ৰাজ্য শিখৰ ভূমিত গৈ আশ্ৰয় লয়। ভৰত সিংহৰ কন্যা সুকৃষমণিৰ লগত টুসুমণিয়ে সখী পাতি নিৰাপদে থকাৰ পিছত সীতাৰামৰ লগত টুসুমণিৰ এদিন বিয়া হৈ যায়। বিয়াৰ দিনটো আছিল মাঘ মাহৰ পহিলা তাৰিখ। দাম্পত্য জীৱন সুখৰ মাজেৰে আগবাঢ়ে যদিও সেই সুখ বেছি দিন নাথাকিল। বিয়াৰ ঠিক এবছৰৰ পিছতে পুহ মাহৰ মকৰ সংক্ৰান্তিৰ নিশা এক দুৰাৰোগ্য বেমাৰত সীতাৰামৰ মৃত্যু হয়। স্বামীৰ অকাল মৃত্যুত কান্দি-কাটি বাউলী হৈ পৰা টুসুমণিৰ লগতে ওচৰ-চুবুৰীয়াৰ আনবোৰ লোকো দুখ মনেৰে ওৰে নিশা মৃতকৰ কাষত বহি কটায়। সেয়ে আজি চাহ জনজাতিসকলে সেই নিশাটোৰ কথা মনত পেলাই মকৰ সংক্ৰান্তিৰ নিশা উজাগৰে থাকি টুসু জাগৰণ কৰে। সেই কালত সতী যোৱা প্ৰথাৰ প্ৰচলন থকাৰ হেতুকে স্বামীৰ চিতাত টুসুমণিও দাহ যায়। টুসুৰ সহ-মৰণাৰ্থে ৰাইজে চৌড়ল সাজি সুৱৰ্ণ নদীৰ পাৰত মৃত স্বামীৰ লগত টুসুমণিকো



চিতাত তুলি দিয়ে। চিতা দিয়া সেই নদীৰ ঘাটটোক টুসুঘাট নামেৰে জনা যায়। কিছুৱে ইয়াক সতীঘাটো বোলে। প্ৰতি বছৰে মকৰ সংক্ৰান্তিৰ দিনা তাত মেলা হয়।

সম্প্ৰতি এক উৎসৱ বা পৰ্ৱত পৰিণত হোৱা টুসুপৰ্ৱ বুলি ক'লে মহিলাসকলৰ গা সাতখন আঠখন কৰে। টুসু মহিলাৰ প্ৰধান উৎসৱ। টুসু পৰ্ৱক দুটা ভাগত ভগাব পাৰি। এটা হ'ল ঘৰত আৰু আনটো হ'ল নদীৰ পাৰত। পুহমাহ পৰিলেই গাভৰুসকলে কোনো এঘৰত গোট খাই আলোচনা কৰি এজনীক টুসুৰ মা হিচাপে পাতি লয়। টুসুৰ মায়ে টুসু জাগৰণটো পৰিচালনা কৰে। টুসুৰ চৌড়ল বা প্ৰতিমূৰ্তি সাজি টুসু পূজা কৰে। সাধাৰণতে টুসুৰ মা'ৰ ঘৰতে টুসু পূজাৰ আয়োজন কৰি টুসুৰ বেদী প্ৰতিষ্ঠা কৰা দিন ধৰি পূজাৰ শেষ দিনালৈকে সদায় সন্ধিয়া গীত-মাত গাই টুসু অৰ্চনা কৰে। ডেকাসকলে বাদ্য বজোৱাত সহায় কৰি দিয়ে। চৌড়লৰ ভিতৰত টুসুৰ প্ৰতিমূৰ্তি স্বৰূপে গোবৰৰ লাড়ু, ফল-মূল আৰু আথৈ ৰাখে। পুহ মাহৰ শেষ নিশা প্ৰতিষ্ঠিত চৌড়লক কেন্দ্ৰ কৰি বাদ্যযন্ত্ৰ সহকাৰে ওৰে নিশা উজাগৰে থাকি গীত মাত কৰে। ইয়াক টুসু জাগৰণ কৰা বুলি কয়। পুৱা চৌড়ল বা মূৰ্তিটো টুসুৰ মাৰ মূৰত তুলি দি মহিলাসকলে গীত গাই গাই নদীৰ ঘাটলৈ যায় আৰু টুসুক বিসৰ্জন দিয়ে। ইয়াক টুসু ভাষাণ বোলে।

নদীৰ ঘাটলৈ যোৱাৰ আগতে ঘৰে ঘৰে বিদায় বিচাৰি টুসুক লৈ ফুৰায়। ঘৰৰ গৃহস্থনীয়ে পানীঘটি লৈ টুসুৰ চৰণ ধুৱায় আৰু টুসুক লৈ অনাসকলক পিঠা-পনা খাবলৈ দিয়ে। বছৰৰ কেৱল মাঘ মাহতেই তিল পিঠা খোৱাৰ নিয়ম। বিশেষকৈ উন্ধি পিঠা। ঘৰৰ বা বংশ-পৰিয়ালৰ মানুহ মৰিলে এবছৰলৈ উন্ধি পিঠা নেখায়। টুসুক ঘৰে ঘৰে ফুৰোৱাৰ পাছত টুসুগীত গাই গাই নদীৰ ঘাটলৈ যায় আৰু ঘাটত গোটখোৱা বিভিন্ন টুসু দলৰ মাজত সমূহীয়া ভাবে নৃত্যগীত কৰে। শেষত টুসুক নদীৰ বুকুত বিসৰ্জন দি টুসু পৰ্ৱৰ সামৰণি মাৰে। বহুতে সেই দিনা নদীত গা-পা ধুই জল দেৱতাক সাক্ষী ৰাখি সখি পাতে। ইয়াক ফুলপ্ৰাণ পতা বুলি কয়। সেই পুৱাই গা নুধুলে পৰজন্মত গাহৰি জনম পায় বুলি এক জনবিশ্বাস আছে। টুসু গীতবোৰ বৰ শ্ৰুতিমধুৰ। টুসু পূজাত ফল-মূল, পিঠা-পনা আৰু আথৈ ৰাতাচাৰ প্ৰয়োজন হয়। টুসু পূজা ভাল দৰে কৰিলে খৰ-খজুৱতি নহয়। সৰস্বতী পূজাৰ পাছত টুসু গীত গালে বোলে খৰ-খজুৱতি হয়। টুসু পৰ্ৱত পিঠা-পনাৰ লগতে খামআলু আৰু চকৰকান্দা (গৰিয়া বা মিঠা আলু) আদি খোৱাৰ নিয়ম আছে।

টুসু গীত ঃ

(১) তেল দিলাম শলিতা দিলাম
স্বৰ্গে দিলাম বাতি গ'
সকল দেৱতা সইন্‌জা লেমা
লক্ষ্মী সৰস্বতী গ' ॥
গাই আইল বাচুৰ আইল
আইলৰে ভগৱতী
একে একে সইন্‌জা লেওমা
ঘৰেৰ কুলৱতী গ' ॥

সইন্‌জা দিয়া ভগতৰা
সইন্‌জা কেন দিয়না ?
কুমাৰ ঘৰে প্ৰদীপ দেইনা
সইন্‌জা কিসে দিব গ'।
সইন্‌জা দিয়া ভগতৰা
সইন্‌জা কেন দিয় না ?
তেলীৰ ঘৰে তেল দেইনা মা
সইন্‌জা কিসে দিব গ'।
সইন্‌জা দিয়া ভগতৰা
সইন্‌জা কেন দিয়না ?
তাঁতী ঘৰে কাপড় দেইনা
সইন্‌জা কিসে দিব গ' ॥

(টুসুৰ আৰম্ভণি গীত। টুসুৰ উদ্দেশ্যে চাকি বন্তি জ্বলোৱা হয়। টুসুৰ আৰাধনা কৰা হয়।)

(২) ৰামেৰ মা কৌশল্যা ৰাণী
বুক বান্ধেছে পাষাণে
ৰামকে বনে বিদায় দিয়ে
ঘৰে আছে কেমনে ?



এ ৰামেৰ মা, এ ৰামেৰ মা
ৰামেৰ বড় দুৰ্দশা,
বস্ত্ৰ বিনে গাছে বাকল
তেল বিনে মাথায় জটা।
অশোক বয়ে পাতেৰ ঘৰে
সীতাকে ৰাম ৰাখেছে
যোগীৰ বেশে ৰাৱণ আসে
সীতা হৰণ কৰেছে।
সীতা লেগ্‌লি ভালই কৰ্‌লি
ৰাখ্‌বি ৰাৱণ যতনে
দেখ্‌বৰে তৰ সনাৰ লংকা
দিবৰে দহন কৰে।
আইবে হনু যাবে হনু
বস্‌বে হনু পৰ্বতে,
হাঠু গাড়ে গদা ধৰে
মাৰ শালা ৰাৱনকে।
(বং) ৰামেৰ জড়া বেটা
লৱ কুশ নাম ৰাখে মাথায় জঁটা,
ৰামেৰ জড়া বেটা ॥

(পুত্ৰ ৰামক বনলৈ পঠিয়াই মাতৃ কৌশল্যা ঘৰত কি দৰে থাকিব পাৰে! বনত কাপোৰৰ অভাৱত চাল বাকলি পিন্ধে আৰু তেলৰ অভাৱত চুলি জঁটা বান্ধে। ৰাৱণে সীতাক হৰি নি ভাল মতে নথলে তাৰ সোণৰ লংকা ছাৰখাৰ কৰা হ'ব।)

(৩) পহনা খাতে গেলি হামৰা
ঘুমাইছিলি বালিসে
আধা ৰাইতে ঘুম ভাঙেছে
থাই মাৰেছে উড়িসে।
বাড়ীৰ ওপাৰ শিমল গাছটি
কাটে কৰব বেল গাড়ী,
যাবে ছুঁড়ী মাকে বলবি
পালাই যাব ফুলবাৰী।

গান গাহা তৰ যেমন তেমন
ঢল বাজা তৰ সাজেনা,
হামৰা যদি ঘূৰাই বলব
তদেৰ মোৰাদ ৰাখবনা ।

এল এল কাল ছঁড়ী
তৰত' বড় ৰূপ দেখি,
তৰ ৰূপকে উঁইয়ে খাবেক
জংগল ঝাড়ে ঘূমাবি ।

চাল চিড়া কুটলী ছঁড়ী
পালাই যাব বলেৰে,
শেষ ৰাইতে তুই ধৰা খালি
কাল ছঁড়াৰ হাতেৰে ॥
(ৰং) সেকি এম্‌নি যাব
ঐ ছঁড়াদেৰ হাড় কুটে দলং দিব
সেকি এম্‌নি যাব॥

(আলহী খাবলৈ গৈ উৰহৰ কামোবত বাতি শুব পৰা নাই। ফুলবাৰীলৈ পলাই যোৱাৰ কথা মাকক কোৱা। তুমি গান গাব অলপ পাৰিলেও ঢোল বজাবলৈ একেবাৰে নাজানা। ৰূপৰ অহংকাৰ কৰি লাভ নাই। ৰূপ খন্তেকীয়া। পলাই যাম বুলি সকলো ঠিক কৰি শেষ নিশা তুমি ধৰা পৰিলা ।)

(৪) কি বল্‌ব গ' মসী পিসী
কি বল্‌ব দুখেৰ কথা,
কাঁচা বাঁশে ঘূণ লাগেছে
তেমনি হামাৰ দুখ দশা ॥

অচিৰে পচিবে পদ্দ
পদ্দ ভায়া ফুটেনা,
টুসুৰ বুকে জড়া পদ্দ
ভ্ৰমৰ ভয়ে বসেনা ॥

আলু ৰুইলাম শাৰী শাৰী
কলা ৰুইলাম দুই বাড়ী,
ভাল কৰে কাটবে কলা
কাইল যাব শ্বশুৰ বাড়ী ॥



ৰাস্তা ধাৰে ঘৰ তুলেছি
আলে গেলে সামাওনা,
কিসে তদেৰ মন ভাঙেছে
খুলে কথা বলনা ॥

ধান কাটি গ' নাড়া কাটি
নাড়া কাটে ঘৰ বান্ধি,
সেই ঘৰে পানী গিৰে
বসে সাৰা ৰাইত কান্দি ॥
(ৰং) টুসু মণিৰ কলে
হেলন দিয়ে জল খাব আঁচল তলে
টুসু মণিৰ কলে ॥

(দুখৰ কথা কাক কম। টুসুক ভ্ৰমৰে ভয়তে স্পৰ্শ নকৰে। কাইলৈ শহুৰ ঘৰলৈ যাম। নৰাৰে চোৱা ঘৰত পানী পৰাত বহি বহি ৰাতি কটাও। ৰাস্তাৰ কাষতে ঘৰ যদিও কিহবাৰ দোষত জানো নোসোমায় তাক ক'ব পৰা নাই ।)

(৫) চল টুসু চল খেলতে যাব,
ৰাণী গঞ্জেৰ বটতলা,
খেলতে খেলতে দেখে আসব
কয়লা খাদেৰ জলতলা ॥

হলুদ বনেৰ টুসু তুমি
হলুদ কেন মাখনা,
শাশুৰী ননদেৰ ঘৰে
হলুদ মাখা সাজে না ॥

শাক তুলেছে লতা পাতা
মাছ ধৰেছে গেতাঁৰে,
ননদ ভৌজাই দেখা দেখি
কাৰ কেমন খপাৰে ॥

মা গ' হামি ফুল পাতাৰ,
ফুলকে হামি কি দিব,
বাজাৰ যাব পইচা পাব
ফুলকে ফুলান তেল দিব ॥

আলধানেৰ পাতলা চিড়া
গামছা বান্ধা দহি গ',
খাবাৰ বেলায় মনে পড়ে
হামাৰ প্ৰাণেৰ সখী গ' ॥
(ৰং) তৰা থাক ল' বসে
উড়া জাহাজ উড়ছে ল' দেশে দেশে,
তৰা থাক ল' বসে ॥

(ৰাণীগঞ্জত খেলি খেলি কয়লা খনি চাই আহো ব'লা। শহৰ ঘৰত হালধি ঘঁহা নহয়। ননদ-বৌয়েকে ইজনে সিজনৰ খোপা চাইছে। সখী পাতি সখীক বজাৰৰ পৰা ফুল তেল আনি দিম। সুন্দৰ দৈ চিৰা খোৱাৰ পৰত সখীলৈ মনত পৰে।)

**সঁহৰাই পৰৱ ঃ**

সঁহৰাই পৰৱ চাহ জনজাতি সমাজৰ অন্যতম প্ৰধান উৎসৱ। ইয়াক গৰয়া পূজা বা কালী পূজা হিচাপেও জনা যায়। গৌ সেৱা হ'ল এই পৰৱৰ প্ৰধান উদ্দেশ্য। কাতি মাহৰ অমাবস্যাৰ দিনা সচৰাচৰ অনুষ্ঠিত হোৱা এই পৰৱৰ পূজা ভাগ ঘৰুৱা হিচাপে অমাবস্যাৰ পাছত ন-জোন ওলোৱাৰ দিনা পতা হয়। কিছুমানে পাঁচ বা সাত দিনত পাতে। পূজাৰ আনসংগিক ৰূপে গৰুক গা-পা ধুৱায়, তেল ঘঁহে আৰু ঘাঁহ কাটি খুৱায়। গৰু-গাইৰ শ্ৰীবৃদ্ধি কামনা কৰি মহাদেৱ, বাঘ, ধৰম, গ্ৰাম আৰু বন দেৱ-তাৰ নামত গোহালি পূজা কৰে। গৃহস্থই ব্ৰত ধৰি গো-সেৱা কৰাৰ লগতে নাঙল-জুঁৱলি-মৈ-টকা আদি খেতি সঁজুলিবোৰ ধুই পখালি চাফা কৰি চোতালত সজাই তেল সেন্দুৰ আৰু পিঠাগুৰিৰ ফোঁট দি চুমান বা আৰতি কৰে। অমাবস্যাৰ নিশা ঢোল-ধুমচা, আদি বাদ্যযন্ত্ৰ লৈ ঘৰে ঘৰে গৈ হুঁচৰি স্বৰূপে সঁহৰাই গীত গাই গাই গৌ জাগৰণ কৰে। ইয়াক জাহ্‌লী গীত, কিছুৱে কপিলামঙ্গল গীত আৰু কিছুৱে বাঁধনা গীত বুলি কয়।

পূজাৰ দিনা পিঠাগুৰি, পুৰৈ শাক বা আকাশীলতা পিহি পানীত গুলি পদূলি মুৰৰ পৰা গোহালিলৈকে আল্‌পনা ধৰে। আলপনাৰ ওপৰেদি গৰুক যাব দিয়ে। ভঁড়ালৰ সমুখত আৰু খেতিৰ সঁজুলি সজাই থোৱা চোতাল ভাগতো আলপনা ধৰে। দোৱাৰত পিঠাগুৰিৰ হাতৰ ছাপ আৰু সেন্দুৰৰ ফোঁট দি মাঙ্গলিক চিনৰ সাক্ষৰ ধৰে। গৰুৰ শিং, মাথাত মিঠাতেল ঘঁহি, ঠেং ধুৱাই দি, পিঠিত পিঠাগুড়িৰ ছাপ আৰু সেন্দুৰৰ ফোঁট দিয়াৰ উপৰিও



শিঙত ধান গছৰ মালা বনাই বান্ধি দিয়ে। এনে মালা গোহালি আৰু ভঁড়াল ঘৰৰ খুটাতো বান্ধি দিয়ে। মাটিৰ মলাত আঙঠা দি ধূপ ধূনা সৰিয়হ আদি পুৰি গৰু ওলোৱা ৰাস্তাৰ মূৰত 'নিংচাই' পেলাই গৰুৰ বেমাৰ-আজাৰ যাতে নহয় তাৰ কামনা কৰে। গৰখীয়াক নতুন বস্ত্ৰ আৰু মৰম কৰি পইচা দিয়ে। মহিলাসকলে নতুন কুলাত ধান, দুবৰি বন, সেন্দুৰ, বন্তি আৰু এঘটি পানী লৈ গাই গৰুবোৰক 'চুমায়' বা আৰতি দিয়ে।

শ্ৰীকৃষ্ণৰ গোবৰ্ধন ধাৰণ আখ্যান ভাগৰ পৰা সঁহৰাই পৰৱৰ জন্ম হোৱা বুলি বহুতে ধাৰণা কৰে যদিও তাৰ সঠিকতা বিচাৰি পোৱা নাযায়। সেয়ে প্ৰচলিত সঁহৰাই গীতৰ মাজতে সঁহৰাই পৰৱৰ জন্ম কথা সোমাই আছে বুলি ধাৰণা কৰিব পাৰি।

সঁহৰাই গীত ঃ

(১) অহিৰে,—
খোজ খোজতে আইলি
পুছ পুছতে আইলি
ফালনাকা ঘৰ কতি দূৰ,
ফালনাকা আঙ্গনামে তুলসীকা পিণ্ডাহো
ওপৰেত উড়ে হাঁসা ৰাজাৰে ॥

(গৃহস্থৰ চোতালত উপস্থিত হৈ গোৱা আৰম্ভণি গীত। ঘৰ বিচৰাৰ কথা কোৱা হৈছে।)

(২) অহিৰে,—
ক'ন শিংগে লেবে ৰবদা তেল সিন্দুৰ গ'
ক'ন শিংগে লেবে দুব ধানৱে,
দুন শিংগে লেবে ৰবদা তেল সিন্দুৰ গ
কপালেত লেবে দুব ধানৰে।

(কোনটো শিঙত তেল, সেন্দুৰ, দুবৰি বন আৰু ধান লোৱাৰ কথা সোধাত দুয়োটা শিঙতে তেল, সেন্দুৰ আৰু কপালত ধান দুবৰি লোৱাৰ কথা ক'লে।)

(৩) অহিৰে,—
অন দিনে মাংগে ভালা, বাট ভিক্ষাৰী মহ'
আজত মাংগে দশ ভাইৰে,
দশ ভাইকে দিলে ভালা, পানী নাহি পড়ৱে
যুগে যুগে ৰহি যাতই নামৰে।

না হামি মাংগে আলি
না হামি খোজে আলি
হামি আলি লছমীকা সেৱামে।
অহিৰে,—
নাহি যদি আটত, নাহি যদি জুটত
সুৰু মুখে কৰহ বিদায় ৰে,
হামি যাব দশৰ দুৱাৰ ৰে।

(আমি খুজিবলৈ বা ভিক্ষা কৰিবলৈ অহা নাই। গৌ জাগৰণ কৰিবলৈহে আহিছো। তোমাৰ যদি দিবলৈ একো নাই মাতষাৰ দি কেৱল বিদায় দিলেই হ'ব। আমি আৰু আনৰ ঘৰলৈ যাব লাগে।)

(৪) অহিৰে,--
কেহ মৰলে ভালা, কৰমা জীৱন গ'
কেহ মৰলে নাম টুৰাবে
কেহ মৰলে ভালা দুন বাহি টুটহ
কেহ মৰলে গৃহ শূন্যৰে।
বাপ মৰলে ভালা কৰমা জীৱন গ'
মাই-ই মৰলে নাম টুৰা ৰে,
ভই-ই মৰলে ভালা, দুন বাহি টুটহ
তিৰী মৰলে গৃহ শূন্যৰে ॥

(দেউতা মৰিলে কামৰ ভাৰ পৰে, মাক মৰিলে মাউৰা হয়, ভাই মৰিলে শক্তি কমে আৰু পৰিবাৰ মৰিলে ঘৰ শূন্য হৈ পৰে।)

গ্ৰাম পূজা ঃ

ব্যক্তিগত আৰু সামূহিক দুই হিচাপে গ্ৰাম পূজা কৰা হয়। গাঁও-ঘৰৰ অপায়-অমঙ্গল দূৰ কৰি সুখ-শান্তি বিৰাজ কৰি যাতে থাকে তাৰ প্ৰতি লক্ষ্য ৰাখি বহাগ মাহৰ পৰা আহাৰ মাহৰ ভিতৰত প্ৰহৰী স্বৰূপ অলৌকিক অধীশ্বৰ গ্ৰাম দেৱতাৰ পূজা কৰে। সাধাৰণতে ধান বোৱাৰ আগে আগে এই পূজা কৰে, যাতে খেতি-বাতি বছৰটোৰ কাৰণে ভাল হয়। পূজাৰ দিনা পথাৰত কোনেও হাল নেবায়। ব্যক্তিগতভাৱে নিজৰ বাৰীৰ চুকত আৰু সামূহিকভাৱে পথাৰৰ কাষত বা অন্য সুবিধাজনক ঠাইত পাতে। পূজাত মাহ-প্ৰসাদৰ উপৰিও বলি বিধানৰ নিয়ম আছে। পূজাৰ প্ৰসাদ বা বলি বিধানৰ খানা-পিনা আদি ঘৰলৈ নানে। গ্ৰাম থানতে বহি সকলোৱে খায়। গ্ৰাম পূজাত ঝুপান উঠে। গ্ৰাম পূজাক কিছুমানে বুঢ়াঠাকুৰ বা বুঢ়া-ডাঙৰীয়াৰ পূজা বোলে। সামূহিক পূজাত গাঁৱৰ মুখীয়ালজনে পুৰুহিতৰ কাম কৰে। তেওঁক নায়ক বুলি কয়। বেছি ভাগ ঠাইত আহাৰ মাহত এই পূজা কৰে বাবে কিছুমানে ইয়াক আষাঢ়ীয়া পূজা বোলে। গ্ৰাম শব্দৰ উচ্চাৰণৰ তাৰতম্য হৈ কিছুমান ঠাইত ইয়াক গৰম-পূজাও বোলে। পূজাত 'মানসিক' আগবঢ়ায় আৰু মানসিক অনুসৰি গ্ৰামদেৱতাৰ নামত হাঁহ-পাৰ, ছাগলী-মুৰ্গী-গাহৰি আদি আগবঢ়ায়। পূজাৰ দিনা গ্ৰামথানত লাল চালুক কাপোৰ বান্ধি বাঁহৰ ঝাণ্ডা পোতে। পূজাৰ সময়ত ঢাঁক বাজনা বজায় থাকে। যেতিয়ালৈকে পূজাৰী স্বৰূপ নায়কৰ গাত দেও নুঠে তেতিয়ালৈকে বাজনা বজাই থাকে।

নায়কৰ গাত দেও উঠিলে ঝুপান বা চাটিয়া উঠে আৰু গাঁও-ঘৰৰ অপায়-অমঙ্গল, ৰীতি-নীতিৰ বিষয়ে কয়। পূজাৰ পাছত বলি দিয়ে আৰু শেষত অপায়-অমঙ্গলৰ পৰা হাত সাৰি থাকিবলৈ গাৱঁৰ চাৰি সীমাৰ নাম কৰি ৰঙা চালুক কাপোৰ টুকুৰা বান্ধি ঝাণ্ডা পোতে আৰু ধূপ-চাকি জ্বলাই এটা কণী পোতে বা বলি দিয়ে। কেঁচা সূতাৰ গুণ বান্ধি ধনু বনাই বাঁহৰ খুটাত বান্ধি গাঁৱৰ চাৰিও সীমাত ফুল ছটিয়ায়। ঝাড়ু মাৰি বেমাৰ-আজাৰ দূৰ কৰাৰ মনোভাব আগত ৰাখি পূজাৰ দিনা ঘৰ-চোতাল সাৰি জাবৰ-জোথৰবোৰ দূৰত পেলায়।

ফাকুৱা পৰৱ ঃ

ফাগুন মাহৰ পূৰ্ণিমা তিথিত পালন কৰা দৌলযাত্ৰা উৎসৱক চাহ-জনজাতি সমাজে ফাকুৱা পৰৱ বোলে। হোলি বা ৰং খেলা বাবে হোলিকা আৰু একে ফাকুগুড়ি খেলা বাবে ফাকুৱা পৰৱ নামেৰে নামকৰণ কৰা হৈছে বুলি ঠাৱৰ কৰিব পাৰি। সেই দিনা 'হোলিকা-দাহ' পতাৰ নিয়মো আছে। মুখীয়াল বা মুলদাৰৰ নিৰ্দেশ অনুযায়ী গাঁৱৰ ডেকাসকলে কোনো এক মুকলি ঠাইত পুৰণ চিনৰ দৰে প্ৰায় এহাত দ খাল খান্দি তাত শিমলু গছৰ ডাল বা পুলি পুতি তলত তামৰ পইচা আৰু কণী এটা দিয়ে। তাৰ গুৰিত স্থাপন কৰা বেদিৰ ওপৰত বা গছ জোপাৰ ডালত ৰুটি-পিঠা [illegible] দিয়ে। বাদ্য-যন্ত্ৰ সময় মতে বজাই থাকে। ৰাতি চুৰ কৰি খৰিৰ কাঠ গোটায়। সেই দিনা হোলিকা দাহ কৰাৰ বাবে চুৰ কৰিলে দোষ নহয়। চুৰ কৰি অনা খৰি-কাঠেৰে মেজি সাজি নৃত্য গীত কৰে আৰু ৰাতিপুৱাৰ

লগে লগে ধূপ-ধূনা জ্বলাই বাদ্য-যন্ত্ৰ বজাই বেদিৰ চৌকাষে তিনি, পাঁচ বা সাত পাক ঘূৰি খুলদাৰজনে মেজিত জুই দিয়াৰ লগে লগে সকলোৱে 'হৰি হৰি হৰি হৰিৰ মাকে চুলাই ভৰি' বুলি ধ্বনি দিয়ে। হোলি-দাহ কাৰ্যক কিছুমানে 'সমদ' বোলে। মেজিত জুই জ্বলাৰ লগে লগে বেদী আৰু ডালত আঁৰি থোৱা পিঠা-পনাবোৰ আনি খায় আৰু মেজি পুৰি শেষ হোৱাৰ পাছত শিমলু জোপা উভালি আনি দুটুকুৰা কৰি পেলায়। তাৰ পিছত সকলো ঘৰলৈ যায় আৰু গা-পা ধুই আপোন ইষ্টদেৱতাৰ নামত পানী ঢালে। ঘৰুৱা থানত ৰংগুড়ি উচৰ্গা কৰিহে ৰং খেলাৰ নিয়ম। আগদিনা বোকাপানী আৰু পিছদিনা ৰং খেলে।

হোলিকা দাহৰ আঁত বিচাৰি পোৱা প্ৰবাদ মতে হিৰণ্যকশিপুৰ ভনীয়েক হোলিকাই ৰজাৰ হুকুম পাই ভক্ত প্ৰহলাদক জুইত পেলাই মাৰিব খোজাত নিজেই সেই জুইত পৰি মৰে। তেতিয়াৰেপৰা হোলিকা দাহ কৰাৰ নিয়ম চলে। আন এক প্ৰবাদ মতে কুৰুক্ষেত্ৰ যুদ্ধত ইচ্ছামৃত্যু আঁকোৱালি লোৱা পিতামহ ভীষ্মক এইদিনাখনেই দাহ কৰা হৈছিল আৰু তেতিয়াৰেপৰা ইয়াৰ প্ৰচলন হয়। কাৰো কাৰো মতে শ্ৰীকৃষ্ণ স্তন চুহি ৰাক্ষসী পুতনাক মাৰি পেলালেও স্তনত মুখ দিয়াৰ বাবে পুতনা কৃষ্ণৰ মাক হিচাপে প্ৰতিষ্ঠা লাভ কৰাত পুতনাক সন্মান সহকাৰে সেই দিনটোতে দাহ কৰা হৈছিল বাবে এই দাহন পৰ্বৰ সূচনা হয়। সেই কাৰণেই বোধহয় দাহনৰ সময়ত 'হৰি হৰি হৰি, হৰিৰ মাকে চুলাই ভৰি' বুলি ধ্বনি দিয়া হয়।

হাতে হাতে দুফুট মানৰ লাঠী লৈ ঢোল-মাদলৰ তালে তালে গীত গাই গাই বৃত্তাকাৰে ঘূৰি ঘূৰি নচা লাঠী বা কাঠি নৃত্য ফাকুৱা পৰবৰ এক অবিচ্ছেদ্য অংগ।

ফাকুৱাত চাওতালসকলে নতুন কাপোৰ পিন্ধি আৰু মূৰত বগলী বা মূৰ্গী পাখীৰ টুপী লগাই ঘৰে ঘৰে গৈ নৃত্য-গীত কৰে। চাওঁতালসকলে 'বাহানাচ' বা 'দেৱী নাচ' নামৰ নৃত্য-গীত কৰে।

(১) যখন ছিলাম গৌৰ বৰণ
কৰতাম জগত আলো
কালি... দাহে ঝাপ দিয়া
বৰণ হৈল ...কালো।



কাল ৰূপ হৈতে ভাই
এত ঘৃণা কৰ
কাল কালিন্দীৰ জল
কুম্ভে কেন ভৰ ॥
আস মাগ' স্বৰস্বতী
বস মাগ' স্বৰস্বতী
বস মাগ' ৰথে,
আজ বলনা বলিতে হবে
বালকেৰ সাথে।
আ হা কি বলিব গ'
গায়ে নাই সুখ,
ঘৰ ঢুকে লুটে নিল
ভাঙিল মুলুক।

(শুভ্ৰ হৈ থকাত আদৰ আৰু ক'লা হৈ যোৱাত অনাদৰ। ঘৰত সোমাই সকলো লুটি লৈ যোৱাত কোনো কথা কোৱাৰ উৎসাহ আৰু নথকাত মনৰ কথা মনতে থাকি যায়।)

(২) কাঠী কাঠী বীৰবল কাঠী
কাঠীৰ নাচ চলেৰে
শুন বাচা খিমাইবে
চখে কাণে লাগে গেলে
মৰণ সমান বে ॥
কাঠী নাচ খেলতে গেলি
কুড়াই পালি মালাবে,
হামাৰ ঘৰে চেনা নাই
কি কৰব মালাবে ॥
অ' বে কানু
বাজাও বেণু
চলগ' যাইবে
বেণু নাবাজাইলে
ধেনু যাইতে
নাহি চাইবে।

অ' ৰে কানু ॥
অ' ভাই বেণুৰ সুৰে
সব ধেনু ঘূৰে
ঘূৰি ঘূৰি যাইবে,
ধৱলী শ্যামলী
গাইয়া পোৱালি
হাম্বা হাম্বা ডাকেবে।
অ'ৰে কানু- ॥

(সাৱধান কাঠী নাচ নাচোতে চকু কাণে লাগিব পাৰে। কাঠী নাচ কৰোতে হেৰাই পোৱা মালাডাল নি কি কৰিম ঘৰত কোনো ল'ৰা-ছোৱালী নাই। কৃষ্ণৰ বাঁহীৰ মাত শুনি সকলোবোৰ গৰু গোট খায়হি।)

ফুছপুনীমাৰ পূজা ঃ

মহ, মাখী, ডাঁহ আদিৰ অত্যাচাৰৰপৰা হাত সাৰিবলৈ পুহ বা আঘোণ মাহৰ সংক্ৰান্তিৰ আগদিনা ফুছপুনীমাৰ পূজা পতা হয়। ঘৰৰ চুকত বেদী পাতি 'মড়াৰুটী', ছমেল পিঠা (তেলপিঠা), পুড়পিঠা (জুইপোৰা গুৰ পিঠা), ছোৱানী পিঠা (শুকান পিঠা) আৰু ক্ষীৰভাত (পায়স) আদি আগ-বঢ়াই ধূপ-ধূনা জ্বলাই ঘৰৰ পুৰুষ-তিৰোতা দুয়ো উপবাসে থাকি সন্ধিয়া পৰত এই পূজা পাতে। ভঙা কেৰাহীত তুঁহগুৰী আৰু অঙঠা দি ঘৰৰ বাহিৰলৈ দলিয়াই পেলায়। ইয়াক 'ভঁৰচী লেৱদা' বোলে। ঘৰৰ মকৰা জাল আনি ভঁৰচীত পুৰি পেলায়। ভঁৰচী লৈ ঘৰে ঘৰে গৈ গীত মাত কৰে আৰু চোতালত লাঠী কোবাই কয় "ঝিৰিক ঝিপা পনজৰা চিপা, ভল পাবাকে মাৰে গুড়িয়া ভুছ ভুছ।" এই পূজা সাধাৰণতে ওড়িছী—হৰিজনসকলে পাতে। কিছুমানে ইয়াক মছৰ পূজা বোলে। পূজাৰ অন্তত ভঁৰচী বিসৰ্জন দিয়ে।

এই পূজাৰ বিষয়ে জানিবলৈ পোৱা প্ৰবাদ মতে এবাৰ মঙ্গলচণ্ডী দুৰ্গা দেবীয়ে মহাদেৱক খেতি কৰিবলৈ পঠালে। মহাদেৱে পাম পাতি খেতি-বাতি কৰিবলৈ ধৰিলে আৰু পামতে ভাং খাই খাই পৰি থাকে। ঘৰলৈ ঘূৰি আহিবলৈ পাহৰিয়েই গ'ল। তাকে দেখি দুৰ্গাই মহ, জোক, পৰুৱা, ডাহ আদিৰ সৃষ্টি কৰি সদাশিৱক কামৰিবলৈ পঠালে। সিহঁতৰ কামোৰত অসহ্য হৈ শিৱই ভঁৰচী জ্বলাই.হ .বা.ল তৎ পাইছিল। হৰ-গৌৰীৰ এই লীলা-খেলা কাৰ্যৰ পৰাই এই পূজাৰ উৎপত্তি।



বড়পাহাৰী পূজা ঃ

চাহ জনজাতি সমাজৰ কিছুমান জাতি উপজাতিৰ আদিম বাসস্থান পাহাৰীয়া অঞ্চল হোৱা হেতুকে বোধ হয় পাহাৰ পজাৰ প্ৰচলন এই সমাজৰ মাজত সোমাই পৰে আৰু 'বড়পাহাৰী পূজা' নামৰ এই পূজা চলিব ধৰে। কিছুমানে ইয়াক জংঘল পূজা, বনদেৱতাৰ পূজা, বাঘ পজা আৰু ধৰতী পূজা নামেৰে অভিহিত কৰে। এসময়ত ছোটনাগপুৰ আৰু ইয়াৰ দাঁতি-কাষৰীয়া অঞ্চল.বাৰ মহামায়া, চণ্ডী, বড়পাহাৰী আদি নামৰ সৰু-বৰ পাহাৰবোৰে ঘেৰি ৰাখি তাৰ আদিবাসী লোকসকলক ৰক্ষণা বেক্ষণ দি আছিল বাবে সেই পাহাৰবোৰক পজা কৰিছিল। তাৰেপৰা বড়পাহাৰী পজাৰ জন্ম হয় বুলি জনা যায়।

পুৰুষ প্ৰধান বড়পাহাৰী পজা প্ৰতি তিনি বছৰৰ অন্তৰে অন্তৰে মাঘ-ফাগুন মাহত পতা হয়। জংঘল, উঁই হাফলু বা পাহাৰত এই পূজা পতা হয়। কিছুমানে নিজৰ বাৰীতো পাতে। পূজাৰ থলীলৈ পূজাৰ সম্ভাৰ হিচা.প কল, বট, গুৰ নাৰিকল, গাখীৰ, ধূপ-ধূনা, ফল-ফুল আদি নতুন কুলা বা পাচিত নিয়ে। পজাৰীয়ে উপবাসে থাকি গা-পা ধুই নতুন কাপোৰ পিন্ধি পূজাৰ বেদীত ঘট-বাৰি স্থাপন কৰি বাঘ ধৰম আৰু মহাদেৱৰ নাম লৈ পূজা কৰে। পূজাত এক ৰঙৰ পাঠী ছাগলী বলি দিয়ে। ছাগলীৰ কটা মূৰডোখৰ দেৱতাৰ নামত থানত দিয়ে আৰু গা ডোখৰ ডাল পাতেৰে ঢাকি দেৱতা সন্তুষ্ট হৈ ৰাইজলৈ চিকাৰ মাৰি পঠাইছে বুলি পজাৰীজনে সমবেত ৰাইজক জানিবলৈ দিয়ে। ৰাইজে তেতিয়া বিচৰাৰ ভাও জুৰি কিছু সময় ইফালে সিফালে বিচৰাৰ পাছত এবাৰ "পালো পালো" বুলি চিঞৰি ঢাকি থোৱাৰ পৰা কটা ছাগলীটো উলিয়াই আনে। তাৰ পাছত তাতে পূজাৰীয়ে ছাগলীৰ মাথাডোখৰ আৰু ৰাইজে গাৰডোখৰ ৰন্ধা-বঢ়া কৰি ভোজ খাই পুনৰ ঠাইডোখৰ চাফ-চিকুন কৰি চাকি বত্তি জ্বলাই তিমানতে পূজা সমাপন কৰে। এই পজা সচৰাচৰ দিন দুপৰতে কৰা হয়। সম্প্ৰতি এই পূজাৰ পয়োভৰ কমি অহা পৰিলক্ষিত হৈছে।

বীৰ পূজা ঃ

এসময়ত ভূঁইয়া জাতিৰ লোকসকলে পৱন বীৰ, তুলসী বীৰ, দুলাৰ বীৰ, হনুমান বীৰ, বালক বীৰ, দধি বীৰ আৰু ডাক বীৰ নামৰ সাত গৰাকী বীৰ দেৱতাৰ পূজা কৰিছিল। তাৰে উপাস্য দেৱতা হিচাপে প্ৰধান হ'ল পৱন বীৰ। কিছুমানে তাৰ ভিতৰত পৱন বীৰ, দধিবীৰ আৰু ডাক বীৰ

এই তিনি দেৱতাক বাদ দি তাৰ পৰিবৰ্তে লহং বীৰ, নাদ বীৰ আৰু বাচাৰ বীৰ নামৰ আন তিনি গৰাকী দেৱতাকহে মানে।

যি কি নহওক লাগে বীৰ পূজাৰ থলী মাড়াইত সাত গৰাকী বৰ দেৱতাৰ পূজা ভাগে ভাগে কৰা হয়। পূজাত কালীৰ নামত ক'লা পাঠা, দুৰ্গাৰ নামত বগা পাঠা, গ্ৰামদেৱতাৰ নামত লাল মুগী, ঠাকুৰৰ নামত আমবলি ৰঙৰ হাঁহ আৰু বীৰ দেৱতাৰ নামত ২টা গাহৰি বলি দিয়াৰ উপৰিও কমলা দাদিৰ নামত মিঠাই, সদাশিৱৰ নামত এযোৰ বগা উড়ান পাৰ, দধি বীৰৰ নামত গাখীৰ আৰু ইষ্ট দেৱতাৰ নামত মদ আৰু পান পাতৰ বিড়ি দিয়া হয়। পূজাত বাজনা বজায় আৰু ঝুপান উঠে। ঝুপান উঠিলেই পূজাৰীজনে বাঁহৰ জোঙা শেলেৰে বিন্ধি গাহৰিৰ কলিজা ফালে। পূজাৰীজনে পূজা কৰোতে 'গজাল পীৰা'ত বহে। পূজাথলীত কালীৰ নামত ৰঙা কাপোৰ, সপ্ত বীৰৰ নামত বগা কাপোৰ আৰু অকল তুলসী বীৰৰ নামত কলা কপোৰৰ টুকুৰা বান্ধি তিনিটা ঝাণ্ডা পোতে। ঝুপান উঠা জনে ঝাণ্ডাৰ বাঁহত বগাই উঠা নমা কৰে। দিনৰ ভাগতে পতা এই পূজাত পূজাৰীজনে নতুন বস্ত্ৰ, পুৰণি অলংকাৰ আৰু সুগন্ধি ফুলৰ মালা পিন্ধি লয়। পথৰা ৰঙৰ মুগী কাটি থানপূজা কৰি খিচিৰি ভাত বনাই খোৱাটো নিয়ম আছে। এই পূজা সাধাৰণতে ঘৰৰ বাহিৰত খৰালি মাহত পাতে।

চাৰুল পূজা ঃ

চাৰুল পূজা চ'ত মাহৰ পঞ্চমী, সপ্তমী বা নৱমী তিথিত কৰে। ৯ বিধ শাক পাচলিৰ আঞ্জা তৈয়াৰ কৰি ঘৰে ঘৰে পতা এই পৰৱক বহুতে ন-খোৱা পৰৱ বোলে। দুদিন ধৰি চলা এই পূজাত ঘৰুৱা থানত মুগী বলি দিয়াৰ নিয়ম আছে। প্ৰথম দিনা ন-খোৱা আৰু দ্বিতীয় দিনা ফুল-পূজা হিচাপে পালন কৰা হয়। পূজাৰ সময়ত ঘৰবোৰ ফুলেৰে সজোৱা হয়। 'ফুলধৰিয়া' নামৰ এজনে ফুল বিচাৰি গোটাই আনি ৰাইজৰ ঘৰে ঘৰে গৈ ফুল দি আহে। প্ৰথমতে ফুল দিয়ে মুখীয়াল বা পাহানৰ ঘৰত। তাৰ পাছতহে বাকীবোৰৰ ঘৰত দিয়ে। ফুলধৰিয়াই ফুল দিওঁতে ঘৰৰ গৃহস্থনীয়ে পীৰা এখনৰ ওপৰত দুখন থালি থৈ থালিৰ ওপৰত তেওঁৰ ভৰি দুখন ধুৱাই দি সন্মান যাঁচে। সেইদৰে গাঁৱৰ মুখীয়াল স্বৰূপ পাহান আৰু কটোৱাৰ জনৰে ভৰি ধুৱাই দিয়ে। ভৰি ধোৱা পানীখিনি ঘৰৰ চালৰ ওপৰত পেলোৱাৰ নিয়ম। কাৰণ ভৰি ধোৱা সেই পানীখিনিক পৱিত্ৰ পানী হিচাপে গণ্য কৰা হয়। ভৰি ধোৱা ঠাইত পাছত নৃত্য-গীত কৰে। পূজাৰ



দিনা খুব পুৱাই গা-পা ধুই গীত-মাত কৰি ফুলেৰে ঘৰবোৰ সজাই তোলে। উৰাং, খাৰিয়া, চাওঁতাল আৰু মুণ্ডাসকলে এই পূজা বেছিকৈ কৰে। মুণ্ডা আৰু খাৰিয়াসকলে ইয়াক 'বেওচাৱলী' বোলে। তেওঁলোকে জেঠ আহাৰ মাহত সোণৰু ফুল ফুলাৰ বতৰত এই পূজা পাতে। সেই সময়ত তেওঁলোকে ৯ বিধ নতুন ফল খায়। কিছুমানে আমৰ বতৰত ঘৰুৱা থানত আম আগবঢ়াই 'আম খোৱা পৰৱ' পাতে। নতুন ফল আগ নবঢ়োৱা পৰ্যন্ত আম নেখায়। কয়া, প্ৰজা, চিক, বৰাইক চাওঁৰা, ভূমিজ আৰু চুঁড়িসকল আম পৰৱ মানে। জেঠ মাহত কঠীয়া পৰাৰ সময়ত মুগী বলি দি 'হেৰ দেৱতাৰ' পূজা কৰে। চাওঁতালসকলে ইয়াক 'ৰূপা কাবম' বোলে। তেওঁলোকে ধানৰ গেৰ্ জলোৱাৰ সময়তো 'ৰিন্‌জিয়া' নামেৰে এক পৰৱ পাতি নৃত্য-গীত কৰে। শস্য শ্যামলা প্ৰকৃতিৰ লগত সামঞ্জস্য ৰখাই এই পূজাৰ বৈশিষ্ট।

কুড়াল বাগ্‌দেই পূজা ঃ

বেমাৰ-আজাৰ বিপদ-বিঘিনি নহ'বৰ কাৰণে ফাগুন মাহৰ কোনো এক দিনত নৈ বা বিলৰ পাৰত কুড়াল বাগ্‌দেই বা থাণ্ডাই শনি নামৰ এগৰাকী দেৱতাৰ পূজা পাতে। একেটা পৰিয়ালৰ বা খানদানৰ সাত ঘৰে মিলি এই পূজা পতাৰ নিয়ম। ইয়াৰ ব্যতিক্ৰম হ'লে পৰিয়ালৰ কোনো লোকৰ মৃত্যু হ'ব পাৰে। তিৰোতাৰ স্থান নথকা এই পূজা ক'লা ৰঙৰ পাঠা ছাগলী বলি দিয়ে আৰু বলিৰ পাছত তাৰে আঞ্জা কৰি পূজাৰ থলীতে সকলোৱে ভোজ খায়। পূজাত ঝুপান উঠে। এই পূজা দিনৰ আগবেলাতে কৰি শেষ কৰাৰ নিয়ম। প্ৰবাদ মতে পূজাত দেৱতা সন্তুষ্ট হ'লে মাজৰাতি আহি জীৱ-জন্তু বা চৰাই-চিৰিকতিৰ মাতেৰে গৃহস্থক মাত দি যায়। সেয়ে মাত শুনিবলৈ অপেক্ষা কৰি ৰাতি সকলো উজাগৰে থাকে।

সূৰ্যাহী পূজা ঃ

পাঁচ বছৰ বা বাৰ বছৰৰ অন্তৰে অন্তৰে বহাগ-জেঠ মাহত এই পূজা পাতে। কিছুমানে ইয়াক উষা পূজা বোলে। সূৰ্যোদয়ৰ লগে লগে গা-পা ধুই ঢাক-ঢোল বজাই পূজা কৰে। পূজাত হাঁহ-ছাগলী বলি দিয়ে। পূজাৰ প্ৰসাদ আদি ঘৰৰ ভিতৰলৈ সুমুৱা নিষেধ। ৰীতি অনুসাৰে ঘাটত পানী ভৰাই গৃহস্থই চোতালৰ এটা মূৰৰ পৰা আঠুকাঢ়ি আহি আনটো মূৰত স্থাপন কৰি ৰখা বেদীৰ ওপৰত ঘটটো উপস্থাপন কৰাৰ নিয়ম। মাৰি-

মৰক অগায় অমঙ্গল, ভুত-প্ৰেত আদিৰ পৰা ৰক্ষা পাবৰ কাৰণে এই পূজাৰ দ্বাৰা শক্তিৰ প্ৰতীক সূৰ্য দেৱতাৰ আৰাধনা কৰা হয়। পূজাত ঝুপান উঠে। এই পূজাৰ প্ৰতি আসক্তি থকা লোক সকলো সদায় পুৱা হাত মুখ গা-পা ধোৱাৰ পাছত সূৰ্যৰ ফালে মুখ কৰি সূৰ্যৰ নামত এঘটি পানী ঢালি সূৰ্যক প্ৰণাম কৰে।

ক্ষেত পূজা ঃ

পথাৰৰ শস্য-সম্ভাৰ ৰক্ষাৰ নিমিত্ত সাধাৰণতে ধান চপোৱাৰ আগে আগে ক্ষেত দেৱতাক সন্তুষ্ট কৰি ৰাখিবৰ কাৰণে ক্ষেত পূজা কৰা হয়। এই পূজা ধাননি পথাৰত যথা বিধি অনুযায়ী নিজ নিজ কুল প্ৰথা অনুসৰি হাঁহ, কুকুৰা, গাহৰি আদি বলি দি সমাপন কৰে। তাৰ পাছত খিচিৰি বনাই দেৱতাৰ নামত আগবঢ়াই ভোজন কৰে। পূজাৰ কোনো বস্তু ঘৰলৈ ঘূৰাই অনাৰ নিয়ম নাই। পূজাত ঝুপান নুঠে আৰু কোনো ধৰণৰ বাদ্য-যন্ত্ৰ বজোৱা নহয়। ধানৰ প্ৰথম 'আগ অনা' দিনাও ধূপ-ধুনা, চাকি-বন্তি জ্বলাই আৰতি কৰা হয়। সেই দৰে ধান কটা শেষ হোৱাৰ দিনা শিপা সহিত কেইজোপামান ধান গছ উভালি ৰীতি অনুসাৰে আনি ভঁড়ালত থয়। ইয়াক লখিমী অনা বোলে। লখিমী অনা পৰ্ব পুহ মাহত নকৰে। সাধাৰণতে মাঘ মাহতহে কৰে। খেতি-পথাৰৰ কাম কৰিবলৈ 'হাউৰী' মতাৰ নিয়ম আছে। হাউৰী কামত গৃহস্থই কাম কৰা সকলক মদ-লাউ-পানীৰে ভাল খানা খুৱায়।

পহিলা মাঘৰ পৰৱ ঃ

মাঘ মাহৰ পহিলা দিনটোত চাহ জনজাতি সকলে সৰু-বৰ বিভিন্ন পৰৱ পালন কৰা দেখা যায়। বেছি ভাগ পৰৱ গোষ্ঠীগত ৰূপত অনুষ্ঠিত হোৱা বাবে সাৰ্বজনীন ৰূপত খুব কমেইহে পালন কৰা হয়। পহিলা মাঘত পালন কৰা পৰৱ সমূহৰ ভিতৰত (১) আখন যাত্ৰা (২) ইংখুৰ পূজা (৩) চুল্‌হা পূজা (৪) কান বিন্ধা আৰু (৫) ডেহৰী পূজা আদিয়েই প্ৰধান।

চাহ জনজাতি সমাজৰ কৃষিজীৱী ক্ষত্ৰীয় বংশীয় লোকসকলে মাঘ মাহৰ পহিলা দিনটোৰ পৰাই কৃষি বছৰ আৰম্ভ হোৱা বুলি গণ্য কৰি 'আখন যাত্ৰা' উদ্‌যাপিত কৰে। সেই দিনা পুৱা ঘৰুৱা থানত দেৱতাৰ নামত পানী ঢালি পূজা কৰে। খেতিৰ সঁজুলিবোৰত আল্‌পনা দিয়ে। কিছুমানে গৰু-ম'হৰ মাথাত তেল ঘঁহে আৰু কপালত সেন্দুৰৰ ফোঁট দিয়ে। পথাৰত



নামমাত্ৰ হাল বাই বছৰটোলৈ খেতিৰ শুভাৰম্ভ কৰে। হাল বাবলৈ সক্ষম নোহোৱাসকলে নিজৰ বাৰীখনতে দুকোৰ মান মাৰি নিয়মটো পালন কৰে। কিছুমানে হাল-কোৰ বোৱাৰ পাছত যাঠী-জোং, ধেনুকাঁড় লৈ চিকাৰলৈ যায়। চিকাৰ পালে বছৰটোলৈ ভাল বুলি ধৰে আৰু নেপালে বেয়া বুলি ধৰে। চিকাৰ পালে ঘৰলৈ নানি গাঁৱৰ বাহিৰতে কাটি-পুৰি খায়। চিকাৰ কৰি অনা জন্তুটোৰ তেজ প্ৰত্যেকে নিজৰ ধনুৰকাঁড়, জোং-যাঠীবোৰত সানি লয়। এনে কৰিলে লক্ষ্য ঠিক থাকে বুলি তেওঁলোকৰ ধাৰণা। চিকাৰৰ অভাৱত বহুতে আজিকালি কণী এটাকে নিচান কৰি কাঁড়েৰে মাৰি নিয়মটো কৰা দেখা যায়।

বাগান বস্তিৰ গৰুৰখীয়া গোৱাল বা বাগাল সকলে গৃহস্থৰ পৰা চান্দা লৈ গৰু-গাইৰ মঙ্গল কামনা কৰি ইংখুৰ পূজা পাতে। এই পূজা সাধাৰণতে গোহালিত পাতে। কিছুমানে ৰাজহুৱা গৰু ৰখা 'গৰু গৰাল'ত পাতে। এই পূজা সমূহীয়াভাবে আৰু পুৱাৰ ভাগত কৰে। কিছুমান ঠাইত ইয়াক গৰাল পজা বোলে।

কোনো কোনো ঠাইত কাতি মাহৰ গৰয়া পূজাৰ সময়তে এই পৰৱ পালন কৰে। পূজা উপলক্ষে বহুতে নাৰিকল বান্ধি আগবঢ়ায় থয়। পূজাৰ পুৰোহিতজনক ঝাংকৰ বোলে। পূজাত ঝুপান উঠে। পূজাৰ পাছত পূজাৰ স্থানডোখৰ গৰুৰে গছকায় আৰু পুজাৰীয়ে গৰুৰ গালৈ প্ৰসাদ দলিয়াই গৰুবোৰৰ শ্ৰীবৃদ্ধি কামনা কৰে। ভগা-চিঙা পাচি, ঝাড়ু আদি একাধিক আলিৰ সঙ্গম স্থলত পেলোৱা হয়। পূজাৰ কিছু বস্তু পূজা থলীৰ আশে পাশে থকা গছ-গছনিৰ ডাল-পাতত বান্ধি ওলোমাই দিয়ে। এইদৰে গৰখীয়াই মুখ্য ভূমিকা গ্ৰহণ কৰা ইংখুৰ পূজা সম্পন্ন কৰা হয়।

চুল্‌হা ধুলা বা চুলা ধুলা বা চৌকা পূজা চাহ জনজাতিৰ মাজত বিশেষকৈ কন্‌ধেৰ গোষ্ঠীয়ে পালন কৰা দেখা যায়। এই পূজা খুব অনুষ্টুপীয়াভাবে কৰা হয়। পূজাৰ দিনা গৃহস্থ-গৃহস্থনী উপবাসে থাকি ঘৰ-চৌকা মচি চাফা কৰি চৌকা দেৱতাৰ নামত গাখীৰ ঢালে, তেল সেন্দুৰেৰে আল্‌পনা দিয়ে আৰু মুগী এটা বলি দিয়ে। বলি দিয়া মুগীৰ কটা মূৰটো চৌকাৰ কাষতে পুতি থোৱাৰ নিয়ম। কাঁহ বা মাটিৰ নতুন পাত্ৰত ক্ষীৰ ভাত বা পায়স বনাই চৌকাৰ নামত আগবঢ়ায়। চৌকা বনাবলৈ আৱশ্যক হোৱা তিনিটা ইটা বা তিনিটা খুটিক তিনি পুৰুষ হিচাপে গণ্য কৰা হয়। কন্‌ধেৰসকলে ক'ব খোজে যে এই তিনিৰ ওপৰতে ধৰিত্ৰী বৰ্তি আছে আৰু এই তিনিৰ ওপৰতে নিৰ্ভৰ কৰি মানুহে আজি খাই আছে আৰু আনকো

খুৱাই আছে। এই তিনিক তিনি আত্মা, তিনি মূৰ্তি, তিনি মূৰৰ অধিকাৰী ব্ৰহ্মা অথবা তিনি শ্ৰেষ্ঠ ব্ৰহ্মা, বিষ্ণু, মহেশ বুলি অভিহিত কৰে।

এই পহিলা মাঘৰ দিনটোতে ভূমিজসকলে ল'ৰা-ছোৱালীৰ কাণ-বিন্ধা উৎসৱ পালন কৰে। নানা-নানী সম্বন্ধীয় লোকে জোঙা লোৰ কাঁটাৰে কাণ বিন্ধা কৰি 'কাণচিকা' পিন্ধাই দিয়ে। কাণৰ বিন্ধা ডোখৰত মিঠাতেল আৰু সেন্দুৰ লগাই দিয়ে। তাৰ পিছত মুৰ্গী এটা থেকেচা মাৰি ঘৰৰ চালৰ ওপৰেদি দুই তিনিবাৰ ইপাৰ সিপাৰ কৰি দলিয়ায়। কাণ বিন্ধোৱাৰ পাছতহে ল'ৰা-ছোৱালী জাতত উঠে বুলি ধৰা হয়।

কেওঁটসকলে সেইদিনা মুৰ্গী কাটি ঘৰৰ দুৱাৰ মুখত ডেহ্ৰী পূজা কৰে। পূজাৰ প্ৰসাদ জাতি-অজাতি সকলোৰে মাজত বিতৰণ কৰি দিয়াৰ নিয়ম।

দুৰ্গা পূজা ঃ

দুৰ্গা দেৱীক শক্তিৰ দেৱী হিচাপে গণ্য কৰি চাহ জনজাতি সমাজে ব্যক্তিগত আৰু সামূহিকভাৱে দুৰ্গা পূজা কৰা দেখা যায়। ব্যক্তিগতভাৱে পূজা কৰা সকলে ঘৰুৱা থানত বেলবৰণৰ দিনা ঘট স্থাপন কৰি নৱমী-লৈকে চাকি-বন্তি জ্বলাই ধূপ-ধূনা দি দেৱীৰ আৰাধনা কৰে। বৰবলিৰ দিনা উপবাসে থাকি দেৱীৰ নামত বগা পাঠা ছাগলী বা মতা হাঁহ বলি দিয়ে। পূজাত ঝুপান উঠে। পূজাৰ প্ৰসাদ নিজা গোষ্ঠীৰ লোককহে খাবলৈ দিয়াৰ নিয়ম।

বেলবৰণৰ দিনাখন গা-পা ধোওতে চাবোন ব্যৱহাৰ নকৰে। চাবোনেৰে গা ধুলে দেৱীৰ মুখত বোলে ফেন পৰে। কিছুমানে বেল গছৰ গুৰিত সেই দিনা চাকি বন্তি জ্বলায়। দেৱী মৰতলৈ নামি প্ৰথমতে হেনো কুমাৰ গাড়া বা ঘৰুৱা কাম কৰিবলৈ মাটি খান্দি অনা খালত জিৰণি লয়। সেয়ে বেলবৰণৰ দিনা এনেকুৱা খালৰ চাৰিও দিশ চাফা কৰি তাত ধূপ-ধূনা জ্বলাই চাকি-বন্তি দিয়ে। বহুতে বেৰত ফুলৰ ছবি আঁকে। সাধাৰণতে পদুম ফুলৰ ছবি অঁকা দেখা যায়। পুৰণা কাপোৰ পিন্ধি বোলে দেৱী চাব নেপায়। সেয়ে পূজাত পৰাপক্ষত নতুন কাপোৰ পিন্ধে। মাছ বা মাংস অলপ হ'লেও খোৱাৰ নিয়ম। মদ বা লাওপানী-হাড়িয়া আদিও খায়। দেৱী মৰতলৈ আহি মানুহবোৰক দুখ-কষ্ট বা চিন্তা ভাৱনাৰ মাজত পৰি থকা দেখিলে দেৱী কষ্ট হয় আৰু ফল স্বৰূপে মাৰি-মৰক অভাৱ-অনাটন বেমাৰ-আজাৰ, হাঁই-কাজিয়া আদি ঘটিব পাৰে বুলি আশংকা কৰি চাহ



জনজাতিসকলে পূজাৰ কেইদিন খাই বৈ ৰং তামাছা কৰি থাকে। পূজাত দেৱী আচলতে মাকৰ ঘৰ পৃথিৱীলৈ আহে বুলি ধাৰণা কৰে। সেয়ে পূজাৰ সময়ত বিবাহিতা চাহ জনজাতি মহিলাই মাকৰ ঘৰৰ পৰা এপাক হ'লেও মাৰি আহে।

দুখ-যন্ত্ৰণাৰ পৰা হাত সাৰি থাকিবলৈ টুপুলা বা মান্‌সিক কৰি বাখি পূজাত দেৱীৰ নামত পাঠা বলি দিয়ে। বলি দিওঁতে পাঠাৰ ডিঙি একে ঘাপে পাৰ হ'লে মঙ্গল, নহ'লে অমঙ্গল বুলি ধৰা হয়। বলিৰ মাথাডোখৰ থানত আগবঢ়াই আৰু গা ডোখৰ গৰাকীয়ে নি ঘৰত খায়। তাৰ ভাগ ওচৰ-চুবুৰীয়াকো দিয়া দেখা যায়। বলি কটাৰ সময়ত ঢাঁক-ঢোল বজাই থাকে। বলিৰ তেজৰ ফোঁট শক্তিৰ প্ৰতীক স্বৰূপে ভক্তসকলে লগাই লয়। কিছুমানে বলি নিদি বলিৰ নামত অনা পাঠা ছাগলীটোক পূজাৰ প্ৰসাদ খুৱাই, সেন্দুৰৰ ফোঁট দি দেৱীৰ নামত এৰি দিয়ে। এইদৰে এৰি দিয়া ছাগলীক মান্‌সিক পাঠা বা ডটৰা বোলে। এনেবোৰ ছাগলী নিৰ্বিবাদে ঘূৰি ফুৰে। কাৰোবাৰ ঘৰ-বাৰীত সোমাই কিবা খালেও মাৰ-পিট নকৰে। বৰঞ্চ আদৰ সাদৰ কৰি খাবলৈহে দিয়ে। দেৱীৰ ছাগলী বুলি জ্ঞান কৰি তাৰ কোনেও একো অনিষ্ট নকৰে। নহ'লে দেৱীৰ কোপদৃষ্টিত পৰিব পাৰে বুলি ভাবে।

পূজাৰ নিৰ্মালি কোনোবাই ধনৰ বাকচত, কোনোবাই ঘৰৰ চাল-বেৰত, কোনোবাই ঘৰুৱা থানত আৰু কোনোবাই কুঁৱা বা পুখুৰীত পৱিত্ৰ মনেৰে নি দিয়ে। দেৱী বিসৰ্জনৰ দিনা আগতে দেৱী লৈ যোৱা বাটৰ ওপৰত বেমাৰ-আজাৰ বা জ্বালা-যন্ত্ৰণাত ভুগি থকাসকলে ৰাস্তাৰ ওপৰত দীঘল দি পৰি থাকে আৰু দেৱী কঢ়িয়াই নিয়াসকলে তাৰ ওপৰেদি পাৰ হৈ যায়। এনে কৰিলে বেমাৰ-আজাৰ দুখ-যন্ত্ৰণাৰ পৰা মুক্তি পায় বুলি বিশ্বাস কৰে। দেৱীৰ আশীৰ্বাদ বিচাৰি কেচুৱাবোৰক ঠিক সেইদৰে মাক-বাপেকে ৰাস্তাৰ ওপৰত শুৱাই থয়। আজিকালি এনেবোৰ নিয়ম প্ৰায় উঠি গৈছে। আজি-কালি ৰাস্তাৰ কাষত থিয় হৈ চাউল-কল-মিঠাই আদি দেৱীলৈ দলি মাৰি দেৱীক সেৱা জনায়। ওৰাং আৰু চাওতালসকলে দুৰ্গা পূজাক 'দাশাই পৰৱ' হিচাপে মানে।

আগতে পূজাবাৰীত স্বকীয় কলা-কৃষ্টি প্ৰদৰ্শন কৰিছিল। এতিয়া সেই ঠাই অধিকাৰ কৰিছে বোম্বাই মাৰ্কা সস্তীয়া চিনেমাই। জাতিগোষ্ঠী নিৰ্বিশেষে সকলোৱে এই মেলামুখী উছৱ দুৰ্গা পূজাত অংশ গ্ৰহণ কৰি সমন্বয়ৰ এক সেঁতু গঢ়াত অৰিহণা যোগাইছে বুলি ক'ব পাৰি।

মনসা পূজা ঃ

ভাদ মাহৰ শেষৰ দিনাখন মনসা পূজা পতা হয়। কিছুমান ঠাইত কিছুমান লোকে শাওণ মাহৰ নাগ পঞ্চমীত পাতে। পূজাত ব্ৰাহ্মণ পুৰোহিতৰ আৱশ্যক নাই। পৰম্পৰা লোকাচাৰ ৰীতি-নীতিৰে পূজা কৰা হয়। মনসা-মঙ্গল, পদমপুৰাণ আদি পাঠ কৰা হয়। বাদ্য যন্ত্ৰ বজোৱা হয়। মনসা দেৱীৰ প্ৰতিমূৰ্তি বা ঘট স্থাপন কৰি পূজা কৰা হয়। এই পূজাত পদুম ফুল একান্ত প্ৰয়োজন ।

পূজাত ঝুপান উঠে। ভাষাণৰ দিনা দেৱীলৈ জিকা, মাগুৰ মাছৰ তৰকাৰীৰে পঁইতা ভাত আগবঢ়ায়। এইদৰে দিয়াৰ কাৰণ হেনো হ'ল, সৰগলৈ ঘূৰি যোৱাৰ পাছত বাপেকে যদি মৰতত গৈ মাকৰ ঘৰত কি খাই আহিলে বুলি সুধিলে যদি ভাল বস্তু খাই অহা গম পায় তেতিয়া হয়তো পিছৰ বছৰত আৰু নপঠাবও পাৰে, অথবা মৰতত বৰ ভাল ভাল খোৱা বস্তু পায় বুলি জানিলে হয়তো মনসাৰ অঙ্গহী-বঙ্গহী সকলো আহি ওলাব পাৰে আৰু একে লগে আহি ওলালে সকলোকে ভালদৰে সোধ-পোচ কৰিব নোৱাৰিলে তেওঁলোকৰ কোপদৃষ্টি পৰি মৰতত বহুত হানি-বিঘিনি হ'ব পাৰে। সেয়ে দেৱীক আসৈ মাতিবলৈ এই প্ৰথাৰে অনুৰোধ কৰা হয়।

মনসা পূজা পাৰ হোৱাৰ পিছতহে জিকা আৰু কোমোৰা খায়। মনসা পূজা মনাসকলে সাপ নামাৰে। ঝুপানত ব্যৱহাৰ কৰা কঁহুৱা বনেৰে তিনি চাৰি হাত দীঘল ৰচীৰ দৰে পকাঁই লোৱা 'কড়ৰা' ডালক সাপৰেই এক প্ৰতীক হিচাপে গণ্য কৰা হয়।

॥ মনসা গীত ॥

(১) ০০ মৰি কি আনন্দ চম্পক নগৰে ।
নীল লখিন্দৰ জন্ম সনকা উদৰে ॥

যবে সনকাৰ গৰ্ভ পাঁচ মাস হৈল ;
চাঁদ সদাগৰ তবে বাণিজ্যে চলিল ।
মনসাৰ সংগে কৰি বাদ বিসম্বাদ ;
বাণিজ্যে যাইয়া তাৰ ঘটিল প্ৰমাদ।
সপ্ততৰি ডুবে গেল সাগৰেৰ জলে,
হাঁহাকাৰ কৰি সাধু ভ্ৰময়ে ব্যাকুলে।



গৃহেতে সনকাৰ গৰ্ভ অৱস্থায়,
দিনে দিতে বাঢ়ে গৰ্ভ অতি শোভানয়।
সাত দিন বেনেনীৰ উচাটন মন,
কি হৈল বলিয়া সদা চিন্তায় মগন।
বৃদ্ধ কালে গৰ্ভ হৈল শীৰ্ণ হৈল কায়,
সততই মুখে জল শয়ন শয্যায়।

(--মনসাৰ লগত বিবাদ থকাত বেপাৰ কৰিবলৈ গৈ মনসাৰ কোপ্‌দৃষ্টিত চাঁদ সদাগড়ৰ সাতোখন নাও পানীত ডুবি থাকিল ।)

(২) ০০ ওহে প্ৰাণ পতি, কি দেখি অনীতি,
ছাড়িবে আমাৰে ।
তোমা হাৰা হয়ে, কিবা ধন লয়ে
থাকিব ঘৰে ॥

প্ৰাণ পতি লখিন্দৰ ত্যজিল জীৱন,
হেৰিয়া বেহুলা সতী কৰয়ে ক্ৰন্দন।
পাষাণ বিদীৰ্ণ হয় বেহুলা ক্ৰন্দনে,
বৃক্ষেৰ নৱপল্লৱ খসয়ে সঘনে।
তাহাৰ ক্ৰন্দন শুনি পশু-পক্ষীগণ,
হইয়া মহা দুখীত জুড়য়ে ক্ৰন্দন।
কত যে বিনায়ে কান্দে বেহুলা কামিনী
নয়ন নীৰেতে সদা ভিজয়ে অৱনী।
কাঁদিয়া কাঁদিয়া এই কহেন ভাৰতী,
কি সুখে নিশায় দাগা দিলেন জগতী।
এই দুখ বড় মম মনেতে ৰহিল,
পতি সংগে সুখে নিশা প্ৰভাত না হ'ল।
নাৰী হয়ে পতি মৰ্ম না হইলাম জ্ঞাত,
বৃথা মম নাৰী জন্ম এমন বৰাত।
মম সম ভাগ্য হীনা আৰ নাহী নাৰী,
বিবাহ নিশায় আমি হইলাম ৰাড়ী।
মনসা সঙ্গেতে বাদ চিৰদিন ধৰে,
সেবাদ খণ্ডিল দেৱী ভোৰে ৰাড়ী কৰে।

হায় হায় কি কৰিব কোথায় যাইব,
কোথায়ে গেলে প্ৰাণ পতি পুনঃ পাইব॥

(--মনসা দেবীৰ ৰোষত পৰি বেউলাৰ পতি লক্ষীন্দৰক সৰ্পই দংশন কৰি জীৱন নাশ কৰে। পতিৰ কৰুণ মৃত্যুত বেউলাই ইনাই বিনাই কান্দিব ধৰে।)

কুকুৰা যুঁজ ঃ

কুকুৰা যুঁজ সাধাৰণতে আহিন মাহত আৰম্ভ হয় আৰু ফাগুন মাহত শেষ হয়। যুঁজ লগোৱা দুয়োটা কুকুৰাৰ বাঁও ঠেঙত কাঁইট বা ছুৰী বান্ধি দিয়া হয়। কুকুৰা যুঁজৰ আঁৰত চাহ সংস্কৃতিৰ এক বিচিত্ৰতা লুকাই আছে বুলি অভিহিত কৰা হয়। যুঁজ লগোৱা কুকুৰাটোৰ যাতে কোনো-ধৰণৰ হানি-বিঘিনি নহয় তাৰ বাবে যুঁজৰ দেৱতা 'ৰাঙ্গাহাৰী বিচাচাৰী'ৰ নামত কোনোবাই থানত পানী ঢালে আৰু কোনোবাই টোপোলা বা মানসিক আগবঢ়ায়। সময় মতে ডাক দিয়া কুকুৰাকহে যুঁজৰ বাবে উপযোগী বুলি ধৰা হয়। সময়ে অসময়ে ডাক দি থকা কুকুৰাই যুঁজত জিকিব নোৱাৰে। যুঁজ কৰিবলৈ অনা কুকুৰাক 'পাহৰ', যুঁজত জিকাটোক জিত্-কাৰ আৰু হৰাটোক মুড় বোলে। যুঁজত বিজৰা বা পখৰা ৰঙৰ মুগী বেছি শক্তিশালী আৰু বগা ৰঙৰ মুগী বৰ গেজু বুলি ধৰা হয় আৰু ডাক দিওঁতে পূব ফালে মুখ কৰি যি মুগীয়ে ডাক দিয়ে তেনে মুগীৰ লক্ষণ হেনো ভাল। কুকুৰা যুঁজ সাধাৰণতে আগবেলা পাতে যদিও কিছুমান ঠাইত পিছবেলা পতাও দেখা যায়। যুঁজ পতা ঠাইকখনক 'আখড়া' বোলে। যুঁজত মুগী ঘাইল হ'লে ঘাইল হোৱা ঠাই ডোখৰত মিঠাতেল আৰু কাঠ কয়লাৰ ছাঁই লগাই দিয়ে। মুগীক খঙাল কৰিবলৈ গেন্দাফুল খুওৱা হয়। যুঁজৰ সময়ত মুগীৰ ঠেঙত কাঁইট বা ছুৰি বান্ধোতে বান্ধোতাজনে মাননী হিচাপে পইচা লয়। কাঁইট বন্ধাৰ পাছত মুগীৰ ঠেঙত বান্ধি ৰখা ৰচিডাল খুলি এজনে বাঁও ভৰিৰে গছকি থাকে। যেতিয়ালৈকে যুঁজ শেষ নহয় তেতিয়ালৈকে মানুহজনে ৰচি ডাল ভৰি তলুৱাত গছকি মনে মনে বহি থাকে। তেনে কৰিলে বোলে মুগীটো যুঁজত জিকাৰ সম্ভাৱনা থাকে। যুঁজত হৰা জিকা লৈ দৰ্শকসকলে ইজনে সিজনৰ লগত টকাৰ বাজি ধৰে। যুঁজত জিকাবলৈ কিছুমানে যুঁজৰ দুই এদিন আগতে মুগীটোৰ গাত শুকান শিয়ালৰ চামৰা পানীত তিয়াই সেই পানী ছটিয়াই দিয়ে। যাতে শিয়ালৰ গোন্ধ সহ্য কৰি মুগীটো সাহসী হ'ব পাৰে। এই শিয়াল পানী ছটিওৱা মুগীটোৰ লগত যেতিয়া কোনোবা শিয়ালপানী নছটিওৱা মুগীৰ লগত যুঁজ লগোৱা যায় তেতিয়া শিয়াল পানী নছটিওৱা মুগীটোৱে যুঁজ লাগিলেও শিয়ালৰ গোন্ধ পাই আচলতে ভয়ত পলাই যায় আৰু লগে লগে তাক হৰা বুলি ধৰা হয়। মহিলাসকলক এই মুগী যুঁজ চোৱাৰ পৰা বিৰত ৰখা হয়। যুঁজৰ দিনা খুব ৰাতিপুৱাই উঠি মুখ-হাত নোধোৱাকৈ আৰু কাৰো লগত কথা-বতৰা নপতাকৈ যুঁজ লগাবলৈ মুগীটোক কাষলতীৰ তলত সুমুৱাই বা চাদৰত ঢাকি কোনেও নেদেখাকৈ আখড়ালৈ নিয়ে। যাওঁতে যাত্ৰা ভঙ্গ হ'ব বুলি ভাবি কোনোবাই মাতিলেও মাত নিদিয়ে। যুঁজৰ পৰা ঘূৰি নহা পৰ্যন্ত তেওঁৰ বিছনা-কাপোৰ আদি কোনেও নুচুৱে আৰু মুগী গড়ালটোও চাফা নকৰে। নহ'লে যুঁজত জিকিব পৰা নাযাব বুলি বিশ্বাস কৰে। যুঁজৰ আগনিশা সপোনত কাজিয়াত জিকা, হঁহা, তেজ আৰু ৰং-ধেমালি কৰা আদি দেখিলে বোলে শুভ লক্ষণ।



মংলা পূজা ঃ

চ'ত মাহৰ পূৰ্ণিমা তিথিৰ ঠিক আগৰ মঙ্গলবাৰৰ দিনাখন মংলা পূজা কৰে। কিছুমানে ইয়াক মংগল চণ্ডী পূজা বোলে। হাড়ি, ঘাঁছি আদি গোষ্ঠীৰ লোকসকলে সাধাৰণতে এই পূজা পাতে। পূজাত চাৰিমুখীয়া কলহত বাৰি বা পানী ভৰাই বেদীত স্থাপন কৰে। কলহৰ মুখত ভীমকলৰ ডিল এটা দিয়ে আৰু পাঁচটা কলফুল গাঁথি বান্ধি দিয়ে। ক্ষীৰ-ভাত, আথৈ আৰু গুৰৰ মুৱা, চাউল গুড়ি, গুৰ আৰু পানীৰে বনোৱা বেচালীৰ প্ৰসাদ কৰে। থানত মদ ঢালে। এৰেকশটা নিৰ্ম্মণীয়া বেলগাত অথবা শাল গছৰ পাতত মংলা, ধৰম, মাতা-পিতা নানা-নানী, দাদা-দাদী আদি এৰেকশ জনলৈ নাম কাঢ়ি কাঢ়ি ভোগ অৰ্পণ কৰে। পূজাত নানাতৰহৰ বাদ্যযন্ত্ৰ বজায় আৰু ঝাপান উঠে। ঘৰৰ ভিতৰত লাল মুগী আৰু চোতালত লাল পাঠা বলি দিয়ে। দিনৰ ভাগতে পূজাৰ কাম সমাপন কৰে। ৰোগ-মহামাৰী, অপায়-অমঙ্গলৰপৰা হাত সাৰিবলৈ আয়োজন কৰা মংলা পূজাৰ আঠ দিনৰ দিনা আঠমঙ্গলা পাতি পূজাৰ যৱনিকা মা'ৰে।

কালীপূজা ঃ

কালী পূজা ব্যক্তিগত আৰু সামূহিক দুই ৰকমে পাতে। ব্যক্তিগত ভাবে নিজৰ ঘৰত আৰু সামূহিকভাবে ৰাজহুৱা থানত পাতে। পূজাত বলি-বিধান দিয়াৰ নিয়ম আছে। ঝুপানৰ দ্বাৰা ভাল বেয়া চোৱা হয়।

সামূহিকভাবে পতা পূজা শাস্ত্ৰাচাৰ নিয়ম-নীতিৰ মাজেৰে সম্পন্ন কৰা হয়। বলি দিয়াৰ সময়ত ঢাক-ঢোল বজোৱা হয়। পূজাৰ সময়ত উপস্থিত থকা মহিলাসকলে খোপা খুলি ৰখাৰ নিয়ম প্ৰচলিত। বেদীত কালী গোসাঁনীৰ মূৰ্তি সাধাৰণতে সন্ধিয়াপৰত স্থাপন কৰা হয়। যিহেতুকে কালীদেৱী হৈছে বিভিন্ন ভূত-প্ৰেত-ডাক-যোগীনীৰ গৰাকী আৰু স্বভাৱত খঙাল। সেয়ে দিনৰ হুলস্থূলীয়া পৰিবেশৰ মাজত স্থাপন কৰিলে দেৱীৰ খং উঠিব পাৰে আৰু দেৱীৰ সৈতে অহা ভূত-প্ৰেতবোৰে গাঁৱত সোমাই মানুহৰ অঘটন ঘটাব পাৰে বুলি আশংকা কৰি দিনৰ ভাগত দেৱীৰ মূৰ্তি স্থাপন কৰা নহয়। যথাবিধি পূজা শেষ হোৱাৰ পাছত শেষ নিশাৰ ভাগত দেৱীৰ মূৰ্তি নদীত বিসৰ্জন দিয়া হয়। বিসৰ্জন থলীলৈ সৰু সৰু ল'ৰা-ছোৱালী আৰু মাইকী মানুহক সচৰাচৰ যাবলৈ দিয়া নহয়।

কালী পূজাৰ অন্য এক অংগ দেৱালী উছৱত বন্তি জ্বলোৱা হয়। প্ৰথম বন্তিটো কেঁচা মাটি বা কেঁচা অমিতা দুফাল কৰি জ্বলোৱা হয়। এই চাকিটো ঘৰৰ ভিতৰত জ্বলাই উঠিহে বাহিৰৰ চাকিবোৰ জ্বলোৱা হয়। প্ৰথম চাকিটো ডাইনীৰ হাতত পৰিলে ঘৰখনৰ সৰ্বনাশ হ'ব পাৰে বুলি ধাৰণা কৰা হয়। এই চাকিটো হাতছাড়া হ'লে ডাইনীবোৰে সেই চাকিৰ পোহৰত বোলে মানুহৰ কেঁচা কলিজাৰ তেজ নি শ্মশানত পান কৰে। তাৰ ফলত ঘৰৰ গৃহস্থজনৰ তেজবমি হৈ মৃত্যু হ'ব পাৰে। তাৰোপৰি সেই দিনা ঘৰৰ বাহিৰত পৰি থকা ঠুটা-ঝাড়ু, ফটা কাপোৰ আৰু মাইকী মানুহৰ চুলি মনে মনে নি ডাইনীবোৰে শ্মশানত কঁঙ্কালত বান্ধি উলঙ্গ হৈ নাচে আৰু সেই প্ৰথম চাকিৰ পোহৰক সাক্ষী ৰাখি 'আঢ়ৈ কলি মন্ত্ৰ' গায়। ইয়াৰ ফলত গৃহস্থৰ নানা ধৰণৰ হানি বিঘিনি হ'ব পাৰে। সেয়ে কোনো ধৰণৰ পয়মাল নহৈ ভালধৰণে যাতে থাকিব পাৰে সেই কথাৰ প্ৰতি লক্ষ্য ৰাখি প্ৰথম চাকিৰ তেল ঘৰৰ ল'ৰা-ছোৱালীকে আদি কৰি সকলোৰে হাতে-ভৰিয়ে ঘঁহি লয়। বিশেষকৈ কাষলতীত ঘঁহা হয়। এনে এটা পৰিবেশ পূজাৰ দিশৰ পৰা সৃষ্টি হোৱাৰ বাবে পূজাৰ ৰতৰত সাধাৰণতে অকলসৰে নুঘূৰি লগে ভাগে ঘূৰা দেখা যায়।

ধৰমপূজা ঃ

মাঘ মাহৰ মঙ্গল বা দেওবাৰে পালন কৰা ধৰম পূজাৰ লগত চন্দ্ৰ, সূৰ্য, যম, মহাদেৱ, পিতা-মাতা, ঠাকুৰমা আৰু ইষ্টদেৱতা---এই সাত গৰাকী পূজতুল্য জড়িত হৈ আছে। পুৰুষ প্ৰধান ধৰম পূজা পুৱাৰ ভাগত



নদীৰ পাৰত কৰা হয়। পূজাত বলিবিধান আছে। সূৰ্য দেৱতাৰ নামত লাল মুগী আৰু ধৰম দেৱতাৰ নামত বগা মুগী বলি দিয়া হয়। পূজাৰ বেদীত দেৱতাৰ নামত মদ-চাৰাপ ঢলা হয়। পূজাৰ ভোগ ৰান্ধি মেলি খায় আৰু বেছি হ'লে পুতি থয়। কোনো বস্তু ঘৰলৈ ঘূৰাই নিনিয়ে। অনাৰ্য জনগোষ্ঠীৰ মাজত এই পূজাৰ প্ৰচলন বেছি হিচাপে থকা দেখা যায়। পূজাত ঝুপান উঠে। ধৰম দেৱতাক সন্তুষ্ট কৰি ৰাখিলে কোনো-ধৰণৰ অপায় অমঙ্গল নহয় বুলি বিশ্বাস কৰে। কিছুমানে চন্দ্ৰ আৰু সূৰ্য গ্ৰহণৰ সময়ত ৰাহুৰ পূজা কৰে। ৰাহু পূজা বাৰ বছৰৰ মূৰে মূৰে গাহৰি বলি দি পাতে। এই পূজাত জ্বলন্ত জুইৰ ওপৰেদি খোজকাঢ়ি পাৰ হয়। চিক্‌সকলে 'আচৰল' পূজা পাতে। গৃহ দেৱতাক সন্তুষ্ট কৰি ৰাখিবলৈ আহাৰ মাহত দুৱাৰ চুকত এই পূজা পাতে। কৰ্মকাৰসকলে ১২ বছৰৰ মূৰে মূৰে ফাগুন মাহত 'লুণ্ডবাবা' (শিৱ)ৰ পূজা কৰে। এই পূজা দিনৰ ভাগত ভেৰা বলি দি পাতে।

সত্যনাৰায়ণ পূজা ঃ

সাধাৰণতে একাদশী বা পূৰ্ণিমা তিথিত সত্যনাৰায়ণ পূজা পতা হয়। বামুণৰ দ্বাৰা সম্পন্ন কৰা এই পূজা ব্যক্তিগতভাবে ঘৰত পতা হয় আৰু পূজালৈ ওচৰ-চুবুৰীয়া সকলোকে নিমন্ত্ৰণ কৰা হয়। এবাৰ কৰিলে একে লেঠাৰীয়ে তিনিবাৰলৈ এই পূজা পতাৰ নিয়ম। এবাৰ কৰিয়েই এৰি দিব নেপায় হেনো। পূজাত কল, বুট, নাৰিকল, বাতাচা, পঞ্চামৃত, চূড়ণ আদিৰ প্ৰসাদ দিয়া হয়। এই পূজা ৰাতি পাতে। পূজাৰ মাজতে মন্ত্ৰ পাঠ কৰাৰ পাছতে এজন দৰিদ্ৰ বামুণ আৰু এজন খৰিকটীয়া এই পূজাৰ জৰিয়তে কিদৰে সময়ৰ সোঁতত ঐশ্বৰ্যশালী হৈ পৰে, সত্যনাৰায়ণ পূজাৰ সেই ৰসাল কাহিনীটো পূজাৰীয়ে উপস্থিত ৰাইজৰ আগত বুজাই ব্যক্ত কৰে। আৰতিৰ পাছত পূজাৰীয়ে সকলোকে 'ৰাখী' বান্ধে। শেষত প্ৰসাদ খাই সকলো ঘৰাঘৰি হয়।

ত্ৰিনাথ মেলা ঃ

সত্যনাৰায়ণ পূজাৰ দৰে উড়িয়াসকলে ত্ৰিনাথ মেলা বা ত্ৰিনাথ পূজা পাতে। উড়িছী কীৰ্তনত বৰ্ণনা থকা এজন দৰিদ্ৰ বামুণে ব্ৰহ্মা-বিষ্ণু আৰু মহেশ এই ত্ৰি-কৰ্তাৰ উপদেশানুযায়ী তিনি পইচা খৰচ কৰি ত্ৰিনাথ পূজা পাতি কিদৰে ঐশ্বৰ্যশালী হৈ পৰে সেই কাহিনী ভাগ এই পূজাৰ মাজত

সকলোকে জানিবলৈ দিয়া হয়। পূজাত কোনো বামুণৰ আৱশ্যক নাই। কল, নাৰিকল, বুটমাহ, আখৈ, পকামিঠৈ আদিৰ প্ৰসাদ দিয়া হয়। পূজাৰ সময়ত ভাং খাবলৈ তিনিটা ভাঙৰ চিলিমৰ আৱশ্যক হয়। কাহিনীটো কৈ যাওঁতে কাহিনীৰ প্ৰতিটো অধ্যায়ৰ অন্তত হৰিধ্বনি দিয়া হয়।

লক্ষ্মী পূজা ঃ

আহিন-কাতি মাহত পৰা লক্ষ্মী পূৰ্ণিমা তিথিত লক্ষ্মী পূজা পাতে। ব্যক্তিগত আৰু সামূহিক দুই ৰকমে এই পূজা পতা হয়। কিছুমানে বামুণৰ দ্বাৰা কৰোৱায় আৰু কিছুমানে নিজেই নিয়ম অনুসাৰে কৰে। সাধাৰণতে এই পূজা সন্ধিয়া পাতে। ই নাৰী প্ৰধান পূজা। পূজাত লক্ষ্মী চৰিত্ৰ পাঠ কৰে। পূজাৰ দিনা ঘৰত ভজা-পোৰা নকৰে। বহুতে নিশি পালন কৰে। দিনত ভাত নেখায়। ৰাতি লঘু আহাৰ কৰে। বৃহস্পতি বাৰটোক লক্ষ্মী বাৰ বুলি মানি সেইদিনা বহুতে মাছ-মাংস-মদ লাওপানী আদি নাখায় আৰু ভিক্ষাৰীক সেইদিনা ভিক্ষা নিদিয়ে।

তুলসী পূজা ঃ

কাতি মাহৰ সংক্ৰান্তি তিথিত তুলসী পূজা পাতে। সেই দিনা তুলসী পুলি ৰোৱা, তুলসী গুৰি চাফা কৰা আৰু তুলসী তলত বন্তি দিয়া হয়। তুলসী থানত চাকি-বন্তি, ধূপ-ধূনা জ্বলাই তুলসী চৰিত্ৰ বা কীৰ্তন পুথি পাঠ কৰা হয়। ৰীতি-নীতি অনুসাৰে পূজা কৰা হয়। পূজাৰ সেই বিশেষ দিনটোৰ বাহিৰেও প্ৰতিদিনে পুৱাই তুলসীথান মচা হয় আৰু গা-পা ধুই তুলসী গুৰিত পানী ঢলা হয়।

গণেশ পূজা ঃ

ঘৰত বেমাৰ-আজাৰ আৰু এন্দুৰ নিগনিৰ উৎপাত বেছি হ'লে তাৰ নিৰাময়ৰ অৰ্থে গণেশ দেৱতাৰ নামত টোপোলা বান্ধে আৰু কোনো এক দেওবাৰে তাৰ পূজা পাতে। কিছুমানে নিজে কৰে আৰু কিছুমানে বামুণৰ দ্বাৰা পূজা কৰায়। হাবিতলীয়া বস্তিৰ লোকে হাতীৰ উপদ্ৰৱৰ পৰা ৰক্ষা পাবলৈ সামূহিকভাবে গছৰ তলত বাদ্যযন্ত্ৰ বজাই গণেশ পূজা পাতে। এই পূজাৰ প্ৰসাদত কল ব্যৱহাৰ কৰা নহয়। পূজাত গোৱা গীত এটি হ'ল ঃ

"অ' গণেশেৰ মা, অ' গণেশেৰে মা
কালা বৌকে জ্বালা দিয়না,
কালা বৌকে জ্বালা দিলে
আৰ তুমি দেখতে পাবে না।"



শীতলা পূজা ঃ

আহাৰ মাহৰ কোনো এক মঙ্গলবাৰে শীতলা পূজা পতা হয়। ঘট স্থাপন কৰি পতা এই পূজা বামুণৰ দ্বাৰা কৰোৱা হয়। পূজাত বগা ৰঙৰ এযোৰ পাৰ শীতলা দেৱীৰ নামত এৰা হয়। হাঁহ আৰু বগা পাঠা ছাগলী বলি দিয়া হয়। ঘৰৰ মঙ্গল কামনা কৰি পতা এই পূজাক কিছুমানে মঙ্গল চণ্ডীৰ পূজা নামেৰে অভিহিত কৰে।

জন্মাষ্টমী ঃ

ভাদ মাহত শ্ৰীকৃষ্ণৰ জন্ম তিথি হিচাপে জন্মাষ্টমী সামূহিকভাবে পতা হয়। শাস্ত্ৰাচাৰ অনুসৰি শ্ৰীকৃষ্ণৰ গুণানুকীৰ্তন সহকাৰে পূজা পতা হয়। লগতে গৌড়দেশী কীৰ্তন, উড়িছী কীৰ্তন আৰু গীত-মাতৰ জৰিয়তে শ্ৰীকৃষ্ণৰ লীলা খেলাৰ ৰসাল কাহিনী সোঁৱৰণ কৰা হয়।

শিৱৰাত্ৰি ঃ

ফাগুন মাহত শিৱৰাত্ৰি তিথিত শিৱমন্দিৰ অথবা ৰাজহুৱা স্থানত বেল গছৰ তলত সদাশিৱৰ আৰাধনা সহকাৰে শিৱপূজা পাতে। সেইদিনা পুৱা গা-পা ধুই শিৱলিঙ্গত আৰু বেল গছৰ তলত শিৱক স্মৰণ কৰি পানী ঢালে। মহিলাসকলে বিশেষভাবে এই পূজাত আগভাগ লোৱা দেখা যায়। সেই দিনা ভগবান শিৱৰ প্ৰসাদ জ্ঞান কৰি ভাং, ভাঙৰ লাড়ু আৰু ঘোটা খোৱা হয়।

এইবোৰ পূজা পাৰ্বণৰ উপৰিও বিশ্বকৰ্মা পূজা, চড়ক পূজা, কাৰ্তিক, পূজা, হনুমান পূজা আৰু ৰামনৱমী আদি পালন কৰা দেখা যায়। ৰামায়ণ মহাভাৰত আৰু মনসা কাব্যত বিষয়বস্তুৰ লগত সংগতি থকা পাল্লানাচ, দণ্ডনাচ আদি অনুষ্ঠিত কৰা দেখা যায়।

মাড়াল প্ৰথা ঃ

শাস্ত্ৰাচাৰ নীতি-নিয়ম মানি চলাসকলে গাৰ্হস্থ্য ধৰ্ম হিচাপে সূৰ্য উদয় হোৱাৰ লগে লগে শোৱাপাটি এৰি ঘৰৰ মহিলাসকলে চোতালত গোবৰ-পানী ছটিয়ায়, ঘৰৰ দুৱাৰমুখত গোলাকৃত গোবৰ পানীৰে মাড়ল দিয়ে আৰু থানঘৰ মচি চাফা কৰে। গোহালি আৰু ভঁড়াল ঘৰবো সন্মুখ ভাগত মাড়ল দি গৌ-লক্ষ্মীক সন্মান জনোৱা হয়। চোতালৰ মাজ ভাগতো মাড়ল দি ঘৰখনলৈ পবিত্ৰতা অহাৰ কামনা কৰা হয়। মাড়লক পৰিষ্কাৰ-পৰিচ্ছন্নতা আৰু পবিত্ৰতাৰ প্ৰতীক হিচাপে গণ্য কৰা হয়। ঘৰত মানুহ মৰিলে বা

জন্ম হ'লে শুচি নোহোৱা পৰ্যন্ত মাড়ল দিয়াৰ পৰা বিৰত থকা হয়। মাড়ল দিয়াৰ পিছত চোলা-চৌকা মছি দিনটোৰ বাবে চৌকা জ্বলোৱা হয়। চুৰা কাঁহী-বাটি, কেৰাহী-বটুৱা আদি প্ৰতি দিনে পুৱা খাৰ-মাটি ঘঁহি ধুই-পখালি চাফা কৰে। কেৱল পানীৰে আওথালী বাচন ধোৱাৰ নিয়ম নাই। ৰাতি বটুৱা-কেৰাহী উদং কৰি নাথায়। সামান্য পৰিমাণে হ'লেও বটুৱা-কেৰাহীত ভাত-তৰকাৰী থৈ দিয়ে। নহ'লে 'লক্ষ্মী-ছাৰা' হয় বুলি কয়। পানী থাকক বা নাথাকক কলহ-গাগৰাৰ মুখবোৰ ঢাকনিৰে সদায় ঢাকি ৰাখে। ঢাকি নাৰাখিলে পানী পিয়াহত ঘূৰি ফুৰা কোনোবা বেয়া আত্মাৰ মুখ পৰিব আৰু পিছত সেই জুঠা পানী খাই মানুহৰ বেমাৰ-আজাৰ হ'ব পাৰে বুলি এক জনবিশ্বাস আছে। ঘৰ সৰা ঝাৰুটো থিয় কৰি নাৰাখিলে, বহা পীৰাখন উঠাই নথ'লে, মছলা পিহা শিল-পটাখন একতীয়াকৈ নথ'লে আৰু তৰকাৰী কটা বৈঠীখন নিৰ্দিষ্ট ঠাইত ঠিক মতে নথ'লে সিহঁতৰ আত্মাবোৰে কষ্ট পায় আৰু তাৰ ফলত ঘৰখনত নানা তৰহৰ আহুকালে দেখা দিব পাৰে বুলি বিশ্বাস কৰে। গুৰুমুখ হোৱাসকলে নিতৌ পুৱা গা-পা ধুই তুলসী থান, বৰগছ, আঁহত গছ বা বেলগছৰ গুৰিত ইষ্টদেৱতাক স্মৰণ কৰি পানী ঢালে। কিছুৱে সূৰ্য প্ৰণাম কৰে। আহাৰ খাওঁতে থালিৰ চৌকাষে পানী ছটিয়ায়, ইষ্টদেৱতাৰ নামত মাটিত যৎকিঞ্চিৎ আহাৰ উছৰ্গা কৰে আৰু প্ৰথম গৰাহ প্ৰণাম কৰি আহাৰ গ্ৰহণ কৰে। থালি চাফা কৰি নাথায়। থালিৰ কাষত অলপমান এৰি থয় স্বৰ্গগামী পিতা-মাতা আৰু অন্যান্য পশু-পক্ষী, জীৱৰ বাবে। পাকঘৰলৈ কেতিয়াও চামৰাৰ বস্তু নুসুমুৱায়। অজাতি লোকক পাকঘৰলৈ সোমাব নিদিয়ে। বিবাহিতা স্ত্ৰীয়ে পুৰুষজনে খোৱাৰ পিছতহে খায়। সাধাৰণতে ঘৰৰ মহিলাসকলে পুৰুষসকেল খোৱাৰ পিছতহে খায়। পুৰুষৰ জুঠা কাঁহীত স্ত্ৰী গৰাকীয়ে খাব পাৰে। কিন্তু স্ত্ৰীৰ জুঠা কাঁহীত পুৰুষজনে খাব নোৱাৰে।

শোৱাৰ ক্ষেত্ৰত পূব বা দক্ষিণ ফালে মূৰ কৰি শোৱাৰ নিয়ম। পশ্চিম ফালে মূৰ কৰিলে বিধৰ্মী আৰু উত্তৰ ফালে মূৰ কৰিলে মূৰ্দা শোৱন বুলি জ্ঞান কৰি সেই দুই দিশত কেতিয়াও মূৰ কৰি নোশোৱে। পূবফালে মূৰ কৰি শোৱাটো অতি উত্তম বুলি ভবা হয়। সন্ধিয়া পৰত ঘৰত সদায় চাকি-বত্তি, ধূপ-ধূনা দিয়া হয়। এনে কৰিলে ভূত-প্ৰেত আহি ঘৰখনত কেতিয়াও উপদ্ৰৱ কৰিব নোৱাৰে বুলি কয়। শোৱাৰ সময়ত ভগবানৰ নাম লৈ শোৱে। সেইদৰে পুৱা উঠোতেও ভগবানৰ নাম লৈ উঠে।



অন্যান্য পূজা-পাৰ্বণ ঃ

চাহ জনজাতি অধ্যুষিত অঞ্চলত আৰু কিছুমান পূজা-পাৰ্বণ কৰা দেখা যায়। সেইবোৰ নিজৰ ভিতৰতে সুৰ-সুৰিয়াকৈ পাতি থয়। সৰ্ব-সাধাৰণ ৰাইজে সেইবোৰৰ বিষয়ে বৰ বেছি গম নেপায়। তাৰে কিছুমান ইয়াত উল্লেখ কৰা হ'ল। চাওঁতালসকলে বহাগ মাহত হাবিৰ মাজত 'অযোধ্যা পূজা' আৰু 'অযোধ্যা চিকাৰ' পালন কৰে। ইয়াত তেওঁলোকৰ নিজা ধনু-কাঁড়ৰ নিচান ঠিক কৰাৰ মানসেৰে 'বেঝা বিন্ধা' উৎসৱ পালন কৰে। এই উৎসৱ মুকলি ঠাইতো কেতিয়াবা কৰা দেখা যায়। সাঁহৰাই পৰৱত তেওঁলোকে কাঠৰ তৰোৱাল আৰু ধনু-কাঁড় লৈ মহাকাব্য ৰামায়ণৰ পদ মাতি মাতি ঘৰে ঘৰে গৈ ডান্টা-নাচ কৰে। সমন্বয়-সম্প্ৰীতিৰ প্ৰতি লক্ষ্য ৰাখি মাঘ-ফাগুন মাহত তেওঁলোকে 'চাতা-পাতা পৰৱ' পালন কৰে। পৰজাসকলে মাঘ-ফাগুনত লক্ষ্মী-পূজা আৰু চ'ত মাহত কৰম পূজা পাতে। কৰুৱাসকলে ফাগুন মাহত দুৰ্জাগিন (দুৰ্গা) আৰু চণ্ডী পূজা কৰে। সামূহিকভাবে পতা দুয়োটা পূজাতে বলি কাটে। চিক্‌সকলে আহাৰ মাহত আম পূজা আৰু চণ্ডী পূজা কৰে। কৃষি উৎসৱ হিচাপে গণ্ডসকলে বহাগ মাহৰ ন-জোন ওলোৱাৰ দিনা বড়দেৱ পূজা পাতে। এই পূজাৰ প্ৰধান প্ৰসাদ নাৰিকল। কয়াসকলে মাঘ-ফাগুন মাহত অঘৰী দেৱতাৰ উদ্দেশ্যে 'মেটেতা দেয়ান' পূজা কৰে। উৰাংসকলে বাৰ বছৰৰ মূৰে মূৰে হাবিৰ মাজত মাঘ অথবা বহাগ মাহত 'মাৰাং বুৰু'ৰ পূজা পাতে। পূজাত বলি দিয়ে। তেওঁলোকৰ মহিলাসকলে বাৰ বছৰৰ মূৰে মূৰে 'জনী চিকাৰ' কৰে। চিকাৰত পুৰুষৰ সাজ-পাৰ পিন্ধি পোহনীয়া গাহৰি এটা মেলি দি তাক জাঠী-জোং লৈ খেদি খেদি মাৰে। ইয়াক গাঁৱলীয়া পূজা বোলে। চাওঁতালসকলে আকৌ মাঘ-ফাগুন মাহত সমূহিয়াভাবে সপ্তাহ জুৰি 'গুৱৰ উৎসৱ' পালন কৰি সমাজৰ মৃত্যু হোৱা লোকসকলৰ আত্মাৰ সদ্‌গতি কামনা কৰে। ইয়াত বলি বিধান চলে আৰু বাদ্য-যন্ত্ৰ বজাই নাচ-গান কৰে। তেওঁলোকে কৃষি উৎসৱ হিচাপে সময় অনুযায়ী বহৰ পূজা, আম পূজা আৰু কাঠ আলুৰ পূজা পাতে। পূজাত বলি দিয়ে আৰু নাচ-গান কৰে। পূজা নকৰাকৈ এইবোৰ বস্তু নেখায়। কেওঁট, কৈৱৰ্ত আৰু কুম্হাৰ-সকলে বানপানীৰ সময়ত নতুন কলপটুৱাৰ নাও সাজি তাত ফল-মূল-ধান আদি দি নাচ-গান কৰি উটুৱাই দিয়ে। উটুৱাই দিয়া নাওখন পোনে পোনে গুচি গ'লে বানপানীৰ ভয় নাথাকে আৰু নগৈ ক'ৰবাত লাগি ধৰিলে বান-পানীৰ পৰা ভয় থাকে। ইয়াক গংগা পূজা বোলে।

নতুন জন্মৰ নীতি পালন ঃ

নতুন জন্ম হ'লে ঘৰখনত 'চুৱা হোৱা' বুলি কয়। চুৱা বা অশৌচী গুচাবলৈ সমূহিয়াভাবে স্বজাতি, ইষ্ট-কুটুম্বৰ সমন্বিতে কিছুমান ৰীতি-কৰ্ম পালন কৰা হয়। শিশুৰ জন্ম লগ্নৰ সময়ৰে পৰা 'ধায়ে' শিশু আৰু মাক দুয়োৰে আলপৈচান ধৰে। সন্তান জন্মৰ ছয় দিনৰ দিনা কিছুমানে এডোখৰ শিলক প্ৰতীক হিচাপে লৈ ষষ্ঠী দেৱীৰ পূজা কৰে। নৱজাত শিশুটোৱে কান্দিলে বা হাঁহিলে অথবা কেনেবাকৈ মাটিত পৰিলে ইয়াক ষষ্ঠী দেৱীৰে কাৰ্য বুলি গণ্য কৰা হয়। ৯ দিনৰ দিনা চুৱা খেদিবলৈ ছটী পাতে। সেইদিনা নাপিতে ঘৰৰ আৰু ওচৰ-চুবুৰীয়াৰ সকলোৰে নাম-মাত্ৰ চুলি কাটে। মহিলাসকলৰ নখ কাটি দি নিয়ম পালন কৰে। নখ কটা কাৰ্যক 'নখ-টুঙা' বুলি কয়। ধুবীয়ে প্ৰত্যেক ঘৰৰে পৰা এখন-দুখনকৈ কাপোৰ ধুই দিবলৈ নিয়ে। ধুবী-নাপিতৰ সকলো খৰচ ছটী পতা ঘৰে বহন কৰে। নৱজাতক শিশুটোৰো চুলি খুৰুৱা হয়। তাৰ চুলি খুৰুৱাৰ আগতে কাঁহৰ বাটি এটাত মিঠাতেল, হালধি আৰু পইচা আদি আগবঢ়ায়। ইয়াৰ দ্বাৰা যিটো খুৰেৰে শিশুক খুৰুৱা হ'ব তাক সন্মান যচা হয়। সেই দিনাহে প্ৰসূতি গৰাকী গা-পা ধুই চাফা হৈ ঘৰৰ বাহিৰলৈ ওলায়। শিশুৰ চুলিখিনি আগলি কলপাতত বান্ধি বাৰীৰ চুকত বা বাঁহ গছৰ তলত পুতি থোৱা হয়। যিটো কাঁহৰ বাটি লৈ নাপিতে ক্ষৌৰ কৰ্ম কৰে সেই বাটিটো গৃহস্থই নাপিতক দি দিয়ে। নিমন্ত্ৰিত ব্যক্তিসকলক জা-জলপান খুওৱা হয়। একৈশ দিনৰ দিনা একৈশা পাতি শেষ শুদ্ধি সম্পন্ন কৰা হয়। সেই দিনাও নিমন্ত্ৰিতসকলক খুওৱা হয়। ছটী বা একৈশাত সাধাৰণতে মহিলাৰ সমাগম বেছি হয়। শিশুটিক সকলোৱে নতুন বস্ত্ৰ উপহাৰ দিয়ে। উপহাৰ দিওঁতে শিশুটিৰ মূৰত মিঠাতেল ঘঁহি আশীৰ্বাদ দিয়ে। ভোজ-ভাতৰো আয়োজন কৰি ৰাইজক আপ্যায়িত কৰা হয়। চুৱা নুগুচালৈকে ঘৰখনত কোনো পূজা-পাৰ্বণ নেপাতে। এইখিনিতে এটা কথা কৈ থোৱা ভাল হ'ব যে শিশু জন্মৰ লগে লগে ঘৰৰ টিন, বেৰ, চকী, মেজ আদিত ঢকিয়াই এক হুলস্থূলীয়া পৰিবেশৰ সৃষ্টি কৰা হয়। এনে কৰিলে ভৱিষ্যতে শিশুটোৱে বিজুলী-ঢেৰেকনি, চিঞৰ-বাখৰ আদি সহজে সহ্য কৰিব পৰা হ'ব বুলি বিশ্বাস কৰা হয়। মাতৃ গৰাকীৰ পাছশাল বা ফুলটো ৰ'দ নপৰা বাঁহতল, কলতল আদিত পোতা হয়। এনে ঠাইত পুতিলে ভৱিষ্যতে শিশুটোৱে হেনো পানী পিয়াহ সহ্য কৰিব পৰা হয়। প্ৰসূতিয়ে ব্যৱহাৰ কৰা ভূৰচীৰ খাৰবোৰ আওহতীয়া ঠাইত পেলোৱা হয়।



খাৰবোৰ গছকিলে বোলে কুঁইলাঠী বা শামুকীয়া ভৰিৰ তলুৱাত হয়। চুৱা নোযোৱা পৰ্যন্ত ধাই গৰাকীয়ে প্ৰসূতিৰ সকলো কাম-কাজ কৰি আল-পৈচান ধৰে আৰু তাৰ বিনিময়ত শাৰী-কাপোৰ, চাউল-মুড়ি আৰু টকা-পইচা দিয়া হয়। শিশুটিক ছাগলীৰ গাখীৰ খুওৱা হয়। সেয়ে মাইকী ছাগলীৰ মাংস খোৱাৰ পৰা বোধকৰো বিৰত থকা হয়। শিশুৰ নাভি পকিলে ছাগলীৰ শুকান লাদ পুৰি নাৰিকল তেলৰ লগত মিহলাই লগাই দিয়া হয়। পঁয়া লাগিলে দুধী লতাৰ খাড়ু পিন্ধোৱা হয়। শিশুটিৰ ৭।৯ মাহ বা ১১ মাহত অন্নপ্ৰাশন্ন বা মুখ জুঠানী পাতি শিশুৰ মুখত প্ৰথম অন্ন দিয়া হয়। শিশুৰ মুখত প্ৰথম অন্ন মোমাই সম্পৰ্কীয় লোকে দিয়াৰ নিয়ম। শিশুটিক প্ৰথম অৱস্থাৰ সময়ছোৱাত বাবু, মিনি, মাইনু, ভায়া, নুনু, নুনী, বুঢ়া, বুঢ়ী, ছুট'-মিনি, ছুট'বাবু আদি নামেৰে মতা হয়। অলপ ডাঙৰ হ'লে বামুণৰ দ্বাৰা চোৱা-চিতা কৰি নামকৰণ কৰা হয়।

মৃতকৰ সৎকাৰ ঃ

মানুহ মৰিলে পোতা আৰু জ্বলোৱা দুয়োটা নিয়ম চাহ জনজাতি সমাজত প্ৰচলিত। বিভিন্ন ঠাইৰ পৰা অহা বাবে বিভিন্ন জাতিৰ মাজত ৰীতি-নীতিৰ ক্ষেত্ৰত কিছু পৰিমাণে তাৰতম্য থকাটো স্বাভাৱিক। অৱশ্যে বেছিভাগে খৰি দি মৃতকৰ দাহ সৎকাৰ কৰে। খুব কম সংখ্যক লোকেহে পোতা কৰ্ম কৰে। সাধাৰণতে সাপে খোটা লোক, নাবালক আৰু গৰ্ভৱতী তিৰোতা মৰিলে দাহ কৰাৰ পৰা বিৰত থকা হয়।

মানুহ মৰিলে পৰিয়াল আৰু ইষ্ট-কুটুম্বৰ লোকে মৃতকক তেল-হালধি সানি ধুই-পখালি চাফা কৰি নতুন বগা মাৰ্কিন কাপোৰেৰে ঢাকি দিয়ে। জাতি-অজাতি, ওচৰ-চুবুৰীয়া সকলো গোট খাই চাঙী বা খাটত তুলি শ্মশানলৈ নিয়ে। চাঙী বা খাটখন পৰিয়ালৰ লোকে কঢ়িয়ায়। পিতৃ-মাতৃ হ'লে পুতেক বা পুতেক সম্পৰ্কীয় লোকে কঢ়িয়ায়। যাওঁতে বাটত তিনিবাৰ শ'টো ৰাখি তিনিবাৰকৈ মুঠ নবাৰ 'হৰিবোল' দিয়ে। বাটত ৰাখোতে ধান-সৰিয়হ ছটিয়ায় আৰু ধূপ-ধূনা দিয়ে। কিছুমানে গোটেই ৰাস্তা ধান-সৰিয়হ ছটিয়ায় আৰু হৰিবোল দিয়ে। শ্মশানত দেৱতাৰ পৰা নামমাত্ৰ পইচা উছৰ্গা কৰি মাটি কিনি লয়। মাটি কিনা পইচাখিনি চন্দ্ৰ-সূৰ্যক সাক্ষী ৰাখি দাহ দিয়া ঠাইৰ উত্তৰ বা পশ্চিমফালে থৈ দিয়ে। তিনি, পাঁচ বা সাত বাৰ চিতাৰ চৌদিশে ওলোটা পাকে ঘূৰাই শ'টো চিতাত তুলি দিয়ে। ঘূৰোতে প্ৰতি পাকতে হৰিবোল দিয়ে। পৰিয়াল আৰু স্বজাতিৰ লোকে

সোঁহাত বা দুয়ো হাতে আৰু অ-জাতিৰ লোকে বাওঁহাতে চিতাত থৰি অথবা পোতা কৰ্মত গাঁতত মাটি দিয়াৰ নিয়ম। পিতৃ-মাতৃৰ ক্ষেত্ৰত একেবাৰে ডাঙৰ বা একেবাৰে সৰুজন পুতেকে মুখাগ্নি দিয়ে। অপুত্ৰকৰ ক্ষেত্ৰত বংশৰ লোকে দিয়ে। বেল বা আম গছৰ ঠাৰিত নতুন কাপোৰৰ শলিতা বান্ধি মিঠাতেল বা ঘিঁউত জুবুৰিয়াই মুখাগ্নি দিয়া জনক চকু মুদাই মৃতকৰ চাৰিওফালে তিনিপাক ঘূৰাই মৃতকৰ কাষত জ্বলাই দিবলৈ দিয়া হয়। শ্মশানলৈ যোৱাসকলে একোডোখৰ বগা মাৰ্কিন কাপোৰ আৰু হাতত দা-কটাৰী কিবা এটা লোহা জাতীয় বস্তু ধৰি লৈ যায়। শ্মশানৰ কাম শেষ কৰি সকলো যায় নদীত গা-ধুবলৈ। যাওঁতে কাঁইটীয়া গছৰ ঠাৰি বা সৰু ডাল এটা মাটিত পুতি তাৰ ওপৰেদি পাৰ হৈ যোৱাৰ নিয়ম। ঘাটলৈ যোৱাৰ পৰত তিনিবাৰ হৰিবোল দিয়ে। গা ধুই সকলো একেলগে মৃতকৰ ঘৰলৈ আহে। আহোঁতে বাটত তিনিবাৰকৈ তিনিঠাইত মুঠ ৯ বাৰ হৰি বোল দিয়ে। মৃতকৰ পদূলি বা দুৱাৰমুখত আগতীয়াকৈ ঠিক কৰি ৰখা ধূপ-ধূনা জ্বলাই তুলসী পানী গাত ছটিয়াই সকলো ঘৰা-ঘৰি হয়। নিম্ন শ্ৰেণীৰ কিছুমানে ঘৰুৱা থানত মদ-লাওপানী উছৰ্গা কৰে। কিছুমানে একেদিনাই ক্ষুৰ কৰ্ম কৰা দেখা যায়।

দহা-কাজ নোহোৱা পৰ্যন্ত পৰিয়ালবৰ্গ আৰু নিকটৱৰ্তী সম্পৰ্কীয় ইষ্ট-কুটুম্বই তেল-হালধি নেখায়। মাছ মাংস নেখায়। ঘৰৰ পৰিয়ালবৰ্গই সকলো সিদ্ধ কৰি খায়। পিতৃ-মাতৃ মৰিলে ডিঙি বা মূৰত মাৰ্কিন কাপোৰৰ টুকুৰা বান্ধি লয়। এই কেইদিন তেওঁলোক ঘৰৰ বাহিৰলৈ নোলায়, কাৰো হাতত নেখায়, চকি-বেঞ্চত নবহে আৰু খাট-পালেঙত নোশোৱে। সেই কেইদিন নিজে সিদ্ধ কৰি এমুঠি খায়, বিশেষকৈ ফল-মূল, বুট আদি খাই কটায়। মাটিত বস্তা বা পটুৱা পাৰি বহে আৰু মাটিত বস্তা-চাদৰ পাৰি শোৱে। লগতে সেই কেইদিন গাত চোলা-গেঞ্জী একো নিপিন্ধে। কেৱল মাৰ্কিন কাপোৰ এডোখৰহে পিন্ধি থাকে। তাৰে এডোখৰ গাতো লয়। বেছি ভাগে এবেলা কেৱল সন্ধিয়া পৰত নতুন মাটিৰ চৰুত উখুৱা চাউলৰ ভাত আৰু তেল, নিমখ, হালধি, মছলাবিহীন মগুদাইল আৰু আলু সিদ্ধ কৰি খায়। তিনি দিনৰ দিনা তিলনি পাতে। সেইদিনা তিতা ভাত সিদ্ধ কৰি খায়। নিমখ পাতত দি তিতাভাত ৰন্ধা হয়। এই ভাত গোষ্ঠীৰ সকলোৱে খোৱাৰ নিয়ম। কিছুমানে 'দুধমহী' পাতি তিলনীৰ ঠাইত দুদিনৰ দিনা পায়স খোৱা কৰে। তিলনীৰ দিনধৰি সন্ধিয়াপৰত মৃতকৰ উদ্দেশ্যে মৰিশালীলৈ যোৱাৰ বাটত খোৱা আহাৰ থৈ আহে। থওঁতে তিনিবাৰ মৃতকক ডাক দি খাবলৈ আহ্বান



কৰি অহা হয়। দহাৰ দিনলৈকে এইদৰে দিয়া হয়। তিলনিৰ দিনা সন্ধিয়া বোলে মৃতকৰ আত্মাই থওঁতে শ্মশানৰপৰা ঘৰলৈ অহাৰ পথত আগবঢ়াই অহা আহাৰখিনি খাই মনৰ খং মনতে সামৰি সন্তোষ লভি উলটি যায়। দহ দিনৰ দিনা দহা-ঘাট পাতে। সৰু ল'ৰা-ছোৱালীৰ ক্ষেত্ৰত কিছুমানে ৫।৭ দিনতে ঘাটকৰ্ম কৰে। ঘাটৰ দিনা স্বজাতিৰ এখন দুখনকৈ কাপোৰ ধুবিয়ে নি ধুই দিয়াৰ নিয়ম। তাৰবাবে ধুবিক গৃহস্থই টকা-চাউল আৰু এডোখৰ নতুন কাপোৰ দিয়ে। নদী ঘাটত নাপিতে পুৰুষৰ চুলি আৰু মহিলাৰ নখ কাটি ঘাটত কৰিবলগীয়া নাপিতৰ কৰ্ম শেষ কৰে। পিতৃ-মাতৃৰ ক্ষেত্ৰত পুতেকসকলে মূৰৰ চুলি টকলা কৰি খুৰায়। গা-পা ধুই বামুণৰ দ্বাৰা বৈদিক প্ৰথাৰে 'পিণ্ড' দিয়ে। পিতৃ বা মাতৃ কোনো এজন বাচি থাকিলে টিকনি ৰাখে। স্বামী হ'লে পত্নীয়ে সেই দিনাৰপৰা হাতৰ পৰা বিয়াত পিন্ধোৱা লোহাৰ খাৰু খুলি থয় আৰু বিধবাৰ সাজ পিন্ধে। সেন্দুৰ পৰিধান নকৰে। বামুণ পত্নীসকলে ঘাট আৰু ঘৰত মিলাই মুঠ বাৰটা পিণ্ড দিয়ে। ঘাটত উঠোতে কিছুমানৰ মাজত ভিনীহি সম্পৰ্কীয় লোকে হাতত ধৰি পানীৰ পৰা বামলৈ তুলি অনাৰ নিয়ম আছে। তেওঁ-লোকক ঘাটলৈ যোৱাসকলে একো ডোখৰ মাৰ্কিন কাপোৰ ডিঙি বা কান্ধত মেৰিয়াই দিয়ে। কিছুমান জাতিৰ লোকে গায়ে মূৰে মাটি ঘঁহি ঘাটত বহে। তেওঁলোকৰ মাজত নাপিতৰ ব্যৱহাৰ থাকিলেও বামুণৰ ব্যৱহাৰ নাই। সমাজৰ মুখীয়ালজনে বামুণৰ কাম কৰে। সন্ধিয়া মৃতকৰ ঘৰত সকলো গোট খায়। স্বজাতিৰ মাজত ভোজ-ভাত খায়। অজাতিৰ লোককো নিমন্ত্ৰণ কৰা হয়। সেই দিনা বহুতে 'কান্ধ-কাঠী' পাতে। মৃতকৰ চাং বা খাট কান্ধত কঢ়িয়াই নিয়াসকলক যাতে ভৱিষ্যতে কোনো ভূত-প্ৰেতে নাপায় তাৰ বাবে সেই কেইজনৰ কান্ধৰ পৰা ভৰিলৈকে কুকুৰা এজনী তিনিবাৰ নমাই 'কান্ধকাঠী নামিল নে নাই' বুলি তিনিবাৰ সোধা হয়। প্ৰতিবাৰতে 'নামিল' বুলি উত্তৰ দিয়া হয়। পিছত কুকুৰাজনী থেকেচা মাৰি মৰোৱা হয় আৰু 'চাক্‌না' কৰি মদ-চাৰাপৰ লগত খোৱা হয়। এনে নকৰিলে মানুহ কেইজনৰ পাছলৈ বেমাৰ হয় বুলি বিশ্বাস কৰা হয়। ভোজ ভাত-ৰন্ধাৰ পাছত মৃতকৰ বাবে পাতত ভাত-তৰকাৰী অলপ বাঢ়ি লৈ সদায় দি অহা ঠাইত দি অহা হয়। তিনিবাৰ মাতি মৃতকক খাবলৈ আহ্বান জনোৱা হয়। কিছুমানে সৰুকৈ খেৰী ঘৰৰ জকা এটা সাজি তাৰ ভিতৰত পাতৰ ভাতখিনি ৰাখি দিয়ে আৰু মৃতকক মাতি খাবলৈ কোৱা হয়। পিছত ঘৰটো পুৰি দি ঘৰলৈ ওভতে। ভাত দিওঁতে ৩।৫ বা ৭ জন লোক যোৱা

সাধাৰণতে দেখা যায়। ইয়াক 'ছাঁহিৰ অনা' বুলি কয়। মৃতকৰ আত্মাই কাঁহিৰ শব্দ অনুসৰণ কৰি বোলে আহে। সেয়ে ছাঁহিৰ আনোতে কাঁহি বজাই অহা হয়। কাঁহি বজাই বজাই ঘৰ পোৱাৰ লগে লগে ঘৰৰ চাকি-বাতি নুমুৱাই সকলো মনে মনে থাকে। দলটো আহি চোতালত থিয় হৈ কাৰো কোনো মাত নুশুনি 'ঘৰত কোন আছে' বুলি মাত দিয়ে। উত্তৰত ভিতৰৰপৰা 'অৰ্জুন শুই আছে, ভীম জাগি আছে' বা 'লক্ষ্মণ শুই আছে, ৰাম জাগি আছে' বুলি কোৱা হয়। তেতিয়া চোতালৰ পৰা এজনে চিঞৰি কয় যে 'সিদিনা (মৰাৰ দিনটো কৈ) ঘৰৰ পৰা হঠাতে ওলাই গৈ ৰাস্তা পাহৰি হাবি-জংঘলে ঘূৰি পকি দিন কটাওতে এই লোককিজনক পাইহে ৰাস্তা চিনিব পাৰি থাকিবলৈ ঘূৰি আহিছোঁ'। ভিতৰৰ পৰা সোধে--- 'আপোন নে পৰ' বুলি। অথবা 'অচিনাকিক থাকিবলৈ দিবপৰা নহ'ব', গতিকে য'ৰপৰা আহিছে তালৈ ঘূৰি যাবলৈ কোৱা হয়। কথা শুনি বাহিৰৰ পৰা 'মই অমুক' বুলি মৃতকৰ নাম কৈ দুৱাৰ খুলিবলৈ কয়। তেতিয়া দুৱাৰ খুলি চাকি-বাতি জ্বলায়। দুৱাৰ খোলাৰ লগে লগে মৃতকৰ আত্মাই ঘৰত প্ৰবেশ কৰে বুলি বিশ্বাস কৰা হয়। ঘৰৰ বয়সীয়াল লোক এজনে ঘৰৰ ভিতৰ থানৰ কাষত বহি মৃতকৰ আত্মাক উদ্দেশ্য কৰি ঘৰখনৰ সকলো ফালৰ পৰা কুশল-মঙ্গল কামনা কৰে। ছাঁহিৰ অনা ধৰন-কৰণ জাতি অনুযায়ী কিছু তাৰতম্য আছে। কুলীনসকলে এটা নতুন মাটিৰ কলহত শ' জ্বলোৱা ছাঁই অলপ ভৰাই জৰী বা ডিমৰু গছত আঁৰি পুৱা-গধূলি সাত পাক ঘূৰি তাত পানী দিয়ে। বামুণৰ দ্বাৰা ঘাটত শ্ৰাদ্ধৰ কাম শেষ হোৱা পাছত কলহটো নৈত উটুৱাই দিয়ে। শ্ৰাদ্ধত বামুণ-বৈষ্ণৱক গো-দান, ভূমিদান, সোণ দান আদি দিয়াৰ প্ৰচলন আছে।

চাওঁতালসকলে মৃতকৰ বছেৰেকীয়া শ্ৰাদ্ধ সমূহিয়াভাৱে বছৰৰ কোনো এক সকলোৰে সুবিধা থকা দিনত পাতে। নাচ-গান কৰি কেতিয়াবা সপ্তাহ জোৰাকৈ পাতে। সমূহিয়াভাৱে পতা এই শ্ৰাদ্ধ অনুষ্ঠানটোক 'গুৱৰ' বোলে। গণ্ডসকলে মৃতকৰ নখ-চুলি কাটি কলহ এটাত ভৰাই গছ এজোপাত আঁৰি থয় আৰু এবছৰৰ পিছত তাৰ তলত বলী কাটি দেওধানী নাচে। আত্মাটোৱে গছ জোপাত থিতাপি লৈছে নে নাই ঝুপান বা দেওধানী উঠা জনে ৰাইজৰ প্ৰশ্নত ব্যক্ত কৰে।

মুণ্ডাসকলে চাঙত বিছনা চাদৰেৰে শ'টো বান্ধি গাঁত খান্দি মাটিত পুতি থয়। মৃতকৰ মূৰৰ ফালে কিছুমানে এছটা শিল গুতি দিয়ে। কিছুমানে ছাগলী বলি দি তাৰ তেজ ঢালি দিয়ে। কিছুমানে লাওপানী ঢালে। কিছু-



মানে ভৰিৰে খেৰ এডাল শ্মশানৰপৰা চোচঁৰাই আনি আধা ৰাস্তাত মৃতকৰ সৎকাৰ কি হিচাপে কৰা হ'ব সেই বিষয়ে আলোচনা কৰি এটা সিদ্ধান্ত লয়। কিছুমানে নুপুতি শ'টো পোৰে। পোৰাৰ দিন ধৰি নতুন কাপোৰ ফালি গাঠি মাৰে আৰু প্ৰতি দিনে সন্ধিয়া পৰত মৃতকৰ আত্মাক ভাত আগবঢ়োৱাৰ সময়ত একোটা গাঁঠি খোলে। শেষ গাঁঠিটো খোলে দহা-কাজ কৰাৰ দিনা।

মৃতকক পোতোতে ভেটিটো চাপৰ হ'লে আয়ুস নাছিল আৰু ওখ হ'লে আয়ুস আছিল বুলি ধৰে। শ' কঢ়িয়াই নিয়া চাং কৰা বাঁহৰ ধেনু-কাঁড় বনালে নিচান ভাল হয় বুলি এক জনবিশ্বাস আছে। গৰ্ভৱতী মহিলাৰ ক্ষেত্ৰত সকাম-নিকাম বৰ ভাল ৰকমে কৰে। নহ'লে 'চুড়কিন ভূত' হয় বুলি ধৰে। জীয়াই থাকোতে যাক ভাল পাইছিল মৰাৰ পাছত তাৰ শত্ৰু আৰু যাক বেয়া পাইছিল তাৰ বন্ধু হয় বুলি বিশ্বাস কৰে। ভূত-প্ৰেত বিশ্বাস কৰা বাবে ৰাতি বিয়লি এঠাইৰ পৰা আন ঠাইলৈ বা এঘৰৰ পৰা আন এঘৰলৈ ভাত নিলে ভাতৰ পাতত এটুকুৰা অঙঠা দি লয়। নহ'লে বাটত ঘূৰি ফুৰা ভূতে জুঠা কৰি দিব পাৰে আৰু সেই জুঠা ভাত খালে মানুহৰ নানা ৰকম বেমাৰ হ'ব পাৰে বুলি জনবিশ্বাস আছে। ভূত-প্ৰেতৰ প্ৰতি থকা চাহ জনজাতিৰ বিশ্বাস মনকৰিবলগীয়া।

## দমকইচ গীত

(১) আওনাকে শীল পানী
জল ভৰি গেল গে,
ঠমক চল ৰাণী তৰ
পঁয়ৰী ভিজি গেলগে ॥

কন্যা ঘৰে চামড়া তলে
নাগৰা বাজিল,
শ্ৰাৱন ভাদৰ মাসেৰ
ধুমচা উড়ি গেল ॥

গৰাক দিনেৰ সেৰ পাল্লা
স্বাধীন দিনেৰ কিলো,
হায়ৰে,
ধৰেক নাই পাৰি সাঁইয়া
কাঁয়া গলাৰ জখ,
কি ৰে---
কাঁয়া গলাৰ জখ॥

আমা খাবে বাবু
চকা মত বিগৰে,
জিয়ত জিন্ গানী বাবু
মায়া মত ছাড়বে ॥

(---চোতালৰ নিয়ৰ পানীত ভৰিৰ পয়ঁৰী তিতিল। পয়ঁৰী ভৰিত পিন্ধা অলংকাৰ। কন্যা ঘৰত ৰভাতলীত ঢোল বাজনাৰ আৱাজ। পৰাধীন কালত চলা সেৰ গুচি আজি বুজিব-ধৰিব নোৱাৰা 'কিলো' হ'ল। আম খাই বাকলি নেপেলাবা। মাতৃক কেতিয়াও নেৰিবা।)

(২) তৰ মন বসি গেল
মৰ মন বসি গেল
সজনী ৰে,
চলে আইলি আসাম।
বাবু বলে কিয়া কিয়া,
চৰ্দাৰ বলে এদিগে আৱা;
চাহাব বলে মা-বাপ কচম,
চাল ভূজা খাই ৰাখলি পৰাণ।
সজনী ৰে,
চলে আইলি আসাম।

দেখত গান্ধী কৰে খেল
পাহীয়ামে কুদায়ে গাড়ী ৰেল,
কনঠানে পানী, কনঠানে তেল
কন ঠানে ইঞ্জিন, কন ঠানে কয়লা
আৰ, কনঠানে পাতালেৰ তেল
কি যে বিজ্ঞান কাৰ খেল;
দেখত গান্ধী কৰে খেল॥



চুল্‌হা ঠিনেক বুচি হাড়ি
মকে নজৰ লাগে কিৰে,
মকে নজৰ লাগে,
এক দনা দিতেক যদি
ঘড়াকে দৌড়াতি, হায়ৰে
ঘড়াকে দৌড়াতি।

(--এদিন অসময়ে আহি বাগিচাৰ কামতে থাকি যোৱা হ'ল। বিজ্ঞানৰ জোৰতে ৰেল গাড়ী চলিল। এবাটি লাওপানী পোৱা হ'লে---!)

## ঘেৰা গীত

কেহু চলে ডালি ডালি
পালঙ্কী লাগাইকে,
আৰ কেহু চলে ভূঁয়ে ভূঁয়ে
নিৰগুণ গাইকে।
ৰামনা ভজলে মানৱা মৰবে বাঁওৰাইকে॥
ৰাজা চলে ডালি ডালি
পালঙ্কী লাগাইকে,
আৰ, সাধু চলে ভূঁয়ে ভূঁয়ে
নিৰগুণ গাইকে।
ৰাম না ভজলে--- ॥

সাঁজ ভৈয়ে গৃহে নাহি আৱে কানাইয়া জী,
কাঁহা ৰৱে গায়ই আৰ কাঁহা ৰৱে বছৰু,
আৰ, কাঁহা ৰৱে যশমতী মাই ই কানাইয়াজী,
সাঁজ ভৈয়ে গৃহে-- ।
ঘৰে ৰৱে গাইয়া আৰ বনে ৰৱে বছৰু
আৰ, মাটিয়ে বসিয়ে কান্দে যশমতী মাই ই
সাঁজ ভৈয়ে গৃহে--- ॥

(-- ৰজা পাল্কীৰ ওপৰত যায়। সাধু খোজ কাঢ়ি যায়। হৰি বিনে সকলো মিছা। ঘৰত গাই আৰু বনত গোৱালি। সন্ধ্যা হৈ অহাতো কৃষ্ণ নহাত মাতৃ যশোদাই মাটিত বহি চকুলো টুকি অপেক্ষা কৰি আছে।)

# বিবাহ কাৰ্য

বিবাহ কাৰ্যক চাহ জনজাতিসকলে চাদী বোলে। বিয়াৰ ৰীতি-নীতি, আচাৰ পদ্ধতি জাতি ভেদে কিছু বেলেগ বেলেগ। বিবাহ পদ্ধতিৰ মাজত জাতি এটাৰ বংশ, কৰ্ম, মৰ্যদা আদিৰ পৰিচয় বহু পৰিমাণে বিচাৰি পোৱা যায়।

সাধাৰণতে ল'ৰা ঘৰৰ লোক ছোৱালী ঘৰলৈ ছোৱালী বিচাৰি যোৱাৰ নিয়ম। আজি কালি এই নিয়মৰ কিছু পৰিবৰ্তন হোৱা দেখা গৈছে। ছোৱালীৰ সংখ্যা বৃদ্ধিয়ে নিয়মৰ পৰিবৰ্তন ঘটাইছে। ছোৱালী ঘৰলৈ ছোৱালী বিচাৰি যাওঁতে ল'ৰা ঘৰৰ পৰা দুই এজন বয়সীয়াল মানুহ যায়। ছোৱালী ঘৰ পোৱাৰ লগে লগে ল'ৰা ঘৰৰ প্ৰতিজন লোকক সেৱা কৰে আৰু ঘটি পানী দি কাঁহৰ থালিত ভৰি ধুৱাই দি সন্মান যাছে। ইয়াক 'জল-ঘটি' দিয়া বোলে। কিছুমানে 'ঘটি-পানী' দিয়া বুলিও কয়। তাৰ পাছত জা-জলপান দি কুশল বাতৰি লয়। ৰাতি ভাত খোৱাৰ পাছত ছোৱালী বিয়া কৰোৱাৰ কথা ওলায়। দুয়ো পক্ষৰ কথা-বতৰা মিলিলে পিছদিনা পুৱা ওচৰ-চুবুৰীয়া মুৰব্বী লেখীয়া দুই চাৰিজনক মাতি কথা বতৰা চিঙি বিয়া খাটাং কৰা হয়। ছোৱালী বিচাৰি লৈ ছোৱালী ঘৰত ৰাতি শোৱাটোক 'ৰাইত ঘুমা' বুলি কয়। বিয়াৰ কথা খাটাং হ'লে কিছুমানে দুয়োপক্ষৰ মুখীয়ালৰ গামোছাত তামোল-পান বান্ধি, খুন্দি মেলি ৰাইজলৈ আগবঢ়ায়। ইয়াৰ দ্বাৰা দুয়ো পক্ষই সন্মতি প্ৰকাশৰ আভাস দিয়ে। ইয়াক 'গুৱা ভঙা' বা 'গুৱা চুপা' বোলে। পাছত দিন-বাৰ চাই কোনো এক শুভ দিনত দৰা পক্ষই তিনি/পাঁচ/সাত বা ততোধিক বিযুৰীয়া সংখ্যাৰ লোক গৈ কন্যা ঘৰত ৰীতি-নীতিৰ মাজেৰে কন্যাক আঙঠি পিন্ধাই আহে। আঙঠি পিন্ধোৱা উপলক্ষে ছোৱালীক নতুন বস্ত্ৰ শাৰী, ব্লাউজ আৰু ফণী, আৰ্চি, খাৰু, আঙঠি, তেল, পাউদাৰ আদি প্ৰসাধনৰ সামগ্ৰী অৰ্পণ কৰে। ইয়াক দধিভাৰ দিয়া বুলি কয়। পুৱা ঘৰ-চোতাল সাৰি-মছি চাফা কৰি ৰাইজৰ উপস্থিতিত চোতালত কন্যাক সেই দধিভাৰ বস্তুৰে সজাই পৰাই উলিয়াই আনে। চোতালত স্থাপন কৰা বেদীৰ চৌদিশে কন্যাক ৩/৫ বাৰ প্ৰদক্ষিণ কৰোৱাই যথাস্থানত বহুৱায়। প্ৰদক্ষিণ কালত আগে আগে মহিলা



এগৰাকীয়ে পানী এঘটি লৈ অলপ অলপকৈ পেলাই যায়। ইয়াৰ দ্বাৰা কন্যাৰ প্ৰদক্ষিণ পথলৈ পবিত্ৰতা কঢ়িয়াই অনা হয়। চাউল গুৰিৰে বেদীৰ ওপৰত বৰ্গক্ষেত্ৰ সদৃশ নক্সা তুলি সেন্দুৰৰ ফোঁট দিয়া হয়। সেই বেদীৰ ওপৰত কন্যাক বহিবলৈ পাৰি দিয়া পীৰাখনৰ ওপৰতো অল্পনা আঁকা হয়। কন্যা বহাৰ পাছত দৰা পক্ষৰ লোকে কন্যাক 'চুমান' কৰে। চুমানত এখন কাঁহৰ থালী বা ডলা অথবা কুলাত চাউল, দুবৰি, তুলসী, ঘিউ বা তেলৰ চাকি, তামোল-পান আদি থয়। চুমান কাৰ্য শেষ হোৱাৰ পাছত খোৱা-বোৱা কৰি সকলো ঘৰা ঘৰি হয়। এই আঙঠি পিন্ধোৱা কাৰ্যক 'কন্যা দেখা' বা 'কাপোৰ পিন্ধা' বুলি কয়। এইদৰে কন্যা ঘৰৰ লোকে গৈ এদিন দৰা ঘৰত দৰাক কাপোৰ পিন্ধাই আহে। ইয়াক 'বৰ দেখা' বোলে। এই কাৰ্য কিছুমানে বামুণৰ দ্বাৰা আৰু কিছুমানে গাঁৱৰ সমাজ মুৰব্বীৰ দ্বাৰা সম্পন্ন কৰে। 'কন্যা দেখা'ৰ দিনা কন্যা ঘৰত দৰা ঘৰৰ মানুহক আৰু 'বৰ দেখা'ৰ দিনা বৰ ঘৰত কন্যা ঘৰৰ মানুহক মহিলাসকলে মনে মনে পিছ ফালৰ পৰা গাত হালধি পানী ছটিয়ায়। এই নিয়ম সম্প্ৰতি প্ৰায় উঠি যোৱাৰ নিচিনা হৈছে। ইয়াৰ পাছত দুয়ো পক্ষৰ লোক বহি বামুণৰ দ্বাৰা বিয়াৰ দিনবাৰ ঠিক কৰা হয়। দৰা-কন্যাৰ ৰাশি জোৰা চোৰা বিয়াৰ এক অপৰিহাৰ্য অংগ। একে গোত্ৰৰ মাজত বিয়া নহয়। দৰা-কন্যাৰ জন্মৰ বাৰত বিয়া সচৰাচৰ নেপাতে। জেঠ মাহত ঘৰৰ ডাঙৰ ল'ৰাৰ বিয়া নেপাতে। কন্যা দেখা কৰি দেৰিকৈ বিয়া পতা সকলে পূজা পাৰ্বণত কন্যাক নতুন বস্ত্ৰ দিয়াৰ নিয়ম আছে। কিছুমানে বিয়াত কন্যাৰ আগধন বা পণ দিয়াৰ ঠিক কৰে। কন্যাক সোণৰ অলংকাৰ আৰু দামী কন্যা-শাৰী দিয়ে। কন্যাৰ মাক, মাহী, কাকী, পেহী, মামী, নানী আদি সকলোকে ভাগে ভাগে লাল পাৰীৰ বগা শাৰী দিয়াৰ নিয়ম। সেই দৰে বাপ, কাকা, মহা, পেহা, মামা, নানা আদিৰ বাবেও একোখনকৈ ধুতি দিয়াৰ নিয়ম। মাটিৰ কলহত তিনি-চাৰি কুৰি হিচাপ চাউল গুৰেৰে বনোৱা পিঠা দিয়ে। ইয়াক 'আঠুৱা' দিয়া বোলে। পিঠাৰ সলনি আজি কালি বুন্দিয়া লাড়ু দিয়া দেখা যায়। পূৰ্ব ৰীতি অনুসাৰে কিছুমানে দৈ, মুড়ি, মিঠাই, আখৈ, মাছ, মদ, ছাগলী আদি দিয়ে। এই বস্তু ধাৰ্য কৰা হিচাপ মতে দিয়া হয়। আত্মীয়-স্বজন, মিতিৰ-কুটুম্ব, বন্ধু-বান্ধৱ সকলোকে বিয়ালৈ নিমন্ত্ৰণ কৰা হয়। জাতি ভেদে নিমন্ত্ৰণ কৰা ৰীতি-নীতি বেলেগ বেলেগ। কিছুমানে গোটা তামোল দি নিমন্ত্ৰণ কৰে। কিছুমানে চুফাৰী আৰু চফগুটি দি মাতে। কিছুমানে চুফাৰীত হালধি সানি দি মাতে। আজিকালি চিঠি দিও মাতে। কিছুমানে আকৌ

হালধি সনা চাউল দি মাতে। কিছুমানে চাউল আৰু কটা চুফাৰী মিহলাই হালধি সানি মাতে। ইত্যাদি।

বিয়া ঘৰৰ চোতালত ৰভা দি তাৰ তলত পাঁচটা খুটাৰে সৰু ৰভা বা 'চামড়া' এখন পাতে। চামড়াৰ চাৰি ফালে চাৰিটা আৰু মাজত এটা মুঠ ৫ টা খুটা পোতে। কিছুমানে চামড়াত ৯ টা খুটা পোতে। কিছুমানে আকৌ মাজত খুটা নিদিয়ে। চামড়াৰ ওপৰত আম ডাল, বেলপাত আদি দিয়া হয়। চৌদিশে নাৰিকল ৰচাত আমপাত বান্ধি মেৰিয়াই দিয়া হয়। চামড়াৰ মাজৰ খুটাটোক কেন্দ্ৰ কৰি বেদী তৈয়াৰ কৰা হয়। খুটাটোত ধান খেৰৰ ৰচি মেৰিয়াই দিয়া হয় আৰু আম ডাল, আম পাত গুজি দিয়া হয়। বেদীত ধেনু-কাঁড়, ফাৰচা, আদি গোজা হয় আৰু কেঁচা সূতা ধেনু ভেৰিয়া বাঁহৰ কাঠি এটাত মেৰিয়াই দিয়া হয়। কিছুমানে নাঙল আদি থয়। মাটিৰ কলহত ঘট সজা হয় আৰু দেউৰী বা পাচিত ধান থৈ তিনি/পাঁচ কোণীয়া মাটিৰ বন্তি জ্বলোৱা হয়। পদূলিমুখত তোৰণ বা গেট দিয়ে। চামড়াৰ বেদী কিছুমানে ৰঙা মাটিৰে সাজে। ৰঙা মাটিৰ অবিহনে ৰঙা ৰং দি দিয়ে। বিয়াৰ দিনা বিয়া কৰিবলৈ আহি দৰা পক্ষই প্ৰথমতে ৰীতি অনুসাৰে বিয়াত দিবলগীয়া সকলোবোৰ বস্তু চামড়াৰ তলত কন্যা পক্ষক চমজি দিয়ে। কুলীনসকলে কন্যাৰ গাধন বা পণ হিচাপে পাঁচসিকি পইচা লয়। মাকৰ গাখীৰ খাই খুৱাই ছোৱালী ডাঙৰ দীঘল কৰাৰ বাবদ এই পণ পইচা লোৱা হয়। ভূমিজসকলে পণ হিচাপে ছাগলীৰ লাদ দিয়ে। কন্যা ঘৰে যিমান কুৰি টকা আৰু কাপোৰ বিচাৰে সেই পৰিমাণৰ এক হিচাপত পাতৰ দনা দুটাত লাদ দিয়া হয়। টকা বিচৰা দনাটোত লাদ বেছি আৰু কাপোৰ বিচৰা দনাটোত লাদ কম দিয়ে।

বিয়াৰ আগতে দৰা পক্ষই কন্যা ঘৰত গৈ 'লগন' আনে। তিনি/পাঁচ/ সাত বা ন দিনৰ লগন আনে। লগন সদায় বিজুৰিয়া হিচাপত অনা হয়। এখিলা আম পাতত হালধি লগোৱা চাউল, গোটা হালধি আৰু বেলপাত বা দুবৰি বন দি দুয়ো পক্ষই লগনৰ দিনা ৰাইজ হিচাপে চোতালত বহি পুৱাৰ ভাগত যথা ৰীতি অনুসাৰে দুটা টোপোলা বান্ধে। টোপোলা দুটা দুয়োপক্ষই পৰস্পৰে সলনা সলনি কৰে। টোপোলাৰ হালধিবোৰ লগনৰ দিন হিচাপে সূতাৰে বান্ধি দিয়ে। অৰ্থাৎ যিমান দিনৰ লগন ধৰা হয় সিমানটা হালধি বান্ধি দিয়া হয়। লগন লোৱাৰ পাছত দৰা পক্ষৰ লোক কন্যা ঘৰত আৰু নেথাকে। পোনে পোনে ঘৰলৈ আহে। ঘৰ পোৱাৰ লগে লগে ঘৰৰ মহিলাসকলে চুমান কৰি লগনটো ভিতৰলৈ নিয়ে আৰু লগন



অনা লোকসকলৰ ভৰি ধুৱাই দি খোৱা-পিয়াৰ ব্যৱস্থা কৰে। কন্যা ঘৰতো অনুৰূপ পালন কৰে। কিছুমানে লগনৰ দিনা সাত ঘৰৰ সাত কুৱাৰ পৰা পানী আনি ৰাতিপুৱাই দৰা ঘৰত দৰাক আৰু কন্যা ঘৰত কন্যাক তিনি আলি বা চাৰিআলিৰ সংগম স্থলত গা ধুৱায়। গা ধুৱাই যি কাপোৰ পিন্ধে সেই কাপোৰ বিয়াৰ দিনা 'জল চাই অনা' পানীৰে গা ধুইহে বদলি কৰে। সাত কুঁৱাৰ পৰা অনা পানীক 'কুমাৰী পানী' বোলে। যিমান দিনৰ লগন থাকে সিমান দিনলৈকে সদায় সন্ধিয়া পৰত মহিলাসকলে দৰা-কন্যা উভয়কে নিজ নিজ ঘৰৰ চোতালত বহুৱাই তেল হালধি ঘঁহে। তেল-হালধি ঘঁহোতে গজাল নমৰা পিৰাত বহিবলৈ দিয়ে। প্ৰতি দিনে একোটাকৈ লগনৰ গাঠি খোলে। গাঁঠি এখন হাতেৰে খোলাৰ নিয়ম। খোলাৰ আগতে কিছুমানে দৰা-কন্যা বহা আসনৰ চাৰিওফালে নৈবদ্য লৈ সাতবাৰ পানী চালি সাতপাক ঘূৰে। ঘূৰোঁতে সাতজন লোক থাকে। ইয়াৰ দ্বাৰা সাত পুৰুষৰ ওচৰত শুভ কামনা কৰা হয়। আত্মীয় স্বজনে কন্যা ভোজ দিয়াৰ নিয়ম জাতি ভেদে আছে। লগনৰ দিন ধৰি বিয়া কাৰ্য শেষ নোহোৱা পৰ্যন্ত দৰা কন্যাৰ লগত একোজন 'লগদীন' (সহচৰ) থাকে। দৰাৰ লগত ভিনিহীয়েক আৰু কন্যাৰ লগত নবৌ অথবা 'নানী' (আইতা) লগদীন হিচাপে থাকে। দৰা-কন্যাৰ লগতে লগদীন দুজনকো তেল হালধি কিছু পৰিমাণে ঘঁহা হয়। প্ৰবাদ আছে যে, মানুহে দৰা-কন্যাক খুব আদৰ সাদৰ কৰা বাবে স্বৰ্গৰ দেৱতাসকলৰ ঈৰ্ষা লাগিব পাৰে আৰু ঈৰ্ষাত কিবা অনিষ্ট কৰিব পাৰে। গতিকে দেৱতাই একে কোৰে কোন দৰা কোন কন্যা যাতে ধৰিব নোৱাৰে তাক ঠগাবলৈ লগদীন ৰখা হয়। কিছুমানৰ মতে আগতে বোলে দৰা-কন্যাৰ প্ৰেমত সহচৰ একোজনে খুব সহায় কৰিছিল। কিয়নো প্ৰেমৰ নামত, বিয়াৰ নামত বোলে প্ৰায়েই হাই-কাজিয়া, কটা-মৰা লাগিছিল। সেয়ে আজিও সেই সহচৰৰ সহযোগিতাৰ কথা স্মৰণ কৰি সহচৰৰূপী লগদীন একোজন কাষত ৰখা হয়। ভূত-প্ৰেত, অমংগল-অপদেৱতাৰ পৰা হাত সাৰি থাকিবলৈ দৰা কন্যাই লগত একোটা যাঁতী বা চুৰি কটাৰী ৰাখে।

যি বেদীৰ সন্মুখত বহুৱাই বিয়া পতা হয় সেই বেদীটো সম্পূৰ্ণ স্বকীয় সামাজিক ৰীতি-নীতিৰে বন্ধা হয়। পবিত্ৰ স্থানৰ পৰা অনা মাটি মিহলাই বেদী সজা হয়। বেদীৰ মাজত গাঁত খান্দি তাত তামৰ পইচা, পান-তামোল, চাউল, হালধি, অষ্টধাতু আদি দি খুটা এটা পোতা হয়। ইয়াক মাড়ুৱা খুটা আৰু খুটাক কেন্দ্ৰ কৰি তৈয়াৰ কৰা বেদীটোক মাড়ৱা বেদী বোলে। মাড়ৱা খুটা আৰু মাড়ৱা বেদী বিবাহ কাৰ্যৰ অন্যতম মাই বস্তু। চামড়াৰ

সোঁমাজত এই মাড়ৱা কৰা হয়। চামড়াৰ ওপৰত কিছুমানে কলপাত, বৰ, জৰী, হৰ্তকী, আমলখী আদিৰ ডাল-পাত জাপি দিয়ে। বেদী চামড়া তিনি/পাঁচ বা সাত গৰাকী মহিলাই মোছে। ভিনিহী সম্পৰ্কীয় লোকে চামড়া বেদীৰ খুটা বান্ধে। চামড়া লিপা আৰু চামড়া খুটা বন্ধাৰ বাবদ যথোচিত মাননী দিয়া হয়। মাননী দিয়াটো নিয়ম। মাড়ৱা খুটাত বন্ধা পঞ্চ পত্ৰ, কৃষি সঁজুলি, যুঁজৰ সঁজুলি আদিয়ে বেপাৰী, খেতিয়ক আৰু সৈনিক শ্ৰেণীৰ কথা মনত পেলায়। বেদীৰ চাৰিকাষে চাৰিটা পোৰা কলহ আৰু সমুখত এটা ৰং নকৰা নোপোৰা কেঁচা কলহৰ মুখত ধান, আমপাত, নাৰিকল দি এৰাঁ সূতাৰে বান্ধি ৰখা কাৰ্যক বহুতে পবিত্ৰ ভাবেৰে সমন্বয় অটুট ৰখাৰ নিদৰ্শন দাঙি ধৰে বুলি ক'ব খোজে।

বিয়াৰ দিনা পুৱা দৰা-কন্যাক বৌয়েক সম্বন্ধীয় লোকে গা-ধুৱাই নতুন কাপোৰ পিন্ধিবলৈ দিয়ে। ভনী সম্বন্ধীয় ছোৱালীবোৰে কুঁৱাত গৈ 'জল-চাহা' কৰ্ম কৰে। 'পানী কাটা' কৰ্ম ভিনিহী সম্বন্ধীয় লোকে কৰে। ক্ষৌৰ কৰ্ম নাপিতে কৰে। 'চিনাই ফেৰা' কৰ্ম কৰাৰ পাছত কন্যা ঘৰলৈ যাবৰ বাবে সাজু হয়। দৰা-কন্যাক 'আম-মুকুল' খুওৱা হয়। মাককে আদি কৰি কাকী, মামী, পেহী, মাহীসকলে দৰা ঘৰত কন্যাক কোলাত বহুৱাই আম-গছ আৰু বকুল গছৰ তলত গুৰ গাখীৰ শিশুসুলভ ধৰণত খুৱাই অতীৰ আত্মীয়তাৰ পৰিচয় দাঙি ধৰে। তাৰ পাছত বিয়া ঘৰলৈ বৰযাত্ৰীসকলে দৰাক লৈ যাত্ৰা কৰে।

'আম-মুকুল' খোৱা সম্পৰ্কত এটা প্ৰবাদ আছে। পুৰণি কালত পাটলি-পুত্ৰ নামে এখন ৰাজ্য আছিল। তাৰ ৰাজকুমাৰীৰ উপযুক্ত বয়স হৈ যোৱা সত্বেও কোনো ফালৰপৰা বিয়াৰ প্ৰস্তাৱ অহা নাছিল। এই কথাত ৰজা-ৰাণী, ৰাজকুমাৰী সবৰে মনত দুখ। মনৰ দুখত এদিন ৰাজকুমাৰী অকলে চিকাৰলৈ যায় আৰু চিকাৰ ক্ষেত্ৰত যি ৰাজকুমাৰকে লগ পাব তাকে পতি বৰণ কৰিব বুলি ঘৰতে প্ৰতিজ্ঞা কৰি লয়। দুখৰ বিষয় দিনটোত কোনো এজন ৰাজ কুমাৰকে চিকাৰত লগ নাপালে। ঘৰলৈ উভতিবৰো সময় হ'ল। উপায় নেপাই মনৰ ধিক্কাৰত আমগছ এজোপাকে পতি বুলি সাৱটি ধৰিলে। জীৱ-জন্তুৰপৰা খেদা খাই ভয়তে সেই গছ জোপাৰ ওপৰত ৰাজ কুমাৰ এজন উঠি আছিল। ওপৰৰপৰা সি ৰাজকুমাৰীৰ সকলো কাণ্ড-কাৰখানা চাই আছিল। ৰাজ কুমাৰ গছৰপৰা নামি আহিল। দুয়োৰে দেখা দেখি হ'ল। নিৰ্জন বনত অকলশৰে দুয়ো দুয়োৰে চকুলৈ চালে। চাৰি চকুৰ মিলনত শিয়ঁৰি গ'ল দুয়োৰে গা-মন। দুয়ো দুয়োৰে ওচৰ চাপি



যায় আৰু বিবাহ পাশত আবদ্ধ হয়। তাৰ ফল স্বৰূপে আম-মুকুল খোৱাৰ প্ৰথা প্ৰচলন হয়। যিজোপা গছৰ আম-মুকুল খাই সেই গছজোপাৰ ফল দৰা-কন্যাই কেতিয়াও নেখায়।

বিয়াত দৰাই হাত দীঘল বগা চোলা আৰু হালধি ৰং লগোৱা ধুতি পিন্ধে। কিছুমানে বগা ধুতি পিন্ধে। মূৰত মৌড় পিন্ধে আৰু ডিঙিত সোণ বা ৰূপৰ চেইন অথবা তুলসী মালা পিন্ধে। কন্যায়ো মূৰত মৌড় আৰু ডিঙি, কাণ, হাত, ভৰিত সোণৰ অলংকাৰ পিন্ধে। কিছুমান জাতিৰ দৰাই মূৰত পাগুৰী মাৰে।

বাদ্যযন্ত্ৰ হিচাপে ঢাক-ঢোল, মাদল, ধুমচা, চাহনাই, মদনভেৰী আদি বিয়াত বজোৱা হয়। আজিকালি মাইক আৰু বেণ্ড আদিও বজায়। কিছু-মানে চুমানৰ পাছত বাদ্য বজায়। কিছুমানে পদূলিমূৰত বাদ্য বজাই নিমন্ত্ৰিতসকলক আদৰে। কিছুমান স্বজাতি নিমন্ত্ৰিত লোকে আহোতে লগত ছাগলী, চাউল, মুড়ি, কাপোৰ, মদ আদি আনে। ইয়াক 'বেভাৰ' বা 'নেওতা' অনা বোলে। এই লোকসকলক দৰা-কন্যাই নিজ হাতে তেল-হালধি ঘঁহি ভৰি ধুৱাই দি সন্মান যাচে। 'বেভাৰ'ক আন কিছুমানে 'কনুৱা' বা 'দেউৰী অনা' বুলি কয়।

বিয়া কৰাবলৈ যাওঁতে দৰাৰ লগত এজন যুদ্ধবেশী নৃত্য-শিল্পী যায়। তেওঁ মূৰত ৰং-চঙীয়া পাগুৰী, পাগুৰীত পাখী, গাত বিবিধ ৰঙৰ ফিতা কাপোৰ, ভৰিত ফিতা কাপোৰ সহ নূপুৰ আৰু হাতত ঢাল-তৰোৱাল লৈ ঢাঁক-ঢোলৰ চেঁৰে চেঁৰে নাচে। নৃত্য-শিল্পী গৰাকীক 'নটুৱা' আৰু নাচটোক নটুৱা নাচ বোলে। এই নাচ কেৱল বিয়াতহে নচা হয়। ই চাহ জনজাতি সমাজৰ এক বৈশিষ্টপূৰ্ণ স্বকীয় নৃত্য। বাজনাৰ তালে তালে সম্পূৰ্ণ যুদ্ধং দেহী ভঙ্গীমাৰে নচা এই নতুৱা নাচক কিছুমানে 'জমিদাৰ নাচ' আৰু কিছু-মানে 'পাখ-খেলা' বোলে। কন্যাঘৰৰ পদূলি মূৰত কন্যাপক্ষৰ নটুৱাই দৰা পক্ষৰ নটুৱাক আগভেটা দি ধৰে। দুয়োৰে মাজত নাচৰ প্ৰতিযোগিতা চলে। প্ৰবাদ আছে যে আগতে জনসংখ্যা কম থকা কালত বিয়াত আজিৰ দৰে গাড়ী-মটৰ নিয়া নাছিল। ৰাস্তা-পদূলিও ভাল নাছিল। চাৰিওফালে আছিল হাবি-জংঘল। তেতিয়া পাল্কী বা গৰু গাড়ীত দৰাক বহুৱাই বৰ-যাত্ৰী খোজকাঢ়ি গৈছিল। যাওঁতে বাটত কেতিয়াবা চোৰ-ডকাইত বা হিংস্ৰ জন্তুৰ মুখামুখী হৈ যুঁজ কৰিবলগীয়া হোৱাৰ বাবে তাৰ প্ৰতীক স্বৰূপে আজিও বৰযাত্ৰীৰ লগত নটুৱা এজন লৈ যোৱাৰ প্ৰথা চলি আছে। নটুৱাৰ অভাৱত লাহে লাহে নটুৱা নাচ কমি অহা দেখা গৈছে। কন্যা ঘৰত

দৰা আহি পোৱাৰ লগে লগে খুলশালীহঁতে দৰাৰ ভৰি ধুৱাই দিয়ে। শাহু-য়েকে ৰীতি অনুসাৰে চুমান ধৰি দৰাক আদৰে। দৰাই শাহুক 'শাসলড়া' অৰ্থাৎ মিঠাইৰ টোপোলা দি সন্মান যাছে। ইতিমধ্যে কন্যাঘৰত 'জল-চহা' কাৰ্য সমাপন কৰি কন্যাক গা-পা ধুৱাই নতুন সাজেৰে সজাই-পৰাই কন্যাৰ কোলাত তিনিবাৰ 'শিল-পাটা' বা পটাগুটি দিয়া লোৱা কৰে। কন্যাক ভিতৰত নি ঘৰৰ চুকত লুকাই ৰাখে। দৰা পক্ষই বিচাৰি উলিয়াই আনি হোমৰ গুৰিত বহুৱাব লাগে। দিগ্‌দাৰ কৰিবৰ কাৰণে কন্যা বহা 'পাচী'টোত গধুৰ শিল এচটা দি দিয়ে। আন্ধাৰ ঘৰৰপৰা কন্যা উলিয়াই অনাৰ পৰত মহিলাৰ হাতত ফুকৰনীৰ মাৰ, বেজীৰ খোছ, পটা-গুটিৰখুন্দা, আদি খাব লগা হয়।

দৰা-কন্যাক চোতালত চামড়া পতা বেদীৰ সমুখত বহুৱাই হোম পুৰি বামুণৰ দ্বাৰা বিয়া কাৰ্য সম্পাদন কৰে। হোম যজ্ঞৰ পাছত 'সিন্দৰাদান' হয়। সিন্দৰা দানত নতুন কাপোৰৰ আঁৰত দৰাই কন্যাৰ মুৰত (সেউতাত) সেন্দুৰ ঘঁহে। লগে লগে উপস্থিত ৰাইজে থিয় হৈ দৰা-কন্যাৰ গালৈ চাউল ছটিয়াই আশীৰ্বাদ দিয়ে। কিছুমান লোকে অগ্নিক সাক্ষী ৰাখি সমাজৰ মুখীয়ালৰ দ্বাৰা বিবাহ কাৰ্য সম্পন্ন কৰে। তেওঁলোকে ধুনাৰ লগত আখৈ মিহলাই হোম পোৰে। কিছুমানে হোম নোপোৰে। কেৱল চাউল ছটিয়াই সিন্দৰা দানেৰে বিবাহ কাৰ্য সম্পন্ন কৰে। কিছুমানে দৰা-কন্যাৰ মাজত তিনিডাল আঁচ মাৰি চাউল ছটিয়াই মাড়ৱা বেদীত বহিবলৈ দি 'ৰিন্ কি-মৰা' প্ৰথাৰে বিবাহ কাৰ্য সম্পন্ন কৰে।

হোমৰ অন্তত বেদীৰ চাৰিওফালে দৰা-কন্যাই সাতবাৰ প্ৰদক্ষিণ কৰে। প্ৰদক্ষিণ কালত দৰা-কন্যাই 'লগদীন'ৰ হাতত ধৰি লয় আৰু ঘটিত পানী লৈ মাটিত অলপ অলপকৈ পেলাই যায়। কিছুমানে ঘূৰোতে তামোল-পান গছকি যায়। ইয়াক 'সপ্ত পদী' বোলে। সাত জনমৰ কথা চিন্তি দৰাৰ ঘৰলৈ অন্য এক বংশৰ মাজলৈ প্ৰবেশ কৰাৰ ৰীতি মানি লৈ এই প্ৰথাৰ প্ৰচলন বুলি ক'ব পাৰি। দৰাই মাননী নিদিয়ালৈকে ছোৱালীহঁতে দৰা-কন্যাক ভিতৰ সোমাবলৈ দুৱাৰ মেলি নিদিয়ে। মাননী পালেহে দুৱাৰ খুলি দিয়ে। ইয়াৰ আগতে চামড়া তলত খুলশালীয়েকৰ লগত দৰাৰ ভেটা-ভেটী হয়। বায়েৰাক মনে মনে ফুচুলাই বা চুৰ কৰি নিয়া বুলি অভিযোগ তুলি খুলশালীয়েকে দৰাক চামড়াৰ খুটাত ধুতি বা গামোছাৰে বান্ধে। দৰাই তেতিয়া খুলশালীয়েকক ধুতি এখন দি মধুৰ সম্পৰ্ক গঢ়ি মিঠা মিঠা কথা কৈ ফুচুলাই বান্ধ মোকোলাই লয়। ইয়াক 'চালা ধুতি লুটা' বুলি কয়। কিছুমানে 'শলাবিধা' বোলে। চালাধুতি লুটুতে আগতে ইজনে সিজনৰ গালৈ চালা-ভিনীহীৰ মাজত তামোলৰ পিক পেলোৱাৰ নিয়ম আছিল। ইয়াক পূৰ্ব



কালৰ কাজিয়াৰ সৃষ্টি কৰা অন্যতম মাধ্যম বুলি ক'ব পাৰি। কেতিয়াবা ভিনিহীয়েকৰ কান্ধতো উঠি ভিনিহীয়েকক ঘোঁৰাৰ দৰে ব্যৱহাৰ কৰা দেখা যায়। এইবোৰ নিয়ম আজিকালি প্ৰায় উঠি গৈছে।

দৰা-কন্যাক ভিতৰলৈ নি বহিবলৈ দিয়া ঠাইত আল্‌পনা আৰু পুৰুষ-মহিলাৰ চিত্ৰ অংকণ কৰা হয়। ইয়াতে দৰা-কন্যাই চুৰি কটাৰী বা আঙঠি সলায়। কন্যা ঘৰত দৰাই মাননী নোপোৱালৈকে নেখায়। কন্যায়ো সেইদৰে দৰা ঘৰত মাননী নোপোৱালৈকে নেখায়।

বিবাহ কাৰ্য সমাধা নোহোৱা পৰ্যন্ত দৰাঘৰীয়া লোকক একো খাবলৈ পিবলৈ নিদিয়ে। এই নিয়ম আজি কালি আৰু নাই। দৰা পক্ষ গৈ পোৱাৰ লগে লগে কন্যা পক্ষই তেওঁলোকৰ আলপৈচান ধৰে। আগতে বিবাহ কাৰ্য দুৰাতি ধৰি চলিছিল। এতিয়া এক ৰাতিতে সকলো কাম সমাধা কৰা হয়। কিছুমানে এঘটি পানী কলপাতেৰে ঢাকি দৰা পক্ষৰ আগত থিয় হৈ খাবলৈ আহিবৰ কাৰণে অনুৰোধ কৰে। সেই অনুৰোধ ৰক্ষা কৰি দৰা পক্ষই খোৱা-বোৱা কৰে। সকলোবোৰ ৰীতি-কৰ্ম সমাধা হোৱাৰ পাছত চোতালত বেদীৰ সমুখত দৰা-কন্যাক বহুৱাই চুমান পাতে। চুমানত যাৰ যি উপহাৰ দিবলগীয়া থাকে দৰা-কন্যাক দিয়ে। দৰা-কন্যাৰ লগত বহা লগদীনবোৰেও দুই চাৰি পইচা বক্‌চিচ্ পায়। কন্যা বিদায়ৰ সময়ত কন্যাই মাকৰ লগত আঁচল ৰাখি পাঁচবাৰ চাউল এমুঠি সলনা-সলনি কৰি লক্ষ্মীৰ নামত উছৰ্গা কৰি আহে। বিদায়ৰ মুহূৰ্ত সদায় কৰুণ। কন্যা ঘৰৰ সকলোৰে মনত হৰ্ষ-বিষাদৰ ছাঁ পৰে। মহিলাসকলে কন্যাক সাৱটি হুৰাহুৰে কান্দে। কান্দোনৰ যেন শেষ নাই। আহোতে কন্যাই ননদৰ বাবে শাৰী, ব্লাউজ, মিঠাই, পইচা আদি বান্ধি টোপোলা এটা লৈ আহে ননদে পদূলিমুখত নবৌয়েকক প্ৰথম ভৰি ধুৱাওতেঁ এই টোপোলাটো মৰমেৰে ননদক উপহাৰ দিয়ে। ইয়াক 'ননদ পেটাৰি' বোলে। দেওৰ থাকিলে সিহঁতৰ বাবে ধেমালিৰ মতলবেৰে মিঠাইৰ লগত লাও, কোমোৰা, আলু, কচু, বেঙেনা আদিৰ টুকুৰা বান্ধি দিয়ে।

দৰা ঘৰতো অনুৰূপ চুমান বহে আৰু ৰাইজে দৰা কন্যাক উপহাৰ প্ৰদান কৰে। ইয়াতে কন্যাক চিৰদিনৰ বাবে বিয়াৰ অতি মূল্যবান চিন স্বৰূপ লোহাৰ খাৰু পিন্ধোৱা হয়। কিছুমানে চুমানৰ আগতে বোকা খেল খেলে আৰু নদীলৈ গৈ গা-পা ধোৱাৰ লগতে দৰা-কন্যাৰ মাজত ঘটি লুকা-লুকি খেল খেলোৱা কাৰ্য কৰে। কিছুমানে চোতালত গাত খান্দি বোকা কৰি তাত আঙুঠি লুকা-লুকি খেলে। নদীৰ পৰা গা ধুই ঘূৰোতে কন্যাই

আগে আগে আমপাত এখিলা বা লাও এটুকুৰা দি আহে আৰু দৰাই কাঁড় মাৰি তাক লক্ষ্য ভেদ কৰে। কন্যাই প্ৰতি বাবে কাঁড় বুটলি আনি দৰাৰ হাতত দিয়ে আৰু গুৰ-গাখীৰ খুৱাই নিজ আচলেৰে দৰাৰ মুখ মচি দিয়ে। ইয়াক 'মৃগ চিকাৰ' কৰা বুলি কয়। কিছুমানে বিয়াৰ তৃতীয় নিশা ফুল শয্যা পাতে আৰু অষ্টম দিনা 'আঠ মঙ্গলা' খোৱা ৰীতি পালন কৰে। ভিনিহীয়েকে বিয়াৰ পিছদিনা মাড়ুৱা ভাঙি নদীত উটুৱাই আহে। কন্যা ঘৰৰ মাড়ুৱা দৰাই গৈ ভাঙি অহাৰ নিয়ম কিছুমানৰ মাজত আছে। বিয়াৰ পিছতে কিছুদিনৰ বাবে কন্যা মাকৰ ঘৰত থকাৰ নিয়ম। পিছত দৰাই ৰুটি-পিঠা বা মিঠাই লৈ লগত তিনিজন বা পাঁচজন সহিত গৈ এৰাতি বা দুৰাতি থাকি কন্যাক লৈ আহে। কন্যাই দৰাক এৰি মাকৰ ঘৰত থকা-টোক 'সংছাড়া' বোলে। আগতে ভাদ মাহত গৈহে প্ৰথম কন্যাক মাকৰ ঘৰৰপৰা অনাৰ নিয়ম আছিল। ইয়াক 'লিয়ান' কৰা বুলিছিল। এতিয়া এই নিয়ম বহু পৰিমাণে উঠি গৈছে। বিয়াৰ কি ছুদিনৰ পিছত দৰা-কন্যাৰ উভয় পিতৃয়ে ইজনে সিজনৰ ঘৰলৈ যোৱাৰ নিয়ম কিছুমানৰ মাজত আছে। ইয়াক 'বেহাই ভেট' বা 'ছমাধি ভেট' কৰা বুলি কয়। সেইদৰে কন্যাৰ সন্তান জন্ম হ'লে প্ৰথম কন্যাৰ মাক যায় দৰাৰ ঘৰলৈ। ইয়াক 'বেহাইন দেখা' বোলে। বেহাইন দেখাত ওচৰ-চুবুৰীয়া স্বজাতি মহিলাক মাতি জা-জলপান খুৱায়। অনুৰূপ বেহাইন দেখা কন্যা ঘৰতো হয়।

বিধবা বা স্বামী এৰা তিৰোতাই বিয়া পাতিব খুজিলে কৰিব পাৰে যদিও সাধাৰণতে পতা বিয়াৰ দৰে বাহুল্য আকাৰত পতাৰ নিয়ম নাই। সামান্য নীতি-নিয়মৰ মাজেৰে মানুহ মাতি ঢাক-ঢোল বজাই দৰা পক্ষই নতুন বস্ত্ৰ পিন্ধাই মানুহ গৰাকীক লৈ যায়। নিওঁতে কিছুমানে ফুলৰ পাহিৰে মানুহজনীৰ মূৰত সেন্দুৰৰ বোল দিয়ে। ইয়াক সাংগী বা সাংঘা ছাদি বোলে। বিয়া নেপতি সংসাৰ পতাসকলে পাছত 'বুঢ়া ছাদী' পাতে। বাল্য,-বিবাহ পতাসকলে পিছত 'গাওনা' অনুষ্ঠান পাতি দৰাই কন্যাক লৈ আহে।

চাওঁতালসকলে দৰা-কন্যাক মূৰত তুলি কাপোৰেৰে ঢাকি ধৰে আৰু তেতিয়া দৰাই কন্যাৰ মূৰত সাতখিলা শালগছৰ পাতেৰে সেন্দুৰ দিয়ে। কন্যায়ো দৰাৰ কপালত অনুৰূপ সেন্দুৰৰ ফোঁট দিয়ে আৰু বিবাহ কাৰ্য সমাধা কৰে। পৰ্‌জাসকলে দৰা-কন্যাক বহুৱাই সিহঁতৰ ভৰিলৈ চাউল ছটিয়ায়। সেই চাউলখিনি কুকুৰা এজনীক খাবলৈ দি তাৰ গাৰ পাখি চিঙি দৰা-কন্যাৰ মূৰত গুজি দিয়ে। পিছত দৰা-কন্যাৰ আঙুলি দুটা বান্ধি বিবাহ কাৰ্য সমাপন কৰে। গণ্ডসকলৰ মাজত বিয়াত কন্যা ঘৰত দৰাই বিছনী



দলিয়ায়। দৰা-কন্যাক কৃষি সঁজুলিৰ ওপৰত বহুৱায় আৰু তাতে গা-ধুৱাই 'সিন্দৰাদান' অনুষ্ঠান পাতি বিবাহ কাৰ্য সমাপ্ত কৰে। মুণ্ডাসকলৰ মাজত বিয়া কৰিবলৈ দৰা পক্ষ কন্যা ঘৰলৈ নেযায়। কন্যা পক্ষহে কন্যা সহিত বিয়া কৰিবলৈ দৰা ঘৰলৈ অহাৰ নিয়ম। দৰা ঘৰৰ বেদীত বহি বিয়া পাতে। কন্যা যাত্ৰী যাওঁতে নাচি-বাগি বাজনা বজাই সদলবলে যায়। দৰা ঘৰৰ পদূলিত দৰা পক্ষই দৰা সহিত নাচি বাগি কন্যা আদৰে। কন্যা পক্ষৰ কিছু লোক চুক্তি অনুসাৰে দিব লগা কন্যাৰ গা-ধন আৰু যৌতুক লৈ গুচি যায় আৰু কিছুমান কন্যাৰ লগত থাকি বিবাহ কাৰ্য সমাপন কৰে। বিয়াত মদ-লাওপানী চলে।

চাহ জনজাতি সকলে বিয়াত কৰ্মক্ষণ অনুযায়ী বিয়া গীত গোৱা দেখা যায়। কাপোৰ পিন্ধা, লগন ধৰা, জল-চহা, চিনাই কৰা, হালধি ঘঁহা আদি বিভিন্ন সময়ত বিভিন্ন তাল-মান-সুৰৰ বিয়া গীত বা ছাদী গীত গায়। দৰা-কন্যাক জোৰা নামেৰে বহুধৰণৰ ঠাট্টা-মস্কৰা কৰা হয়। ই পক্ষই সিপক্ষক গীতৰ মাজেৰে গালি পৰা-পৰি হয়। কিছুমানে বিয়াত দমকইচ নাচ নাচে। বহু সময়ত দৰা-কন্যাক দেব-দেবী, ৰাধা-কৃষ্ণ, সীতা-ৰাম আদিৰ লগত তুলনা কৰি ছাদী গীতবোৰ গোৱা হয়। কিছুমানৰ বিয়াত মহিলাসকলৰ প্ৰাধান্য বেছি থকালৈ অনুভৱ কৰি 'ছাদীঘৰে মাইকী ৰাজা' বুলি অতিষ্ঠ ভাৱেৰে ব্যক্ত কৰা শুনা যায়।

বিবাহ সম্পৰ্কত দিয়া ওপৰৰ আভাসখিনিয়ে চাহ জনজাতি সমাজৰ মাজত থকা সকলোবোৰ জাতি-উপজাতিৰ বিবাহ কাৰ্যৰ পূৰ্ণ চিত্ৰ দাঙি ধৰিব পৰা হোৱা নাই। বিশেষভাৱে চকুত পৰা প্ৰচলিত ৰীতি-নীতিৰ কথা-খিনিহে কোৱা হৈছে। তাৰে বহুতো কথা বাদো পৰি গৈছে। বিবাহ পদ্ধতিৰ বিষয়ে যিখিনি কথা জনা গৈছে তাকেহে ইয়াত ব্যক্ত কৰা হ'ল।

### ॥ সাদী গীত ॥

(১) হলদি হলদি পুৰা
পাটনা ৰাইগিৰি চন্দনাৰে,
কেনে তৰা হলদি চড়াই,
সীতা মায়ে তৰা হলদি চড়াই
সীতা ৰাম তৰ' সংগতি গ'।
বাট গ' চান্দেৰ ধনী
দৰা কচা হলুদ,

কনশালী বাটে ছিল
দৰাকচা হলুদ ।
কন্যা ঘৰেৰ হলুদ তেল
মা মহ মহ কৰে,
বৰ ঘৰেৰ হলুদ তেল
মা ফাপুন্দা বাসায় ॥

(--- তেল হালধি ঘঁহাৰ সময়ত গোৱা হয়। তেল হালধি সমন্বয়ৰ প্ৰতীক। স্ফূৰ্তিৰ ছলতে কন্যা ঘৰৰ হালধি ভাল আৰু দৰা ঘৰৰ হালধি বেয়া বুলি কোৱা হৈছে ।)

(২) জল সহিতে গেলাম ৰাধা
জল নাহি মিলে,
এথায় কোথায় জল পাবি গ' ৰাধা
ক্ষিৰোদ সাগৰে ।
এক লোটা কৰি প্ৰভু
দুই লোটা কৰি প্ৰভু
তিনি লোটা কৰি চম্পাফুল ;
সীতাৰ মাথায় জট লাগি যায়।
এক পোৱা সৰিষাৰ তেল
আৰ মাথ হলুদ তেল।
নিয় গংগা মা গ'
দিয় গংগা পানী,
সেহ পানীয়ে গা ধুবেক
জনক নন্দিনী।
উঠ উঠ নন্দিনী গ'
ছাড় তুমি আলস,
তোমাৰ দুধাৰে আসিয়াছে
সুবৰ্ণ কলস।

(---পানী তোলা আৰু গা-ধুওৱাৰ সময়ত গোৱা হয়। পানী তুলিবলৈ আহি দেখো পানী ক'তো নাই। পানীৰ অভাৱত মাথাত জঁটা ধৰিছে। এলাহ পৰিত্যাগ কৰা। গংগাৰ পৰা পানী নি গা ধুওৱা।)



(৩) তুই যে বলি নাপিত
আমি বড় জাত,
আঙুল কাটে ৰকত লিলিবে নাপিত
তুই কন জাত।
কথায় এলেৰে নাপিত
কথায় তব ঘৰ,
উত্তৰ দক্ষিণ পুকুৰ পশ্চিম
ৰে নাপিত
শিয়া গাড়াই ঘৰ।

(--- আঙুলি কাটি তেজ লোৱা নাপিত তুমি কিহৰ ডাঙৰ জাতি বুলি কোৱা। তোমাৰ ঘৰেই বা ক'ত ?)

(৪) টুংৰীকা ধাৰে ধাৰে আইল ৰে কুহলী
আস কুহলী বস নিজ ডালে,
খাটিয়ায়ে বস কুহলী
মাছীয়ায়ে বস গ'
শুন বাছা কুহলীৰ বচন
শুনিতে বয়ে যায়
নয়নেৰি জল।
কি কৰ গ' কন্যাৰ মা ঘৰে সামায়ে
আংগনাই দশ বিশ লক,
কিয়া বাহৰাব বাছা
কি আশা সইবে গ'
আমাৰ ধনী হলেন পৰ-হাত ॥

(---কুলীৰ কি সুমধুৰ মাত। বাহিৰত মানুহ বহি আছে আৰু কন্যাৰ মাক মনৰ দুখত ভিতৰত সোমাই আছে।)

(৫) ঝুৰ গুণ্ডাৰ বনে বনে
অগ' বগি গাইটা হেৰাইল,
সাত চিপাহী নিয়ে
অগ' বগি গাইটা খুজাইল।

আম খাতে গেলি ৰাধা
চাকু হাৰাই আইলি,
চাকু নাই হাৰাই ৰে
ৰামা বহিনকে হাৰাইলি ॥

বাটা ভৰ্ ভৰ্ পান চুফাৰী
খাৱে পাকা পান,
তৰমায়ে বলেছিল ৰে গৰীন
দিব বেটী দান ॥

যাবি যাবি ছুঁড়ী তুই
কি খায়ে যাবি,
ৰান্ধে লেল' ছাগল ঠেং
সেটা খায়ে যাবি ॥

গহালে যে গৰু নাই মা
ঘন্টি কেন বাজে,
বাড়ীৰ দিকে অলাই দেখ গ' মা
ছুঁড়ীকে ভাই নাংগে ডাকে ॥

ৰবেৰ দাদা চামড়া গাড়ে
ওপৰে ঝিন্ ঝিৰা,
বড় বাবু বসে আছে ৰে ভাই
ৰাজ বেংগেৰ পাৰা ॥

দুৱাৰেৰ তাল গাছ
ফুটে ধুমা ধুমা,
কি দেখে বহু কৰ্লি গ' মা
ছুঁড়ীৰ্ গাল তুম্‌বা-তুম্‌বা ॥

(— ভেঙুচালি কৰি গোৱা জোৰা নামৰ গীত।)

## ॥ নিচুকনি গীত ॥

নিচুকনি বা ওমলা গীতক চাহ জনজাতি সমাজে 'চেনা খেলা গীত, বোলে। শিশুহঁতক ওমলাবলৈ সকলোৰে মাজত নিচুকনি গীত আছে। এইবোৰ মুখে মুখে বাগৰি অহা গীত। জনজীৱনৰ মৌখিক গীত বুলি অভিহিত কৰা শিশুমনক আকৰ্ষণ কৰি থকা নিচুকনি গীতৰ মাজত হাঁহি-কান্দোন, সুখ-দুখ, ৰং-ধেমালি, ভয়-ভীত সকলো নিহিত হৈ আছে। শ্ৰীধৰ কন্দলীৰ 'কাণ-খোৱা' যশোদাৰ 'হাৰলি আই' আৰু কানাইৰ 'অবুজন



শিশু'ত বৰ্ণিত নিচুকনি গীতৰ দৰে বহু গীত-মাত চাহ জনজাতিৰ 'চেনা খেলা গীত'ৰ ভাবাৰ্থৰ মাজত বিচাৰি পোৱা যায়।

শিশুৱে কান্দিলে নিচুকাবৰ কাৰণে 'শিয়াল এ নাহিবি ৰাতি, তোৰে কাণ কাটি লগামে বাতি' বুলি শিয়ালৰ কথা কৈ শিশুক ভয় খুৱাবৰ বাবে গোৱা গীতৰ দৰে চাহ জনজাতি মহিলাসকলে গায় ঃ

আইৰে বাগুিয়া শিয়াল
ঘৰ পিন্দাৰে থাক,
বাবুৰ মায়ে জলকে গেলে
বাবুৰ কাণ কাট।

বাঘ-বাঘিনী, বান্দৰ, মুৰ্গী আদি জীৱ-জন্তুৰ নানা কথা কৈ বহু সময়ত শিশুক ওমলোৱা দেখা যায়।

হৌ জেৰে বাঘ-বাঘিন
ঘৰ ঘৰাইকে যাচ্ছে,
বান্দৰ ভায়া ডালে বসে
চ'খ মুঁদে আছে।
বাঘা-বাঘীন সতা সতীন
কলাই বয়ে বাস,
মুৰ্গী দেখে কৰ্ কৰাইল
হাঁস বুঢ়ী হাঁস।

কিবা কিবি বস্তুৰ লোভ দেখুৱাই শিশুক ওমলাবৰ কাৰণে যত্ন কৰি মাছ ধৰিবলৈ যোৱাৰ কথা, মাছ ধৰোতে ভৰিত কাঁইটে বিন্ধাত পাল্কীত উঠি অহাৰ কথা আৰু আহোঁতে পাল্কীত থকা টেঙা খাই খাই অহাৰ কথা কোৱা হয় এইদৰে ঃ

আইৰে ছানা পোনা
মাছ ধৰতে যাব,
মাছেৰ কাঁটা পায়ে লাগলে
দলাই চাপে যাব,
দলাই আছে কামৰেংগা
খায়ে খায়ে যাব।

কেতিয়াবা কোলাত লৈ শিশুক ওমলোৱা হয়। ওমলাওঁতে কলগছৰ তলত শোৱা, মাকে আনি কল খাবলৈ দিয়া আৰু সেই কল শিশুটোৱে আথে-বেথে চুহি চুহি খোৱাৰ কথা ব্যক্ত কৰা হয়;

কাঁখে লিয়ে বাবু খেলায়,
কল তলে বাবু ঘুমায়,
বাবুৰ মায়ে কল আনে
কল দিয়ে বাবুৰ মুখে,
হামদেৰ বাবু কল পায়ে,
চাপাক চুপুক চুষে।

কেতিয়াবা সৌৰ জগতৰ চন্দ্ৰ, সূৰ্য, তৰাৰ কথা কোৱা হয়। চন্দ্ৰ-সূৰ্যক মামা বুলি সম্বোধন কৰা হয়। তৰাক দেখা নেপাই ক'লৈ যোৱাৰ কথা সোধা হয়। তৰা বিয়া খাবলৈ সূৰ্য মামাৰ ঘৰলৈ যোৱাৰ কথা কোৱা হয়। তাৰ বৰ্ণনা চেনা খেলা গীতত আছে এইদৰে ঃ

চান্দো মামা চান্দো মামা
তাৰা কাঁহা গেল ?
সূৰুয মামাৰ ছাদী হচ্ছে
তাৰা উহাঁ গেল।
চান্দো মামা চান্দো মামা
তাৰা কাঁহা গেল ?
সূৰুয মামাৰ চুমান বসেছে
তাৰা উহাঁ গেল।
চান্দো মামা চান্দো মামা
তাৰা কাঁহা গেল ?
সূৰুয মামাৰ মামী আসেছে
তাৰা উহাঁ গেল॥
লটীয়া শাক বুঢ়াইল,
চান্দো মামা জোন্না ঘাটেছে
হাম্‌দেৰ বাবু ঘুমাইল॥

কেতিয়াবা শিশুক তেল মাৰি কোৱা হয়--- আমাৰ মইনা বৰ ধুনীয়া, মিচিক্ মাচাক্‌কৈ হাঁহে, আঙুলি চুহি চৰ্বত খায় আৰু পিৰিক্ পাৰাক্‌কৈ চায়। যেনে---

হাম্‌দেৰ বাবু দেখতে ভাল
হাঁকাৰ হুঁকুৰ হাঁসে,
আঙুল চুষে চৰ্বত লোটে
ভাকাৰ ভুকুৰ ভালে।



সূৰ্যত জুই, চন্দ্ৰত চাকি বন্তি আৰু আমাৰ বাবুৰ মুখত খিল্‌খিলিয়া হাঁহি ঃ

সূৰুযেৰ আগুন চান্দেৰ বাতি
হাম্‌দেৰ বাবুৰ মুখে হাঁসি,
সেই হাঁসিতে হাঁস বাবু
খিদ খিদাই হাঁস।

কেতিয়াবা সৰু সৰু ল'ৰা-ছোৱালীবোৰ একগোট হৈ নিজৰ ভিতৰতে কিছুমান গীত গাই গাই পৰম্পৰে খেলা-ধূলা কৰে। আনে ওমলাবৰ আৱশ্যক তেতিয়া নহয়। ইজনে সিজনৰ হাতৰ তলুৱাত চিকুটি কি হয় বুলি সোধে। উত্তৰত কেকোঁৰা বা কুচিয়া বুলি কয়। গোৱা গীতটি হ'ল এনেধৰণৰ ঃ

ইচিক্ মিচিক্ দাঁত কিচ্ কিচ্
লহা লতী বেল পাত,
বাৰীয়ে আছে নিম গাছ
নিম ঝৰ ঝৰ কৰে,
সতা সতিনীৰ বেটী
নীত লড়াই লাগে,
খাকড়া ন-কুচিয়া ?

সেই দৰে মা-বাবা, ছোট চাহাব, বৰ চাহাব, ঘোঁৰা দৌৰা আদিৰ গীত গায়ো খেলা কৰা দেখা যায়। তেতিয়া এনেধৰণে গায় ঃ

ঝিম্ ঝিমাইল ঝিম্ ঝিমাইল,
মায়ে বাগে খাইল,
ছুট চাহাবেৰ ছুট ঘড়া,
বড় চাহাবেৰ বড় ঘড়া,
চাবুক মাৰে জড়া জড়া,
দাদা গুডুং
নাকে সুং
হইল ন নাই ?

কেতিয়াবা থিয় হৈ হাতে হাতে ধৰা ধৰি কৰি গোলাকাৰ ভাবে ঘৈৰ গাব ধৰে এইদৰে ঃ

এত এত পানী
ৰাজা ৰাণী,
এত এত কাদা
ভালুক দাদা॥ ইত্যাদি।

# ফঁকৰা যোজনা

ফঁকৰা যোজনা হ'ল যুগ যুগ ধৰি মানুহৰ মুখে মুখে চলি অহা বাস্তৱ অভিজ্ঞতাৰ সাৰ্থক উক্তি। ফঁকৰা যোজনাৰ প্ৰচলন সকলো সমাজতে আছে। চাহ জনজাতি সমাজতো আছে। চাহ জনজাতিসকলে ইয়াক 'ঠেলামৰা কথা' বা 'টান মৰা কথা' বা 'টিটকাল মৰা কথা' বুলি কয়। ইয়াৰ জৰিয়তে মনৰ কৌতুহলী ভাব প্ৰকাশ কৰা, কাৰোবাক ব্যঙ্গ কৰা বা কাৰোবাক উপদেশ দিয়া হয়। বহু সময়ত ইয়াৰ দ্বাৰা সমাজ এখনৰ ৰীতি-নীতি, আচাৰ, ব্যৱহাৰ, তথা আৰ্থ-সামাজিক অৱস্থাৰ কথা ফুটি উঠা দেখা যায়।

ইয়াত চাহ জনজাতি সমাজত সচৰাচৰ চলি থকা আৰু আমাৰ জ্ঞানে বিচাৰি পোৱা কিছুমান ফঁকৰা যোজনা সন্নিবিষ্ট কৰা হ'ল। হয়তো আমাৰ অজ্ঞাতে ভালেমান ভাল ভাল ফঁকৰা যোজনা থাকি যাব পাৰে আৰু থাকি যোৱাটো স্বাভাৱিকো। যিহেতুকে এইবোৰৰ কোনো লিপিবদ্ধ ৰূপ নাই---চলি আছে কেৱল মুখে মুখে।

কেতিয়াবা কোনোবা অৱস্থাহীন ঘৰৰ ডেকা ল'ৰা এজনে কোনো কাম-বন নকৰি কেৱল ধুন-পেচ্ মাৰি ঘূৰি ফুৰিলে তেওঁক উদ্দেশ্য কৰি কোৱা হয় এইদৰে ঃ

ঘৰে নাই ভুজল ভাং
বেটাৰ নাম দুৰ্গাৰাম ।

হাতত পইচা এটা নাই। বজাৰলৈ যোৱাৰ কোব। বজাৰলৈ গৈ কৰিবই বা কি? কিনিবই বা কি? কিবা কিনিবলৈ জানো হাতত পইচা আছে? সুদা মুখখন লৈ কেৱল বজাৰে বজাৰে ঘূৰি ফুৰিব। তাৰ বাহিৰে আৰু আছে কি? সেয়ে কৈছে ঃ

হাতে নাই পইচা কড়ি
বিশ বাজাৰে দৌৰা দৌৰি ॥

০০ ০০ ০০

অকৰ সঙ্গে সঙ্গ নাই,
হলদি ৰঙে ৰঙ নাই ।
(অৰ্থাৎ-- তাৰ লগত লগ নাই; হালধিৰ ৰং নাই।)

অগল বগল দেখবে নাই,
নাকে চিধা চলবে ভাই ।
(ইফালে সিফালে নেচাই কেৱল নাকৰ পোনে পোনে গৈ থাকিবা।)



অতি ভক্তি চৰেৰ লক্ষণ।
(অতি ভক্তি চোৰৰ লক্ষণ)

অন্ন খায় যাৰ
গুণ গায় তাৰ।
(যাৰ অন্ন খাবা তাৰ গুণ গাবা।)

অভাবে স্বভাব নণ্ট,
আদৰে চেনা নণ্ট ।
(অভাবত পৰিলে স্বভাব নণ্ট হোৱাৰ দৰে বেছি আদৰ সাদৰ কৰিলে ল'ৰা-ছোৱালী নণ্ট হয় )

নাপাৰাকে নাতি ভাতাৰ।
(নাই মোমাইতকৈ কণা মোমাই ভাল।)

খাতে পালে মাসি পিসি
নাই পালে নিৰবংশী।
(খাবলৈ পালে সকলো ভাল, নেপালেহে বেয়া।)

ঘৰে নাই লাতা,
যায় খজে কলকাতা ।
(হাতত নাই কণটো, বৰ সবাহলৈ মনটো)

পেট ভৈৰ খাবে।
খাইট ভৈৰ মৰবে ॥
(পেট ভৰাই খাব লাগে। তেহে স্বাস্থ্য অটুট থাকে।)

সুখে খাতে ভুতে কিলায়।
(সুখ-স্বাচ্ছন্দ্য থকা সত্ত্বেও দিহিঙে দিপাঙে ঘূৰি ফুৰা।)

আঁইখ আহে পাঁইথ নাই।
খায়েক আহে দেয়েক নাই।।
(চকু থাকিও যাব নোৱাৰে আৰু খাবলৈ থাকিও খাব নোৱাৰে।)

আপন সচি, পৰে নচি।
(নিজৰখিনি সাঁচি থৈ পৰৰখিনি খোৱা।)

আন্ধা গুৰু বহিৰ চেলা।
মাঙ্গে গুৰ দিয়ে ঢেলা॥
(গুৰু হ'ল অন্ধ, শিষ্য হ'ল কলা। বিচাৰিছে গুৰ আৰু দিছে মাটি চপৰা)

আপন বাচলে, বাপেৰ নাম।
(কেৱল নিজে বাচি থাকিলেই হ'ল।)

উড়িসে কামড়াইল।
খাটিয়াই মাৰ খাইল ॥

(কামুৰিলে উৰহে আৰু মাৰ খালে শোৱা খাটখনে।)

আন্ধাৰ ঘৰে গান্দাৰ গুন্দুৰ।
ঘৰে আছে কত ইন্দুৰ ॥

(আন্ধাৰ ঘৰত গুণগুণনি শুনা যায়। বোধহয় ঘৰত ভালেমান নিগনিয়ে বাহ লৈছে।)

এক পুত চুলাই মুত।

(ল'ৰা এটা হ'লে আলাসৰ লাড়ু স্বৰূপ হৈ পৰে।)

কথাই কথা বাঢ়ে, খড়কাই বাঢ়ে কাণ।
মায়েৰ ঘৰে বেটী বাঢ়ে, খেতে বাঢ়ে ধান॥

(কাণ খড়কিয়ালে কাণৰ ঘাঁ বাঢ়ি যোৱাৰ দৰে কথা ক'লে কথা বেছি বাঢ়ি যায় আৰু পথাৰত ধান বঢ়াৰ দৰে মাকৰ ঘৰত ছোৱালী বাঢ়ে।)

কুকুৰ যেমন, লাঠী তেমন।

(যেন কুকুৰ তেন টাঙোন।)

কুকুৰ ভুকে পিছু পিছু,
হাতী যায় আগু আগু।

(হাতী আগে আগে যায় আৰু কুকুৰে পিছে পিছে ভুকি যায়।)

খুশি যদি ছকড়া ছকড়ী,
কি কৰ্‌বেক ৰাজা মন্ত্ৰী।

(ল'ৰা-ছোৱালী ৰাজি থাকিলে আনে কি কৰিব পাৰে?)

চৰে বলে চৰ চৰ।
চৰকে ছাড়ে সাধকে ধৰ॥

(বুদ্ধি কৰি চোৰে চোৰ চোৰ বুলি চিঞৰাত মানুহে চোৰক এৰি ভুলতে আনক ধৰে।)

গিলা ভাত, ঢিলা দাঁত।

(বেছি সিজি যোৱা ভাত আৰু লৰি থকা দাঁত একেই।)

সৰগ দেখা ঘৰ
পৰেক দেখা বৰ।

(আনে চাই দিয়া দৰা সৰগ দেখা ঘৰৰ দৰে।)

চাল্‌নীৰ পন্দ ঝৰ্‌ ঝৰ্‌ কৰে।
নিজৰ চাড়ে পৰেৰ বিচাৰ কৰে।

(নিজেই দোষী হৈ আনৰ দোষ বিচাৰ কৰিবলৈ যায়।)

ইত্যাদি।

# সাধু কথা

যুগৰ পাছত যুগ ধৰি মানুহৰ মুখে মুখে চলি অহা কল্পনাৰ বোলেৰে সজাই পৰাই কোৱা ৰূপ কথা বা কাহিনী হ'ল সাধু কথা। চাহ জনজাতি সকলে ইয়াক 'কহ্‌নী' বোলে। কহনী বা সাধু কথাৰ প্ৰচলন সকলো সমাজতে আছে। ইয়াৰ দ্বাৰা ৰাজা-ৰাণী, বুঢ়া-বুঢ়ী, ভূত-প্ৰেত, জীৱ-জন্তু আৰু ৰাক্ষস-ৰাক্ষসী আদিৰ বিবিধ ধৰণৰ কথা কোৱা হয়। সাধু কথাবোৰৰ মাজত একো একোটা উপদেশমূলক কথা বিচাৰি পোৱা যায়। সাধু কথাবোৰ কোনো ব্যক্তি বিশেষৰ সৃষ্টি বুলি কোৱাৰ স্থল নাই। কেতিয়া ক'ত, কাৰ দ্বাৰা সৃষ্টি হৈছিল তাৰ উৱাদিহ নাই। চমুতে ক'বলৈ গ'লে সময়ৰ গতিত সৃষ্টি হোৱা সাধু কথাবোৰ হ'ল অখ্যাত গল্পকাৰৰ বিখ্যাত ৰচনা।

চাহ জনজাতি সমাজৰ মাজত বহু ধৰণৰ সাধু কথা আছে। সাধু-কথাবোৰ সাধাৰণতে ৰজা-ৰাণী, বুঢ়া-বুঢ়ী, ভূত-প্ৰেত, ৰাক্ষস-ৰাক্ষসী আৰু নানা জীৱ-জন্তুক কেন্দ্ৰ কৰি ৰচিত হোৱা দেখা যায়। ৰজা-ৰাণীৰ সাধুবোৰত কোনোবা কাল্পনিক দেশৰ সোণ-ৰূপ, মণি-মুকুতা, সোণৰ ঘোঁৰা, সোণৰ হৰিণা পহু, ৰাজ কুমাৰ, ৰাজকুমাৰী, মন্ত্ৰী, যুদ্ধ, সেনাপতি আদিৰ ৰহন সনা ঘটনাৰ ৰসাল বৰ্ণনা পোৱা যায়। ৰামায়ণ-মহাভাৰতৰ ৰাম, লক্ষ্মণ, সীতা, হনুমান, ভীম, অৰ্জুন, ৰাৱণ, কুম্ভকৰ্ণ আদিৰ কথাও সন্নিৱিষ্ট হৈ থকা দেখা যায়। অৱশ্যে সাধু কথাবোৰত ৰামায়ণ-মহাভাৰতৰ মূল কাহিনীৰপৰা আঁতৰি গৈ অন্য এক ৰূপত ৰূপায়িত হোৱা দেখা যায়।

বুঢ়া-বঢ়ীৰ সাধুবোৰত বুঢ়া-বুঢ়ীক মূল মঞ্চত ৰাখি সিহঁতৰ মাজত হাই-কাজিয়া, নাতিয়েকে ৰাজকুমাৰীক বিয়া কৰাই স্বৰ্গ সুখ লাভ কৰা, এলেহুৱা পুতেকক কৰ্ম কৰি খাবলৈ উপদেশ দিয়া, দেৱতাৰ আশীৰ্বাদত হেৰাই যোৱা পুনৰ যৌৱন লাভ কৰা আদি বহু ৰকমৰ বহু কথা পোৱা যায়।

ৰাক্ষস ৰাক্ষসীৰ সাধুবোৰত ৰাক্ষস ৰাজ্যত ৰাজকুমাৰৰ প্ৰবেশ, দিগ্‌-লিগ সুন্দৰী মায়াবী ৰাক্ষস কন্যাৰ লগত ৰাজকুমাৰৰ বিয়া, ৰাক্ষসক ঠগি ৰাজকুমাৰৰ পলায়ন, ৰাক্ষসৰ বিকট চিঞৰ, অট্টহাস্য, ভয়লগা চেহেৰা, দীঘল দীঘল নখ-দাঁত, আদিৰ ভয়াবহ ৰূপ-কথাৰ বৰ্ণনা পোৱা যায়।

ভূত--প্ৰেতৰ সাধুবোৰত মৃত্যুৰ পিছত মানুহ ভূত হোৱা, ভূত হৈ মৰি-শালীত অমাবস্যাৰ দুপৰ নিশা নঙঠা হৈ নচা, ৰূপবান-ৰূপৱতীৰ বেশ লৈ

নৰ-মনিচৰ লগত বিয়াত সোমাই কুঞ্চ আকৃতিৰ ল'ৰা-ছোৱালীৰ জন্ম দিয়া, ইন্দ্ৰজাল, যাদু-মন্ত্ৰ, প্ৰেতাত্মাৰ কথা, মাছ মাৰিবলৈ গৈ মাছুৱা ভূতৰ সন্মুখীন হোৱা, তেলী লোকৰ হাড়েৰে বনোৱা 'তেলীয়া মাচান'ৰ দ্বাৰা কৰা অলৌকিক কাৰ্য, লাওখোলাৰ লগত মন্ত্ৰ-খেল খেলা আদি অনেক কথা বিচাৰি পোৱা যায়।

জীৱ-জন্তুৰ সাধুবোৰত জীৱ-জন্তুবোৰে মানুহৰ দৰে কথা কোৱা, শিয়াল-বান্দৰ-ছাগলী-বাঘ-ঘৰিয়াল আৰু মেকুৰী আদিৰ মাজত সখী পতা ধৰণৰ কথাবোৰ পোৱা যায়। সাপ-ভেকুলী-কাছ-কেকোঁৰা-ভাটৌ-মইনা-কপৌ আদিৰ নানা ৰহণ সনা কথাবোৰো এই সাধুকথাবোৰৰ মাজত পোৱা যায়।

কিছুমান সাধু কথাৰ মাজত সাধুকথাটোৰ লগত সংগতি ৰাখি সুৰ লগাই সৰু সৰু দুই এক কলিৰ গীত গোৱা হয়। গীতৰ এই কলিবোৰক 'ৰোদন' বোলে। ই এক প্ৰকাৰ বিননি বা বিলাপ। সাধু কথাৰ করুণ দৃশ্য, বেদনাদায়ক মুহূৰ্ত আদিৰ পৰত গীতিময় ৰূপ স্বৰূপ 'ৰোদন' গোৱা হয়। উদাহৰণ স্বৰূপে কোনো এক সাধু কথাৰ কোনো এক করুণ দৃশ্যত সাত ভায়েক-ককায়েকে লগলাগি নিজৰ ভনীয়েকক কিবা কাৰণত বধ কৰাৰ উদ্দেশ্যেৰে হাবিৰ মাজলৈ চিকাৰলৈ বুলি ফুচুলাই নি গছত তুলি কাঁড় মাৰি বধ কৰাৰ আগ মুহূৰ্তত ভনীয়েকে ৰোদন কৰে এইদৰে ঃ

বিক্কো বিক্কো দাদা,
ছাতিয়াহে তাকিকে কাঁড় দাদা ॥

চাহ জনজাতিৰ কিছুমানে সাধু কথা বা কহ্নীক 'খিচা' বুলি কয়। প্ৰচলিত কহ্নী বা খিচা এটা তলত দাঙি ধৰা হ'ল।

এখন হাবিত এজনী চিলনী আছিল। চিলনীজনীয়ে এদিন তিনিটা কণী পাৰিলে। কণী কেইটাৰ ওপৰত উমনি দি তিনিটা পোৱালি জগালে। তাৰে এটা মানুহ, এটা ম'হ আৰু এটা শহা পহু। মানুহ আৰু ম'হটো সদায় একেলগে থাকে। শহাটোহে নেথাকে। সি প্ৰায় অকলেই থাকে।

সেই হাবিখনত এটা সৰোবৰ আছিল। তাত সাতজনী পৰীয়ে সদায় গা-ধুবলৈ আহে আৰু পানীত নমাৰ আগতে সাতখিলা পাতত সাত ভাগ তেল-হালধি থয় আৰু ভাগে ভাগে ঘঁহি-পিহি হাঁহি-তামাচা কৰি এঘন্টা মান গা-পা ধুই গুচি যায়। এইদৰে সিহঁত সদায় গা-ধুবলৈ অহা দেখি ম'হটোৱে এদিন তাৰে এজনীক 'মানুহ' ভাইটোৰ বাবে বোৱাৰী কৰিবলৈ ইচ্ছা প্ৰকাশ কৰি তাক সকলো কথা ভাঙি পাতি কোৱাত সি সন্মতি দিলে।



পিছদিনা দুয়ো সৰোবৰৰ পাৰলৈ গৈ পৰী অহালৈ বাট চাই ম'হৰ আঁৰত লুকাই থাকিল। পৰীবোৰ আহি আগৰ দৰে হালধিবোৰ সাত ভাগ কৰোতে আঠ ভাগ হৈ পৰে। সাত ভাগৰ ঠাইত বাৰে বাৰে আঠ ভাগ হ'বলৈ ধৰাত মনত সন্দেহ হৈ কোন ক'ত লুকাই আছে ওলাই আহি একেলগে গা-ধুবলৈ অনুৰোধ কৰিলে। মানুহটোৱে ফুচ্ফুচাই কি কৰা যায় বুলি ম'হটোক সোধাত গা-ধুবলৈ অনুমতি দি লুকা-ভাকু খেলোতে কেৱল সিহঁত লুকালে মাজৰ দ' ডোখৰত থকা গছৰ মূঢ়াটোত বিচাৰিবলৈ আৰু নিজে লুকাওতে পানী খাবলৈ নামি যোৱা ম'হৰ নাকত জোক হৈ সোমাই লুকাবলৈ সাৱধান কৰি দিলে। কথা মতে লুকা-ভাকু খেলি মানুহটো জয়ী হোৱাত পৰীহঁতে বৰ লাজ পালে। খেলত হাৰি সিহঁতৰ যিকোনো এগৰাকীক বিয়া কৰিবলৈ মানুহটোক কৈ সিহঁতে শাৰী পাতি থিয় দিলে। আটাইতকৈ সৰু পৰীজনীয়ে বুঢ়ীৰ বেশ লৈ চকুত নপৰাকৈ শাৰীত থিয় দিছিল। ম'হটোৱে তেতিয়া মানুহটোক ক'লে যে ডাঙৰজনীক বিয়া কৰিলে সৰুবোৰে ধেমালিৰ চলত ভাকুট কুটাই তাক মাৰি পেলাব। সৰু জনীক বিয়া কৰিলে একো নহয়। মানুহটোৱে সেই মতেই কাম কৰি সৰু গৰাকীক বিয়া কৰি ঘৰলৈ গুচি আহিল। বাকী পৰীবোৰে তাৰপৰা উৰা মাৰিলে। কেইদিনমানৰ পিছত আঠমঙ্গলা খাবলৈ দুয়ো গিৰিয়েক-ঘৈণীয়েক পৰী ৰাজ্যলৈ গ'ল। সাপ-বেং আদিৰ ব্যঞ্জন ৰান্ধি ভাত খাবলৈ দিয়াত ঘৈণীয়েকৰ ইংগিতত ব্যঞ্জন নেখাই সুদা ভাত খাই উভতি আহিল। সেইবাৰো পৰীবোৰ হাৰিল।

কিছু দিনৰ পিছত ম'হ আৰু শহাৰ কথা মতে হাবি এৰি সকলো ওচৰৰ গাঁও এখনলৈ গৈ থাকিবলৈ ল'লে। এদিন ঘৰৰ আগেদি যোৱা নাপিত এজনক দেখি ঘৰলৈ মাতি মানুহটোৱে দাড়ি-চুলি কটালে। ঘৈণীয়েকৰো ভৰিৰ নখ কাটিবলৈ দিয়াত নাপিতে পৰীৰ ৰূপ দেখি মূৰ্ছা গ'ল। মূৰ্ছা যোৱাৰ কথা সোধাত নাপিতে ৰজাৰ জীয়েকৰ বিয়াত একেৰাহে তিনিদিন টোপনি খতি হোৱাৰ ফলত এনে হ'ল বুলি মিছা মাতি তাৰপৰা বিদায় ল'লে।

নাপিতে ভাবিলে চকু চাঁত মাৰি ধৰা পৰীৰ ৰূপ-লাৱণ্যৰ কথা ৰজাক ক'লে লুভীয়া ৰজাই পৰীক ৰাণী কৰি ল'ব আৰু খবৰ দিয়াৰ বাবদ সিও ধন-সোণ পাব। এই ভাবি নাপিতে ৰজাৰ ঘৰলৈ বেগাই খোজ দিলে। যিমান সোনকালে খবৰ দিব পাৰিব সিমান সোনকালে পুৰস্কাৰ পোৱাৰ আশাত এটা সময়ত নাপিতে সকলো পাহৰি দৌৰিবলৈ আৰম্ভ কৰিলে। দৌৰোতে পিন্ধা চুৰিয়াখন সুলকি সৰি পৰাতো তাৰ হুচ নহ'ল। নঙঠা হৈয়ে ৰজাৰ ওচৰ পালেগৈ। ৰজাই এই কাণ্ড দেখি কোনো সোধ-পোচ

নকৰি তাক কাটি দুচেও কৰিবলৈ খণ্ডত কটোৱালক হুকুম দিলে। নাপিতে কেৱল 'দেবী ৰাণী' 'দেবী ৰাণী' বুলি চিঞৰিবলৈ ধৰাত কিবা শুভ সংবাদ আনিছে বুলি তাক সকলো কথা সুধিলে। পৰীৰ ৰাগৰ কাহিনী শুনি ৰজাই পৰীক ৰাণী হিচাপে পাবলৈ আশা কৰি নাপিতক মন্ত্ৰী পাতিলে।

নাপিত-মন্ত্ৰীৰ কথা মতে ৰজাই মানুহটোক তৎক্ষণাত মতাই আনি পিছদিনাৰ পৰা ৰাজপ্ৰাসাদত ৰাতি চকীদাৰৰ কাম কৰিবলৈ হুকুম দিলে। হুকুম মতে কাম নকৰিলে শূলত দিয়া হ'ব বুলিও কৈ দিলে। কামৰ বাবদ প্ৰতি দিনে এবাকচ ধন পাব। ঘৰত গৈ ম'হটোক সকলো কথা ভাঙি পাতি কোৱাত চকীদাৰী কাম কৰিবলৈ অনুমতি দিলে। মাথোন নিজৰ সলনি কলগছ এজোপা কাটি কাপোৰ মেৰিয়াই কোনেও নেদেখাকৈ কামৰ ঠাইত থৈ তাক ঘৰত আহি শুই থাকিবলৈ বুদ্ধি দিলে আৰু পুৱা গৈ ৰজাই দিব খোজা ধনখিনি ৰাস্তাত সিচি সিচি আহি খালী বাকচটো ঘৰত থ'বলৈ ক'লে। মানুহটোৱে সেই মতেই সকলো কৰিলে। পিছে ৰজাৰ নিৰ্দেশত ৰাতি কটোৱাল গৈ মানুহটো বুলি কলগছ জোপাকে কাটি থৈ আহিল। এইদৰে মানুহটোক প্ৰতিদিনে ধন দিওঁতে দিওঁতে ৰাজভঁড়াল উদং হ'ল। খণ্ডত ৰজাই নাপিত মন্ত্ৰীক খূব গালি পৰাত ম'হটোক মাৰিব পাৰিলেহে কাম হ'ব বুলি ৰজাক ক'লে। নাপিতৰ কথা মতে এফালে ম'হ আৰু আনফালে দেশৰ জীৱ-জন্তু গোটাই যুঁজ পাতি ম'হ মৰাৰ বুদ্ধি পাঙিলে। যুঁজত ম'হটোৱে ভালেমান জন্তু নিধন কৰি জয়ী হ'ল।

তেতিয়া খণ্ডত ৰজাই নাপিতক হত্যা কৰাৰ হুকুম দিয়াত নাপিতে শেষ বাৰৰ বাবে কল গছৰ লগত ম'হৰ যুঁজখন পাতিলে। কলগছৰ মাজত চোকা চোকা তৰোৱাল আদি সুমুৱাই থৈছিল। ম'হে সকলো কথা গম পাই এইবাৰ মৰিব লাগিব বুলি ভাবি 'মানুহ'টোক ক'লে যে, সি মৰিলে যেন তাৰ শিং, ঠেং আদি অংগ-প্ৰত্যঙবোৰ বিধে বিধে আনি ঘৰৰ চ্যেদিশ সজাই থয়। যুঁজত ম'হটো মৰাৰ পিছত মানুহটোৱে কথামতে সকলো কাম কৰিলে।

ম'হটোৰ মৃত্যুৰ পিছত ৰজাই নিৰাপদ ভাবি পৰী সুন্দৰীক নিজৰ ৰাণী কৰাৰ মনেৰে সৈন্য-সামন্ত লৈ পৰীক আনিবৰ কাৰণে মানুহটোৰ ঘৰত উপস্থিত হ'ল। কিন্তু আচৰিত কথা যে, ঘৰৰ চৌদিশে সজাই থোৱা ম'হ-টোৰ অংগ প্ৰত্যঙবোৰেও আক্ৰমণ কৰি ৰজাৰ সৈতে সকলোবোৰ সৈন্যক মাৰি পেলালে। দুষ্ট ৰজাৰ মৃত্যুত সকলো প্ৰজাই সন্তোষ লভিলে আৰু 'মানুহ'টোক সেই ৰাজ্যৰ ৰজা পাতিলে। তেতিয়াৰে পৰা ভাগ্যৰ বলত মানুহটো তাৰ ৰজা হ'ল আৰু পৰী সুন্দৰী হ'ল তাৰ ৰাণী।

# খদনা

চাহ জনজাতি সমাজৰ স্বকীয় সংস্কৃতিৰ অন্যতম প্ৰধান বৈশিষ্ট্য হ'ল খদনা। সাধাৰণতে কথা-বতৰা, চেহেৰা-পাতি, পিন্ধন-উৰণ আদিৰ দ্বাৰা এজন চাহ জনজাতি লোকক চিনিব পৰা যায়। কাৰণ এইবোৰত সিহঁতৰ একো একোটা স্বকীয় বৈশিষ্ট্য থকা দেখা যায়। অলপ মন কৰিলেই কথাটো ধৰিব পাৰি। কিন্তু এটা কথা, ইয়াৰ দ্বাৰা চাহ জনজাতিৰ পুৰণি পুৰুষ বা পুৰণি নাৰীসকলকহে চিনিব পাৰি। তাৰ বাহিৰে আজিৰ শিক্ষিত নতুন পুৰুষ, নতুন মহিলাসকলক ধৰিবলৈ অলপ টান। কাৰণ শিক্ষা-দীক্ষা লৈ যুগৰ লগত খোজ পেলাই সকলোৰে লগত মিলি গৈছে। এইদৰে মিলি যাব পৰাৰ সংখ্যা অৱশ্যে খুবেই কম। শতকৰা ৫।৭ জন মানহে হ'ব। সেই অনুপাতে শিক্ষাৰ হাৰো পুতৌ লগা। যি কি নহওক লাগে সামগ্ৰিকভাবে তেওঁলোকক ওপৰত উল্লেখ কৰাবোৰৰ পৰা সহজে ধৰিব পাৰি। তেওঁলোকক আৰু এটাৰ দ্বাৰা খুব সহজে ধৰিব পাৰি। সেইটোৰ দ্বৰা তেওঁলোক যে চাহ জনজাতি সম্প্ৰদায়ৰ লোক সেইটো খাটাংভাবে ঠাৱৰ কৰিব পৰাৰ উপৰিও তেওঁলোক কি জাতিৰ লোক সেই পৰ্যন্ত ঠাৱৰ কৰিব পৰা যায়। সেইটো হ'ল খদনা। খদনাৰ প্ৰতিশব্দ অসমীয়া ভাষাত নাই। খদনাৰ প্ৰচলন অসমীয়া সমাজত নথকাৰ বাবেই বোধহয় ইয়াৰ কোনো প্ৰতিশব্দ অসমীয়াত নাই। হিন্দী ভাষাতো খদনা বুলিয়েই কয়। দেছোৱালীসকলৰ মাজতো ইয়াৰ প্ৰচলন আছে। কাৰ্বিসকলৰ মাজতো আছে। নগা-ডফলা আৰু আবৰসকলৰ মাজতো কম বেছি পৰিমাণে আছে। এইখিনিতে এটা কথা কৈ থোৱা ভাল হ'ব যে, যি সমাজেই নহওঁক লাগে খদনা কেৱল মহিলাসকলৰ মাজতহে চলে। পুৰুষসকলৰ মাজত নচলে।

খদনা হ'ল, গাল, মুখ, বুকু, হাত, ভৰি আদিত লোৱা কিবা কিবি ফুলৰ নিচিনা অংকণ কৰি লোৱা চিহ্ন। এই চিহ্নবোৰ খন্তেকৰ বাবে কোনো ৰঙেৰে লোৱা নহয়। এইবোৰ বেজীৰে খোদিত কৰা হয়। ছালত ক'লা দাগৰ চিন পৰি যায়। এই চিন চিৰকাল থাকি যায়। খদনা নিজে লৈ ল'ব নোৱাৰি। সেইদৰে যিকোনো মানুহেও খদনা দিব নোৱাৰে। দিলে বিপদ আছে। যাঁ হৈ যাব পাৰে। এনে ঘটনা ঘটা দেখাও যায়। অঘৰী লোকসকলক চাহ জনজাতিসকলে 'বাইচ্‌কাৰ' বুলি কয়। শব্দটোক

পুংলিঙ্গ হিচাপে ব্যৱহাৰ কৰা হয়। ইয়াৰ স্ত্ৰীলিঙ্গ ৰূপ হ'ল 'বাইচ-কাৰণী'। এই বাইচ্ কাৰবোৰৰ ভিতৰৰে কিছুমানে খদনা দিয়া কামটো কৰে। সকলোৱে কিন্তু নকৰে। যিবোৰে কৰে সিহঁতক খদনাৱালা বা খদনাৱালী বুলি কয়। সাধাৰণতে নাগপুৰ এলেকাৰ পৰা অহা অঘৰীবোৰে খদনা দিয়া কামটো কৰে। খদনাৱালীবোৰে ঠাণ্ডাকালি ঘৰে ঘৰে যায় খদনা দিবলৈ। সাধাৰণতে আঘোণ মাহৰ পৰা আৰম্ভ কৰি সিফালে ফাগুন মাহলৈকে খদনা দি ফুৰা দেখা যায়। গৰম কালি নিদিয়ে। গৰম কালি দিলে ঘাঁ হৈ যোৱাৰ ভয় থাকে। খদনাৱালীবোৰে লগত খদনাৰ বিভিন্ন নক্সা থকা কিতাপ লৈ ফুৰে। যাৰ যিটো নক্সা পচন্দ হয় সেইমতে পচন্দ কৰি খদনা লয়। খদনা বেজীৰ নিচিনা এবিধ জোঙা বস্তুৰে ছালত খুচি খুচি দিয়ে। খোছোতে বেজীটো এবিধ তেল জাতীয় ক'লা বস্তুত জুবুৰিয়াই লয়। এই তেলটোক 'খদনা তেল' বুলি কয়। খদনা তেলটো শুকালে বেজীৰ ফুটাই ফুটাই ক'লা চিন বৈ যায়। এই চিনবোৰেই হ'ল খদনা। খদনা দিওঁতে খদনাৱালীবোৰে গীত গাই গাই খদনা দিয়ে। গীত নোগোৱাকৈ মনে মনে কেতিয়াও খদনা নিদিয়ে। গীতবোৰ আচলতে কোনো গীত নহয়--মন্ত্ৰহে। খদনা দিয়াৰ পিছত বিদায় লৈ যাবৰ সময়ত খদনাবোৰক ফু-মাৰি এবিধ মন্ত্ৰগীত গাই যায়। ই হ'ল সামৰণি মন্ত্ৰ গীত। এই গীতটো গোৱাৰ অৰ্থ হ'ল যাতে কাৰো চকু লাগি বা যিকোনো কাৰণতে নহওক লাগে খদনাত যাতে ঘাঁ নালাগে আৰু সঁচাই ইমান বেজীৰ খুচি খুচি খদনা দি যায় কিন্তু অলপো ঘাঁ নহয়। দুই এদিনতে শুকাই যায়। খদনা ফুলবোৰৰ বাহিৰে আৰু কোনো বেজী আদিৰ চিন নেথাকে। খদনা দি থাকোতে গোৱা গীতবোৰৰ মাজেৰে কোনো অদৃশ্য শক্তিৰ প্ৰতি নিবেদন কৰি স্তুতি কৰি কয়---কোনো ৰকমৰ যাতে বিঘিনি নঘটে, কাৰো যাতে চকু নালাগে আৰু খদনা ফুলবোৰ যাতে ঠিক মতে উঠে। ইত্যাদি। সেয়েহে গীতবোৰৰ মাহাত্ম্য থকাৰ বাবেই বোধকৰো ফুলবোৰো যথাযথ পৰিষ্কাৰভাৱে জিলিকি উঠে। পাৰিশ্ৰমিক হিচাপে খদনাৱালীসকলক বিচৰামতে ইচ্ছানুযায়ী ধান, চাউল বা টকা পইচা দিয়ে। দাম দিয়াত গণ্ডগোল কৰিলে বা তেওঁলোকৰ ইচ্ছানুসৰি নিদিলে তেওঁলোকে কিবা হেনো কৰি দিয়ে মনে মনে যাৰ ফলত খদনা দিয়া ঠাইবোৰত ঘাঁ হৈ যায়। এই ঘাঁবোৰ তেতিয়া সহজে নুশুকায় আৰু খুব জ্বলা-পোৰা কৰে। সেই কাৰণে খদনাৱালীবোৰক দাম দিওঁতে কোনো গণ্ডগোল নকৰে, তেওঁলোকে অসন্তোষ কৰিবলগা নহয়. দাম কম দি তেওঁলোকৰ লগত দামৰ বাবে কাজিয়া কৰি বিদায় দিয়াৰ



ফলত হোৱা খদনাৰ ঘাঁত হাজাৰ ঔষধ লগালেও কোনো কাম নিদিয়ে। পিছত কোনো খদনাৱালীক কাবৌ-ককালি কৰি মাতি আনি পা-পইচা দি জৰালেহে ভাল হয়। নহ'লে নহয় সহজে। জাৰি দিলে কি আচৰিত, পিছ-দিনাখনৰ পৰাই ঘাঁবোৰ শুকাবলৈ আৰম্ভ কৰি ২।৩ দিনৰ ভিতৰতে একেবাৰে ভাল হৈ যায়। মন্ত্ৰ-গীতবোৰ কেৱল খদনাৱালীবোৰেহে জানে। তাৰ বাহিৰে আন কোনেও নেজানে। টকা-পইচা দি শিকাবলৈ ক'লেও মন্ত্ৰ-গীতবোৰ আনক কেতিয়াও শিকাই নিদিয়ে। শিকাই দিলে বোলে মন্ত্ৰৰ গুণবোৰ নিজৰ পৰা সিজনলৈ গুচি যায়।

চাহ জনজাতিৰ প্ৰায় সকলোৱে কম বেছি পৰিমাণে খদনা লয়। তাৰে ওৰাং-মুণ্ডা-চাওতাল আৰু কুৰ্মীসকলে বিশেষভাৱে লোৱা দেখা যায়। প্ৰত্যেকে লোৱা খদনাৰ ফুলবোৰ বেলেগ বেলেগ। ইটো জাতিৰ খদনা সিটো জাতিৰ লগত নিমিলে। এটা জাতিৰ মাজত চলা খদনা ফুল সাধাৰণতে আনটো জাতিয়ে নলয়। যিটো জাতিৰ মাজত যি আৰ্হিৰ খদনা চলে সেই আৰ্হিৰহে খদনা লয়। ওৰাং আৰু মুণ্ডা জাতিৰ মহিলাই খদনা লোৱাটো জাতীয় নিয়ম। তেওঁলোকৰ খদনা নোলোৱা ছোৱালী বিয়াত বহিব নোৱাৰে। আনকি খদনা নোলোৱা মহিলাৰ হাতেৰে পানীও খাব নেপায়। তেওঁলোকৰ পুৰুষবোৰেও খদনা লয়। ই সামাজিক নিয়ম। খদনা নোলোৱাকৈ কোনো পূজা-পাতল কৰিব নোৱাৰে। কৰিলে হেনো মহা পাপ হয় আৰু দেৱতাও অসন্তুষ্ট হয়। কুৰ্মী আৰু চাওঁতালসকলে লোৱা খদনাৰ আৰ্হিৰ মাজত দুই এটা সামঞ্জস্য থকা দেখা যায়। খদনা নোলোৱা পৰ্যন্ত মানুহ এজন অশুচি হৈ থাকে বুলি ধৰা হয়। অন্ধ বিশ্বাসে আৱৰি ৰখা এই মনোভাৱ লাহে লাহে দূৰ হোৱা পৰিলক্ষিত হৈছে।

আটাইতকৈ বেছি পৰিমাণে খদনা লয় উড়িয়াসকলে। উড়িয়াসকলৰ মাজত কেইবাটাও ভাগ আছে। তাৰে এটা ভাগ হ'ল খদাল। এই খদাল গোষ্ঠীৰ লোকসকলে উড়িয়াসকলৰ ভিতৰত বেছি খদনা লয়। খদনাৰ পৰাই খদাল নামটো হৈছে বুলি কিছুমানে ক'ব খোজে যদিও এই বিষয়ে তেনে কোনো নিৰ্ভৰযোগ্য তথ্য বিচাৰি পোৱা নেযায়। উড়িয়াসকলৰ আন এটা প্ৰধান ফৈদ হ'ল সম্বলপুৰীয়া। তেওঁলোকৰ আদি বাসস্থান হ'ল উৰিষ্যাৰ সম্বলপুৰ। সম্বলপুৰৰ পৰা অহা বাবে তেওঁলোক সম্বলপুৰীয়া নামেৰে পৰিচিত। তেওঁলোকৰ বেছি ভাগে 'অলেক ধৰ্ম' গ্ৰহণ কৰি গেৰুৱা বস্ত্ৰ পৰিধান কৰা দেখা যায়। তেওঁলোকৰ মাজতো খদনাৰ প্ৰচলন কিছু পৰিমাণে আছে। ভুটীয়াৰ পুৰুষসকলে 'চন্দ্ৰ' আৰু তিৰোতাসকলে 'তৰা'

চিহ্নৰ খদনা লোৱাৰ দৰে শিৱ পূজা বিশেষভাবে মনা চাহ জনজাতিৰ কিছুমান লোকে ত্ৰিশূল চিহ্নৰ খদনা লয়। তাৰে ভিতৰত যাজকসকলে কপালত আৰু শিষ্যসকলে বুকুত এই চিনৰ খদনা লোৱা দেখা যায়। অলেক ধৰ্মীসকলে সূৰ্য চিনৰ খদনা লয়। কিছুমান চাহ জনজাতি পুৰুষে খদনা-ৱালীৰ পৰা হাতত নিজৰ নামটো লিখাই লয়। কিছুমান মহিলাই 'পৈৰী' নামৰ অলংকাৰ পিন্ধাৰ সলনি পৈৰী আৰ্হিৰ খদনা ভৰিত কৰাই লয়। তেতিয়া পৈৰীৰ কাম ইয়েই কৰে। খাড়ু পিন্ধাৰ সলনি হাততে কেতিয়াবা খাড়ু আৰ্হিৰ খদনা লোৱা দেখা যায়। সাধাৰণতে অলংকাৰ পিন্ধিব নোৱাৰা অভাৱগ্ৰস্ত দুখীয়া লোকসকলে এনেধৰণৰ খদনা লয়। বিধবাসকলে পৈৰী আৰু খাড়ু আদি অলংকাৰ নিপিন্ধে। পিন্ধিব নেপায় হেনো। সেয়ে স্বামীয়ে কিনি দিয়া অথচ পিন্ধাৰ পৰা বিৰত থাকিব লগাত পৰা পৈৰী আৰু খাড়ুৰ কথা মৰ্মে মৰ্মে উপলব্ধি কৰি হেনো এনে ধৰণে খদনা লোৱা হয় বুলি মত প্ৰকাশ কৰা শুনা যায়। ছোৱালীবোৰে আনৰ লুলুপ দৃষ্টিৰ পৰা হাত সাৰি থাকিবলৈ কপাল আৰু গালত বিন্দু চিহ্নৰ খদনা লয়। কোনো কোনোৱে কপালৰ পৰা আৰম্ভ কৰি নাকৰ ওপৰেদি একোটা দীঘলীয়া চিনৰ দৰে লয় আৰু তাৰ পিছত ঠুঁটৰিত তিনি চাৰিটা ফোঁট লয়। যিসকলে কালী দেৱীৰ উপাসনা কৰে তেওঁলোকে হাতত একোটা চিহ্ন লয়। খ্ৰীষ্টান ধৰ্মীসকলৰ ভিতৰত যিসকল কেথ্‌লিক তেওঁলোকে হাতত একোটা ক্ৰুচ চিহ্নৰ খদনা লয়। খদনা কিছুমানে চখত আৰু কিছুমানে নেহেৰাৰৰ বাবেও লয়। কিছুমানে নিজা গোত্ৰৰ প্ৰতীক চিহ্নটোকে খদনাৰ আৰ্হি হিচাপে ব্যৱহাৰ কৰে। নাগ গোত্ৰৰ লোকে নাগ সাপ, কাশ্যপ গোত্ৰৰ লোকে কাছ আৰু বাঁচিয়াৰ গোত্ৰৰ লোকে বাঁহ চিহ্নৰ খদনা লয়। ইত্যাদি।

সামৰণিত কৈ থোৱা ভাল হ'ব যে খদনা প্ৰচলন আগতেহে আছিল এতিয়া প্ৰায় উঠি গৈছে। আজিকালি আৰু কোনেও খদনা নলয়। অন্ধ-কুলীয়া প্ৰথা হিচাপে গণ্য কৰি আজিৰ নতুন চামে তাক সম্পূৰ্ণৰূপে পৰিহাৰ কৰিছে বুলি ক'ব পাৰি। এতিয়া খদনা আৰু খদনাৱালী কেৱল স্মৃতিৰ গৰ্ভতহে কোনো মতে বৰ্তি আছে।

# বড়দিন

ছোটনাগপুৰ অঞ্চলৰপৰা অহা আদিবাসী সম্প্ৰদায়ৰ মুণ্ডা, চাওঁতাল, ওৰাং আদি কিছুমান জাতিৰ লোকসকলৰ উপৰিওপুৰুষসকলে ছোটনাগপুৰ অঞ্চলতেই খ্ৰীষ্টীয় ধৰ্ম গ্ৰহণ কৰিছিল। অসমলৈ আহি প্ৰচাৰক আৰু বৃদ্ধ লোকৰ সহায়ত সিহঁতে প্ৰতি ৰবিবাৰে গীৰ্জা-প্ৰাৰ্থনা কৰিছিল। কিছুমান বাগিচাত চাহাব-মালিকে সৰু-সুৰা একোখন গীৰ্জা ঘৰ সাজি দি খ্ৰীষ্টান বনুৱাসকলক সন্তুষ্ট কৰি ৰখাৰ ব্যৱস্থা কৰিছিল। ইংৰাজী ডিচেম্বৰ মাহৰ ২৪ আৰু ২৫ তাৰিখে খ্ৰীষ্টান বনুৱাসকলে গীত-প্ৰাৰ্থনা, গাই ঢোল-নাগৰা বজাই উলহ-মালহেৰে এই বড়দিন, যীশুখ্ৰীষ্টৰ জন্ম দিৱস পালন কৰে। ঘৰে ঘৰে ৰুটী-পিঠা, মাংস ভাত খাই পৰস্পৰে পৰস্পৰক কিবা উপহাৰ দি প্ৰীতি সম্ভাষণ জনাই নাচ-গান কৰে। নাচ-গানসমূহ নিজৰ জাতীয় কলা-কৃষ্টি অনুসাৰে পালন কৰে। গীতবোৰ নিজৰ ভাষাৰেই গায়। পূৰ্বৰেপৰা চলি অহা বড়দিন উৎসৱ আজিও খ্ৰীষ্টধৰ্মী চাহ জনজাতিসকলে সেই পৰম্পৰাগতভাবে পালন কৰি থকা দেখা যায়।

# সংযোজন

## গুৱাহাটী নিলাম কেন্দ্ৰ

গুৱাহাটীৰ চি, টি, চি, চাহ নিলাম কেন্দ্ৰ বিশ্বৰ বৃহত্তম হিচাপে ১৯৮৭ চনত পৰিগণিত হৈছে। ১৯৮৬ চনলৈ কলিকতাক চেৰ পেলাই গুৱাহাটীয়ে দেশৰ বৃহত্তম নিলাম কেন্দ্ৰৰ স্থান দখল কৰিছে। বৰ্তমান বিশ্বত কলম্ব'ৰ পিছতে গুৱাহাটী দ্বিতীয় বৃহত্তম চাহ নিলাম কেন্দ্ৰ। ১৯৮৬ চনত ৩২৮,৮ কোটি টকা মূল্যৰ ১৩৬,২ নিযুত কিলোগ্ৰাম চাহৰ তুলনাত ১৯৮৭ চনত ৩৬৬,৬ কোটি টকা মূল্যৰ ১৪৭,৬ নিযুত কিলোগ্ৰাম চাহ গুৱাহাটী নিলাম কেন্দ্ৰৰ জৰিয়তে বিক্ৰী কৰা হয়। পৃথিবীৰ বিভিন্ন নিলাম কেন্দ্ৰত বিক্ৰী হোৱা চাহৰ পৰিমাণৰ এটি বিৱৰণ তলত দিয়া হ'ল (নিযুত কিঃগ্ৰা মঃ)

| | ১৯৮৭ | ১৯৮৬ |
|---|---|---|
| কলিকতা | ১৩২,৬২৮ | ১৪২,২৬৫ |
| গুৱাহাটী | ১৪৭,৬৫১ | ১৩৬,১৯৫ |
| শিলিগুৰি | ৮০,৫৭৯ | ৭২,০০১ |
| উত্তৰ ভাৰত | ৩৬০,৮৫৮ | ৩৫০,৪৬১ |
| কোচিন | ৫২,২২২ | ৬২,৪৭৭ |
| কুনুৰ | ২৭,৪৩৯ | ২৮,২২০ |
| ক'ইম্বাটোৰ | ৩১,৫২৪ | ২৭,০৪৪ |
| দক্ষিণ ভাৰত | ১১১,১৮৫ | ১১৭,৭৪১ |
| ভাৰত (মুঠ) | ৪৭২,০৪৩ | ৪৬৮,২০২ |
| চিটাগঙ্ | ৩৪,৫৭০ | ৩১,৭১৮ |
| কলম্বো | ১৮৬,১০৫ | ২০৩,৩৫৪ |
| জাকার্টা | ৩০,০১১ | ২৯,৬১৬ |
| মোম্বাচা | ৮০,৭৯৩ | ৬৮,১৫৯ |
| লিম্বে | ৯,২৫৫ | ১২,১৪৭ |
| লণ্ডন লেণ্ডেড | ৫২,৯৬৮ | ৫৬,৮২৯ |
| অফ চ'ৰ | ৬,৮৯৫ | ৭,৮৪৪ |
| চিঙ্গাপুৰ | --- | ১৫৯ |

১৯৭০ চনৰ ২৫ চেপ্তেম্বৰ তাৰিখে পোন প্ৰথমবাৰৰ বাবে বিক্ৰী আৰম্ভ কৰা গুৱাহাটী নিলাম কেন্দ্ৰটোৱে যোৱা ১৮ বছৰ কাল বহুদূৰ অগ্ৰগতি লাভ কৰিছে। ১৯৮৭ চনৰ



১৪৭,৬৫ নিযুত কিলোগ্ৰামৰ তুলনাত প্ৰথম বছৰটোত এই নিলাম কেন্দ্ৰৰ যোগেদি মাত্ৰ ২,৭৫ কিলোগ্ৰামহে চাহ বিক্ৰী হৈছিল। গুৱাহাটীৰ সাপ্তাহিক নিলামত প্ৰতি সপ্তাহতে প্ৰায় ৩ নিযুত কিলোগ্ৰাম চি, তি, চি'ৰ পৰা আদি কৰি 'অৰ্থডক্স হ'ল লিফ' আৰু 'অৱ গ্ৰেড ডাষ্ট' প্ৰকাৰৰ চাহ নিলাম হয়।

### গুৱাহাটী কেন্দ্ৰত বিক্ৰীৰ তালিকা

| বছৰ | নিযুত কিলোগ্ৰাম |
|---|---|
| ১৯৭০ | ২,৪ |
| ১৯৭৫ | ৩০,৮ |
| ১৯৮০ | ৬২,৫ |
| ১৯৮৫ | ১২০,২ |
| ১৯৮৬ | ১৩৬,২ |
| ১৯৮৭ | ১৪৭,৬ |

বৰ্তমান গুৱাহাটী এখন বৃহৎ ৰপ্তানি কেন্দ্ৰ হিচাপেও গঢ় লৈছে। আমিনগাঁৱৰ ইন্টাৰনেল কন্টেইনাৰ ডিপু (আই, চি, ডি)ৰ পৰা ১৯৮৬ চনৰ ৮৬১ টা কন্টেইনাৰৰ (টি, ই ইউ) তুলনাত এই বছৰ ১,১০০ টা কন্টেইনাৰ জাহাজেৰে পঠোৱা হৈছে। অদূৰ ভৱিষ্যতে গুৱাহাটীৰ পৰা আৰু বহু পৰিমাণে চাহ বিক্ৰী কৰাৰ সম্ভাৱনা আছে আৰু অনতি পলমে ই বিশ্বৰ বৃহত্তম চাহ নিলাম কেন্দ্ৰলৈ ৰূপান্তৰিত হ'ব।

(জে থমাচ এণ্ড কোম্পানী প্ৰাইভেট লিমিটেডৰ দ্বাৰা যুগুতোৱা, ১৯৮৮)

(জ্ঞানদীপৰ সৌজন্যত)

অসম চাহ নিগম ঃ

# চাহ নিগম প্ৰতিষ্ঠা হোৱাৰ পিছত নিগমৰ হাতলৈ অহা বাগিচা সমূহ হ'ল ঃ

| ক্ৰঃ নং | বাগিচাৰ নাম | জিলা | ক্ৰয় কৰা তাৰিখ | ক্ৰয় মূল্য | ১৯৮০-৮১ চনৰ উৎপাদিত চাহৰ পৰিমাণ |
|---|---|---|---|---|---|
| ১। | নাগিনীজান | যোৰহাট | ১।১।৭৩ | ১৮,০০,০০০ | ৪,০০,০০০ কিল'গ্ৰাম |
| ২। | ৰজাবাৰী | শিৱসাগৰ | ১।১।৭৪ | ৯,০০,০০০ | ২,২০,০০০ কিল'গ্ৰাম |
| ৩। | চিনামৰা | যোৰহাট | ২১।১১।৭৪ | | ৯,৫০,০০০ ,, |
| | সদৰ অফিচ | ,, | ,, | ১,০৩,৫০,০০০ | |
| ৪। | চৈকটা | ,, | ,, | | ৯,৫০,০০০ ,, |
| ৫। | নেঘেৰিটিং | গোলাঘাট | ৫।৪।৭৪ | | |
| ৬। | মিছামৰা | ,, | ,, | | ১০,০০,০০০ ,, |
| ৭। | ৰঙামাটি | ,, | ,, | | |
| ৮। | দিপলিং | শিৱসাগৰ | ১।১।৭৬ | ২৭,০০,০০০ | ৭,০০,০০০ ,, |
| ৯। | আমলখি | নগাঁও | | ৪২,৫০,০০০ | |
| ১০। | লুংচুং | ,, | | ,, | |
| ১১। | দিজুভেলী | ,, | | ২৪,০০,০০০ | |
| ১২। | ভোলাগুৰি | দৰং | ১৯৭৩-৭৪ চন | ৮,০০,০০০ | ৩৪,৫০,০০০ ,, |
| ১৩। | লংগাই | কাছাৰ | ভিতৰত | | |
| ১৪। | ইছাভিল | ,, | | | |
| ১৫। | বিদ্যানগৰ | ,, | | | |

পৰিচালনাৰ দায়িত্ব লোৱা হয়---

| | | | | | |
|---|---|---|---|---|---|
| ১৬। | মান্দাকটা | কামৰূপ | ১৯৭৩-৭৪ | | |
| ১৪। | লেটেকুজান | যোৰহাট | ২৮।৩।৭৪ | | ১,৬০,০০০ |
| ১৮। | চকলাটিঙা | ,, | ৯।১।৭৯ | | ২,৫০,০০০ |

ক্ৰয় মূল্য দেখুৱাব পৰা নহ'ল।

(স্মৰণিকা ঃ সদৌ অসম চাহ কৰ্মচাৰী সংঘৰ যোৰহাট অধিৱেশন, ১৯৯০ সৌজন্যত)

# বিশ্বৰ চাহ খেতি

১৯৮৭ চনত কেইখনমান প্ৰধান দেশৰ চাহ খেতি কৰা মাটিৰ কালি আৰু চাহৰ উৎপাদন (ভাৰতীয় চাহ সন্থাই প্ৰকাশ কৰা তথ্যানুসৰি)

| দেশ | চাহৰ মাটি (হেক্টাৰ) | চাহ উৎপাদন হেজাৰ কিঃগ্ৰাঃ |
|---|---|---|
| ভাৰতবৰ্ষ | ৪১৪,১৩২ | ৭০১,০৮৭ |
| বাংলাদেশ | ৪৬,৫৮৮ | ৪২,৫৫০ |
| শ্ৰীলংকা | ২২১,৪৯৮ | ২২৮,১৯০ |
| ইন্দোনেচীয়া | ১০৮,৬০৫ (ক) | ১৩৫,৫৫২ |
| টায়ৱান | ২৪,৫৭১ | ২৩,৫৫৭ |
| চীনদেশ | ১,০৪৪,৫০০ | ৫৪৬,০০০ |
| জাপান | ৫৯,৯০০ | ৮৯,৮০১ |
| মালয় | ২,৬৬৭ | ৪,৭৯৫ |
| তুৰস্ক | ৮০,৬৯৮ | ১৫৩,১৬০ |
| কেমেৰুণ | ১,৫৫৫ | ২,৮৮২ |
| কেনিয়া | ৮৫,৪১৯ | ১৪৬,০৩০ |
| মালাবি | ১৮,৭৪৪ | ৪০,১৫৭ |
| মৰিচিয়াচ | ৩,৬৬১ | ৬,৮৫৪ |
| ৰাৱাণ্ডা | ১১,৪৪৭ | ১২,২৮৬ |
| দক্ষিণ আফ্ৰিকা | ৬,৪৭০ | --- |
| তাঞ্জানিয়া | ১৮,৮৭৫ | ১৪,৬২৯ |
| ইউগেণ্ডা | ২০,৯০৫ | --- |
| জেয়াৰে | ১১,৮০০ | ৪,৫০০ |
| জিম্বাৱি | ৫,৪৪০ | ১৬,৬১২ |
| ছোভিয়েট ৰাছিয়া (খ) | ৮১,৪০০ | ১২০,০০০ |
| আৰ্জেণ্টাইন (খ) | ৪২,৩৫০ | ৩৫,০০০ |
| পাৰশ্য | ৩২,০২৬ | ৫৫,৫৯৫ |
| ভিয়েটনাম | --- | ৩৮,০০০ |
| ব্ৰাজিল | --- | ১০,০০০ |

(ক) ১৯৮৪ চনৰ (খ) ১৯৮৬ চনৰ

অসম চৰকাৰে ২০।২।৯০ তাৰিখে কৰা ঘোষণা অনুযায়ী ঃ

# দৈনিক মজুৰি বৃদ্ধি

| অঞ্চল সমূহ | সময় ছোৱা | মজুৰিৰ নিম্নতম হাৰ প্ৰাপ্তবয়স্ক টকা | মজুৰিৰ নিম্নতম হাৰ অপ্ৰাপ্তবয়স্ক টকা |
|---|---|---|---|
| মণ্ডল 'ক' ঃ | | | |
| ডিব্ৰুগড়, তিনিচুকীয়া | ১।১১।৮৯ ৰ পৰা ৩১।১০।৯০ লৈ | ১৫'৩০ | ৭'৬৫ |
| যোৰহাট, শিৱসাগৰ | ১।১১।৯০ ৰ পৰা ৩১।১ ।৯১ লৈ | ১৬'৪৫ | ৮'২৩ |
| আৰু গোলাঘাট জিলা | ১।১১।৯১ ৰ পৰা ৩১।১০।৯২ লৈ | ১৭'৬০ | ৮'৮১ |
| মণ্ডল 'খ' ঃ | | | |
| শোণিতপুৰ, লক্ষীমপুৰ | ১।১১।৮৯ ৰ পৰা ৩১।১০।৯০ লৈ | ১৫'২৩ | ৭'৬১ |
| আৰু ধেমাজি জিলা | ১।১১।৯০ ৰ পৰা ৩১।১০।৯১ লৈ | ১৬'৩৮ | ৮'১৯ |
| | ১।১১।৯১ ৰ পৰা ৩১।১০।৯২ লৈ | ১৭'৫৩ | ৮'৭৭ |
| মণ্ডল 'গ' ঃ | | | |
| দৰং জিলা | ১।১১।৮৯ ৰ পৰা ৩১।১০।৯০ লৈ | ১৫'২০ | ৭'৬০ |
| | ১।১১।৯০ ৰ পৰা ৩১।১০।৯১ লৈ | ১৬'৩৫ | ৮'১৮ |
| | ১।১১।৯১ ৰ পৰা ৩১।১০।৯২ লৈ | ১৭'৫০ | ৮'৭৬ |
| মণ্ডল 'ঘ' ঃ | | | |
| নগাঁও, মৰিগাঁও | ১।১১।৮৯ ৰ পৰা ৩১।১০।৯০ লৈ | ১৫'১৩ | ৭'৬০ |
| নলবাৰী, বৰপেটা | ১।১১।৯০ ৰ পৰা ৩১।১০।৯১ লৈ | ১৬'২৮ | ৮'১৮ |
| কামৰূপ, বঙাইগাঁও, কোকৰাঝাৰ, ধুবুৰী আৰু গোৱালপৰা জিলা | ১।১১।৯১ ৰ পৰা ৩১।১০।৯২ লৈ | ১৭'৪৩ | ৮'৭৬ |
| মণ্ডল 'ঘ'---১ ঃ | | | |
| কাৰ্বি আংলং জিলা | ১।১১।৮৯ ৰ পৰা ৩১।১০।৯০ লৈ | ১৫'১৩ | ৭'৫৭ |
| (ডিমাপুৰৰপৰা ১৫ | ১।১১।৯০ ৰ পৰা ৩১।১০।৯১ লৈ | ১৬'২৮ | ৮'১৫ |
| কিঃমিঃ ভিতৰত থকা বাগিচা বাদে) | ১।১১।৯১ ৰ পৰা ৩১।১০।৯২ লৈ | ১৭'৪৩ | ৮'৭৩ |
| মণ্ডল 'ঙ' ঃ | | | |
| কাছাৰ, কৰিমগঞ্জ, | ১।১১।৮৯ ৰ পৰা ৩১।১০।৯০ লৈ | ১৩'০৪ | ৬'৫৮ |
| হাইলাকান্দি নৰ্থ | ১।১১।৯০ ৰ পৰা ৩১।১০।৯১ লৈ | ১৪'১৯ | ৭'১৬ |
| কাছাৰ পাৰ্বত্য জিলা আৰু কাৰ্বি আংলং জিলাৰ ডিমাপুৰৰ ১৫ কিঃমিটাৰৰ ভিতৰত পৰা চাহ বাগিচা। | ১।১১।৯১ ৰ পৰা ৩১।১০।৯২ লৈ | ১৫'৪৪ | ৭'৭৪ |

('চাহ মজদুৰ'ৰ সৌজন্যত)

## ॥ চকুৰ পচাৰতে চাহ বাগিচাখন ॥

১। প্ৰথম অসমত চাহ গছৰ সন্ধান পোৱা যায়—১৮২৩ চনত।

২। প্ৰথম চাহ গছৰ সন্ধান দিওঁতা—চিংফৌগাম।

৩। প্ৰথম অসমত চাহ খেতি আৰম্ভ হয়—১৮৩৫ চনত।

৪। অসমৰ প্ৰথম চাহ বাগিচা—চাবুৱা চাহ বাগিচা।

৫। প্ৰথম অসমীয়া চাহ খেতিয়ক—মণিৰাম দেৱান।

৬। বিদেশলৈ প্ৰথম চাহপাত পঠোৱা হয়—১৮৩৮ চনত (১২ বাকচ)।

৭। অসমত মুঠ চাহ বাগিচাৰ সখ্যা—৮০৫ টা।

৮। অসমত মুঠ কলঘৰৰ সংখ্যা— ৫৮৯ খন।

৯। অসমত মুঠ চাহ খেতিৰ মাটিকালি— প্ৰায় এক লাখ তিৰানব্বৈ হেজাৰ হেক্টৰ।

১০। অসমৰ সৰ্ব বৃহৎ চাহ বাগিচা— মোনাবাৰী চাহ বাগিচা।

১১। অসমৰ চাহ বাগিচাত কাম কৰা মুঠ শ্ৰমিকৰ সংখ্যা—প্ৰায় ৫ লাখ।

১২। অসমত বছৰি মুঠ চাহপাত উৎপন্ন হয়— গড়ে ৩০ কোটি কেজি।

